# ভাৰতীয় ইতিহাসত এভুমুকি

লেখক : শ্ৰী শ্ৰীৰাম সাঠে

অনুবাদক : শ্ৰীভুপেন্দ্ৰ ৰায়চৌধুৰী



ভাৰতীয় ইতিহাস সংকলন সমিতি

অসম

BHARATIYA ITIHASHAT EBHUMUKI—A Political history of India, written by Shri Shriram Sathe and translated into Assamese by Bhupendra Roychoudhury, Published by Bharatiya Itihas Sankalan Samiti, Assam, Keshavdham, K. B. Road, Paltanbazar : : Guwahati-781 008.
Price : Rs. 35·00 ( Paper back ), Rs. 50·00 ( Library Edition )

প্ৰথম সংস্কৰণ : ১৯৯৬

বেটুপাত : স্বপন ৰায়
বিষ্ণুপুৰ, গুৱাহাটী

অৰিহণা : কেঁচা বন্ধা—৩৫·০০ টকা
পকা বন্ধা—৫০·০০ টকা

মুদ্ৰক :
নেচনেল টেক্‌নো প্ৰিণ্টাৰ্ছ
কুমাৰপাৰা, গুৱাহাটী-৭৮১ ০০১

# ভূমিকা

শ্ৰীউমাকান্ত কেশৱ উপাধ্য বাবাসাহেব আপ্টেৰ ১৯৭২ চনত স্বৰ্গবাস হোৱাৰ পিছত তেওঁৰ স্মৃতিত নাগপুৰত শ্ৰীবাবাসাহেব আপ্টে স্মাৰক সমিতিৰ স্থাপন হ'ল। সমিতিৰ দ্বাৰা সেইবোৰ কামৰ প্ৰস্তাৱ কৰা হ'ল যিবোৰ কামৰ কাৰণে তেওঁ আজীৱন অহো-পুৰুষাৰ্থ কৰি গৈছে।

শ্ৰীআপ্টেৰ জন্ম ২৮ আগষ্ট ১৯০৩ চনত মহাৰাষ্ট্ৰৰ য়বতমাল নামৰ ঠাইত হৈছিল। বাল্যাৱস্থাৰ পৰাই দেশৰ অৱস্থা, ইয়াৰ পৰাধীনতা আদি বিষয়বোৰ তেওঁ চিন্তা কৰিছিল। পঠন-মননত তেওঁৰ বৰ আগ্ৰহ আছিল। ইয়াৰ বাবে তেওঁ অশেষ যাতনা সহিছিল।

মেট্ৰিক পাছ কৰাৰ পিছত পৰিয়ালৰ আৰ্থিক সঙ্কটৰ বাবে তেওঁ চাকৰি কৰিব লগীয়াত পৰিছিল। ইয়াৰ বাবে তেওঁ ১৯২০ চনত ঘামনগাঁও আৰু ১৯২৪ চনত নাগপুৰলৈ আহিল। কেইজনমান সমবয়সীয়া বন্ধুৰ লগত দেশৰ পৰিস্থিতিৰ বিষয়ে আলাপ-আলোচনা কৰা, কিতাপ পঢ়া আৰু পঢ়োৱা, বিভিন্ন বিষয়ৰ আলোচনা কৰাই তেওঁৰ স্বভাৱ আছিল। গতিকে এক বুজন পৰিমাণৰ বন্ধু-বান্ধৱ তেওঁৰ কোঠালীত গোট হবলৈ ধৰিলে আৰু দেশৰ কাৰণে কিবা এক বিশেষ কৰাৰ চিন্তা প্ৰবল হ'ল। ক্ৰান্তিকাৰী সাহিত্য লাভ কৰাৰ চেষ্টা চলিল। আৰু অতি উৎসাহেৰে সকলো কেইজন বন্ধুৱে কাম কৰিবলৈ ধৰিলে।

১৯২৬ চনত এই সকলৰ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ সংস্থাপক আৰু আদি সৰসংঘচালক ডা॰ কেশৱ বলিৰাম হেডগেৱাৰজীৰ লগত চা-চিনাকি হ'ল। তেওঁৰ চিন্তা, আচৰণ আৰু চৰিত্ৰৰ দ্বাৰা সকলো কেইজন প্ৰভাৱিত হ'ল আৰু আটাইকেইজন সংঘৰ স্বয়ংসেৱক হ'ল। শ্ৰীবাবাসাহব আপ্টেই চাকৰি বাদ দি ১৯৩০ চনৰ পৰা পূৰ্ণৰূপত

সংঘৰ কাৰ্যত ব্ৰতী হ'ল আৰু তেতিয়াৰপৰা জীৱনৰ অন্তিম মুহূৰ্তলৈকে তেওঁ সংঘৰ মাধ্যমেৰে দেশৰ সেৱাত আত্মনিয়োগ কৰিলে । দেশ জুৰি অবিৰত ভ্ৰমণ, বাহন নেপালে খোজ কাঢ়ি মাইলৰ পিছত মাইল যোৱা তেওঁৰ জীৱনৰ অংগ হৈ পৰিল । তেওঁৰ চিন্তাধাৰা, ভাষণ আৰু সাহচৰ্যই ডেকা সকলক সততে প্ৰেৰণা যোগাইছিল । তেওঁৰ দেহাবসানৰ দিনাখনো নাগপুৰ সংঘশাখাত শ্ৰীগুৰু দক্ষিণাৰ উৎসৱত ভাষণ দিয়াৰ কথা আছিল । কিন্তু সিদিনাখনে তেওঁক চিকিৎসালয়ত ভৰ্তি কৰিবলগীয়াত পৰিল । আৰু তাতেই ১৯৭২ চনৰ ২৬ জুলাইৰ দিনা শেষ নিশ্বাস ত্যাগ কৰিলে ।

তেওঁ নিজৰ প্ৰবাসকালত স্বয়ংসেৱকৰ লগত সম্পৰ্ক, ভাষণ, আলোচনা আদিৰ লগে লগে সমাজৰ প্ৰতিষ্ঠিত বিদ্বানসকলৰ লগতো সম্বন্ধ স্থাপন কৰিছিল আৰু তেওঁলোকৰ লগত বিভিন্ন বিষয়ৰ গহীন আলোচনাও কৰিছিল । সেইবোৰৰ ভিতৰত তলত উল্লেখিত বিষয়-সমূহৰ আলোচনা ঘাই আছিল আৰু সেইবোৰ কৰাৰ কাৰণে অনুপ্ৰেৰণা যোগাইছিল ।

প্ৰথমটো বিষয় আছিল, সংস্কৃতক দৈনন্দিন কথা-বতৰাৰ বাবে উপযোগী কৰা । সংস্কৃতৰ দৰে শ্ৰেষ্ঠ ভাষাক বিশ্বৰ বিদ্বৎসমাজে মৃতভাষা বুলি কোৱাটো তেওঁৰ বাবে বৰ চিন্তা আৰু লাজৰ কথা আছিল । এই ভাব নাইকীয়া কৰাৰ কাৰণে আমি সংস্কৃতৰ প্ৰচাৰ অৰ্থাৎ দৈনন্দিন কথা-বতৰাত সংস্কৃতৰ প্ৰয়োগ কৰাৰ বিষয়টো তেওঁৰ মনলৈ আহিছিল । আৰু ইয়াৰ তেওঁ সুকীয়া সুকীয়া প্ৰয়োগ কৰিছিল । সংস্কৃতত ভাষণ দিয়া, একাদশীৰ দিনা সংস্কৃতৰ প্ৰয়োগ কৰা, সংস্কৃতত সাপ্তাহিক, মাহেকীয়া পত্ৰিকা ছপোৱা, সংস্কৃতৰ সম্ভাষণৰ কাৰণে সৰল সংস্কৃতৰ পুথি প্ৰণয়ন কৰা আদি প্ৰয়োগ কৰিছিল । তেওঁৰ পৰাই অনেকে প্ৰেৰণা লভিছিল । গতিকে স্মাৰক সমিতিয়ে এই কামটো এক মুখ্য কাম বুলি থিৰ কৰিছিল । সেই সামান্য আৰম্ভণিয়েই আজি ইমান বছৰৰ পিছত ভিন-ভিন ক্ষেত্ৰত দেখিবলৈ পোৱা গৈছে ।

সংস্কৃত সম্ভাষণৰ শ্ৰেণী দেশ জুৰি আৰম্ভ হ'ল। দহ দিন প্ৰতি-দিনে এঘণ্টাকৈ শ্ৰেণীত উপস্থিত থাকিলে সাধাৰণ ব্যক্তিয়েও সংস্কৃত কব পৰা হয়। শ্ৰীমদ্ আদ্য শঙ্কৰাচাৰ্যৰ জীৱনৰ ভেটিত সংস্কৃতত চিত্ৰ নিৰ্মাণ কৰা, প্ৰয়াগ উচ্চ ন্যায়ালয়ৰ নিৰ্ণয়পত্ৰ সংস্কৃতত লিখা, লোকসভাত সংস্কৃতত প্ৰতিজ্ঞা কৰা, কম্পিউটৰৰ কাৰণে সংস্কৃত আৰু দেৱনাগৰীৰ সৰ্বোৎকৃষ্ট মাধ্যমক সকলোৱে গ্ৰহণ কৰা আদি ইয়াৰ পৰিণতি দেখা যায়। যদিও নিজৰ দেশত সংস্কৃতক যোগ্যস্থান দিয়া হোৱা নাই তথাপি বিশ্বৰ অনেক দেশত ইয়াৰ গুৰুত্ব বৃদ্ধি পোৱা দেখা যায়। নিজৰ দেশৰ কিছুমান যোগ্য ব্যক্তিৰ প্ৰয়াসত ভৱিষ্যতে সংস্কৃত আৰু দেৱনাগৰীয়ে শ্ৰেষ্ঠ স্থান যে লাভ কৰিব এয়া আমাৰ দৃঢ় বিশ্বাস আছে।

আনটো বিষয় হৈছে, ভাৰতৰ ইতিহাস। আজি আমি যি ভাৰতৰ ইতিহাসৰ নামত পঢ়ুৱাইছো সেয়া সকলো বিভ্ৰান্তিকৰ। গতিকে তেওঁ কৈছিল যে সেই ইতিহাসৰ পুৰ্ণলেখনৰ প্ৰয়োজন। দেশৰ অনেক বিদ্বানে এই বিষয়ত সম্মতি জ্ঞাপন কৰিলেও সেই দিশত কোনো সফলতা লাভ কৰিব নোৱাৰিলে। স্বয়ং ড° ৰাজেন্দ্ৰপ্ৰসাদ, আমাৰ প্ৰথম ৰাষ্ট্ৰপতি, ড° সম্পুৰ্ণানন্দ, শ্ৰীক. মা. মুন্‌শী—ভাৰতীয় বিদ্যা-ভৱণৰ সংস্থাপক আৰু এনে অনেক ব্যক্তিয়ে প্ৰয়াস কৰিছিল। আৰু ভালেমান ব্যক্তিয়ে পদ-নিৰ্দেশনাও কৰিছিল। স্বামী বিবেকানন্দ, লোকমান্য তিলক, অবিনাশচন্দ্ৰ দাস, শ্ৰীনীলকণ্ঠ শাস্ত্ৰী, কোটা বেঙ্ক-টাচলম, স্বামী দয়ানন্দ সৰস্বতীৰ দৰে অনেক মহৎ ব্যক্তিয়ে এই বিষয়ে ভাষণ, লেখন আদি কৰিছে। কিন্তু ভালেমান কাৰণত বিদেশী আৰু বিধৰ্মী লোকৰ এই ক্ষেত্ৰত প্ৰমুখ ভূমিকা দেখা যায়। ইয়াৰ বিষয়ে চৰ্চা মাননীয় শ্ৰীসুদৰ্শনজীয়ে ভেখেতৰ প্ৰস্তাৱনাত বিস্তাৰিত ভাৱে ব্যাখ্যা কৰিছে। গতিকে সেই বিষয়ে ইয়াত পুনৰ দোহৰাৰ কোনো সকাম নাই। সমিতিয়ে ভাৰতীয় ইতিহাসৰ পুনৰ্লেখনৰ আগতে সঙ্কলনৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি সেই বিষয়ে মনযোগ

দিছে। সেইবিষয়ে ভালেমান বিষয়ৰ আলোচনা শ্ৰীসাঠেজীয়ে কৰিছে।

স্থানীয় লোকসকলক এই আঁচনিত সন্মিলিত কৰা, তেওঁলোকৰ দ্বাৰা গাঁৱে-ভূঁয়ে সিচঁৰতি হৈ থকা সাহিত্য একত্ৰিত কৰা আৰু সেইবোৰৰ আধাৰত সেই জিলাৰ ইতিহাস ৰচনা কৰা, এই কাৰ্যৰ কাৰণে প্ৰত্যেক জিলাতে এক গোট তৈয়াৰ কৰাই হৈছে ইয়াৰ অন্যতম লক্ষ্য। তাৰপিছত বিশ্ববিদ্যালয় স্তৰত ইয়াৰ প্ৰথম সংকলন কৰি শেষত অখিল ভাৰতীয় স্তৰত সামগ্ৰী একত্ৰিত কৰাৰ আঁচনি গ্ৰহণ কৰা হৈছে।

বেদৰ ৰচনাৰ স্থান আৰু কাল আমাৰ ইতিহাস সংকলনৰ দৃষ্টিৰে অতি মহত্বপূৰ্ণ। এই প্ৰসঙ্গত বৈদিক সৰস্বতী নদীৰ বিশেষ স্থান উল্লেখযোগ্য। আমাৰ নদীবোৰৰ গণনা সৰস্বতীৰ অবিহনে সম্পূৰ্ণ নহয় যদিও আজি ইয়াৰ প্ৰবাহ স্পষ্টভাৱে আঙুলিয়াব নোৱাৰি। ইয়াৰ প্ৰয়াস অনেকে কৰিছে। দেশ-বিদেশত ইয়াৰ বাবে অধ্যয়ন হৈ আছে। গতিকে সমিতিৰ তৰফৰ পৰা বৈদিক সৰস্বতীৰ অনুসন্ধান যাত্ৰাৰ আয়োজন কৰা হৈছিল। ভালেমান বিষয়ৰ বিশেষজ্ঞই এই যাত্ৰাৰ সহযাত্ৰী হৈছিল। এই যাত্ৰাদলক অনেক ঠাইতে আদৰা হৈছিল। আদিবদৰীৰ পৰা আৰম্ভ হৈ প্ৰভাস-পাটণত এই যাত্ৰাৰ সমাপ্তি হৈছিল। ছয়ো স্থানত যজ্ঞ হৱন, সংগোষ্ঠী, সভা আদি হৈছিল। যাত্ৰাপথত সিদ্ধপুৰত, যাক মাতৃগয়া বুলি কোৱা হয়, আটাইতকৈ ডাঙৰ যজ্ঞ আৰু সভা হৈছিল। এই কাৰ্যসূচী গ্ৰহণ কৰাৰ ফলত সৰস্বতী সম্বন্ধে কিছু সিদ্ধান্তত উপনীত হব পৰা হৈছিল। সেইবোৰ সময়ত প্ৰসিদ্ধ হব।

দেশব্যাপি ৫০-৬০ খন ঠাই নিৰ্দিষ্ট কৰি, যাৰ যুগে যুগে গোটেই দেশত প্ৰসিদ্ধি আৰু ঐতিহ্য আছে, সেইবোৰৰ ইতিহাস লিখাৰ প্ৰস্তুতি চলিব ধৰিছে। বাৰাণসী, উজ্জয়িনী, আদি স্থানত কাম হব ধৰিছে। আন স্থানবোৰতো কাম হবলৈ ধৰিছে। এইদৰে সকলো শাস্ত্ৰ আৰু কলাবোৰৰ ইতিহাস সংকলিত হৈ আছে।

সংকলনৰ দৃষ্টিৰে এটি গুৰুত্বপূর্ণ বিষয় হৈছে কালগণনা। আজিৰ সকলো কালগণনা কোনো ব্যক্তিৰ জীৱনৰ কোনো ঘটনাৰ লগত সম্বন্ধিত। জন্ম, কোনো বিশেষ যুদ্ধত বিজয়লাভ, বিবাহ, ৰাজ্যা-ৰোহণ, মৃত্যুৰ দৰে কোনো প্ৰসঙ্গত সেই ব্যক্তিৰ দ্বাৰা কালগণনাৰ পদ্ধতি আৰম্ভ কৰা হৈছে। সেয়া নিজ নিজ ৰাজ্যবোৰতে সীমাবদ্ধ আছিল। যেনে—কাশ্মীৰ, নেপাল, কাশী, জগন্নাথপুৰী। গতিকে অখিল ভাৰতীয় স্তৰত ইয়াৰ প্ৰয়োগ সম্ভৱ নহয়। এনে কোনো কালগণনাৰ গৱেষণা কৰাৰ ক্ষেত্ৰত দেখা গৈছে যে সৌভাগ্যবশতঃ যুগৰ নামেৰে সৰ্বমাণ্য কালগণনা কৰা দেখা যায়। আৰু আমাৰ সকলোৰে ইয়াৰ স্মৰণ থাকিবৰ কাৰণে 'সঙ্কল্প' নামেৰে আমাৰ সকলো ধাৰ্মিক কামত সন্নিবিষ্ট কৰা হৈছে। শ্ৰী শ্ৰী শ্ৰী বিষ্ণোৰাজ্ঞয়া প্ৰৱৰ্ত মানস্য, ব্ৰহ্মণো দ্বিতীয় পৰাৰ্দ্ধে, শ্ৰীশ্বেতবাৰাহকল্পে, বৈৱস্বত মন্বন্তৰে, অষ্টাবিংশতিতমে কলিযুগে প্ৰথম চৰণে অমুকবৰ্ষে, অমুক মাসে, অমুক তিথৌ অমুক সময়ে। এইদৰে কৈ পিছত স্থান, ব্যক্তি, প্ৰসঙ্গ, উদ্দেশ্য আদিৰ উল্লেখ কৰি পিছত কাৰ্য আৰম্ভ কৰে। বিশেষ সন্দৰ্ভত বিশেষ সংকল্প প্ৰস্তুত কৰা হয়। সেইবোৰৰো বিশেষ অনুশীলনীৰ প্ৰয়োজন হয়। এই উদ্দেশ্যেৰে সমগ্ৰ দেশৰ সংকল্প-বোৰৰ সংগ্ৰহ কৰা হৈছে। গ্ৰন্থখনিৰ ঠায়ে ঠায়ে যুঃ লিখা হৈছে। ইয়াৰ অৰ্থ হৈছে যুগাব্দ।

ইতিহাসৰ অৰ্থ কেৱল ৰাজবংশবোৰৰ বংশাৱলী নহয়। ইয়াৰ অনেক ভাগ আছে সেইকথা এতিয়া সৰ্বজনবিদিত। গতিকে অতি প্ৰাচীনকালৰ পৰা অৰ্থাৎ সৃষ্টি নিৰ্মাণকালৰ পৰা আৰম্ভ কৰি আজিলৈকে কালক তিনি কালখণ্ডত বিভক্ত কৰিব পাৰি। আৰম্ভণিৰ পৰা মহাভাৰতৰ যুদ্ধলৈকে, কলিযুগৰ আৰম্ভণিৰ পৰা গুপ্তযুগলৈকে, আৰু তেতিয়াৰ পৰা এতিয়ালৈকে—এই তিনিটা প্ৰধান কালখণ্ড স্বীকাৰ কৰিব পাৰি। এই কালখণ্ডবোৰত অন্যান্য বিষয়, চৈধ্যটা বিদ্যা, চৌষষ্ঠী কলা, নামেৰে বিখ্যাত বিষয়ৰ কালানুক্ৰম অনুসৰি

ইতিহাস লিখা উচিত। ইয়াৰ বাবে সমুচিত তথ্য সংগ্ৰহ কৰাৰ প্ৰস্তুতি চলিছে। ইয়াৰ দ্বাৰা দেশৰ ভৌতিক আৰু সাংস্কৃতিক ইতিহাস সংকলিত হ'ব। ক্ৰমানুসৰি সেইবোৰৰ প্ৰকাশো হ'ব বুলি ভৰাৰ থল আছে। সমগ্ৰ দেশতে সমান চিন্তাধাৰা প্ৰবাহিত হওক, সমান জীৱন মূল্যই স্বীকৃতি লভক, তদনুৰূপ জীৱন অতিবাহিত কৰাৰ প্ৰেৰণা লাভ কৰা হওক—এই উদ্দেশ্যেৰে প্ৰেৰিত হৈ কোনো কালত যজ্ঞ, নৈমিষাৰণ্যৰ দৰে ঠাইত সম্মিলন, কেতিয়াবা কুম্ভ মেলাৰ দৰে কাৰ্যসূচী গ্ৰহণ, কেতিয়াবা যাত্ৰা আদি পদ্ধতিৰ দ্বাৰা ইয়াৰ সফল ৰূপায়ণ কৰাৰ প্ৰচেষ্টা চলিছিল। এই পৰম্পৰা অনুসৰি আজি ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ দেশব্যাপী আৰু সমাজব্যাপী সংগঠনৰ প্ৰয়াস দেখা যায়। দৈনিক শাখা, বছৰত বিশেষ উৎসৱ, সকলো হিন্দু মহা-পুৰুষৰ উৎসৱত সকলো হিন্দু সমাজক সন্মিলিত কৰা, কাৰ্যকৰ্তা সৃষ্টি কৰাৰ উদ্দেশ্যে শিক্ষা-বৰ্গ আদি মাধ্যমেৰে ভাষা, প্ৰদেশ, জাতি, পন্থা আদি সকলো ভেদৰ উৰ্দ্ধত উঠি সকলো হিন্দু এক—এই বিশ্বাস দৃঢ় হ'লে হেজাৰ বছৰৰ পৰম্পৰাৰ লগত বৰ্তমান সময়ৰ যোগ্য সূত্ৰৰ সংযোগ স্থাপন হ'ব।

এই সকলোবোৰ সূত্ৰ সংযোগ কৰাৰ কাৰণে আন ভালেমান বিষয়ৰ অনুশীলন কৰিব লাগিব। অগ্নিবংশ, নাগবংশ আদি বংশৰ ইতিহাস, সপ্তসৈন্ধৱ প্ৰদেশ গৱেষণা, সৰস্বতী কোশৰ নিৰ্মাণ, হিন্দু ধৰ্ম-ই শ্ৰুতি-স্মৃতি-পুৰাণোক্ত, ইয়াৰ অৰ্থ, সংস্কৃত গ্ৰন্থবোৰৰ ভাষান্তৰ প্ৰাদেশিক ভাষাবোৰত কোনে কেতিয়া কৰিলে, জ্যোতিৰ্বিজ্ঞান, শৈলচিত্ৰ, স্থান বিশেষে পোৱা মানৱ শৰীৰৰ জীৱাশ্ম, দেশ-বিদেশত ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ, প্ৰাচীন ভাৰতীয় শাস্ত্ৰ আৰু কলাৰ প্ৰাৰম্ভণি আৰু বিকাশ আদিৰ অনুশীলন হ'লেহে প্ৰাচীন ভাৰতৰ ইতিহাস সংকলিত হ'ব।

ভাৰতীয় ইতিহাস সম্বন্ধীয় গৱেষণাৰ কাৰ্য ইংৰাজে আৰম্ভ কৰিছিল আৰু তেওঁলোকে ইয়াৰ প্ৰাচীনতা আৰু শ্ৰেষ্ঠতা সম্বন্ধে

সঠিকভাৱে লিখিলেহেঁতেন। কিন্তু যেতিয়া তেওঁলোকৰ সাম্ৰাজ্যবাদী চিন্তাধাৰা সজোৰ হ'ল আৰু ভাৰতৰপৰা ইংৰাজক খেদাৰ প্ৰয়াস আৰম্ভ হ'ল তেতিয়া তেওঁলোকে লিখাৰ পৰিবৰ্তন সাধিলে। সেই সম্বন্ধে বিবেচনা শ্ৰীসাঠেজীয়ে এই গ্ৰন্থত কৰিছে। ফলত আমাৰ কিছু সংশয় দূৰ হব পাৰে আৰু স্বাভিমান জাগৃত হৈ নিজৰ ইতিহাসক স্বৰূপকৈ বুজাত সহায়ক হব পাৰে। কিন্তু যেতিয়ালৈকে আমি বিদেশী আৰু বিধৰ্মীসকলৰ মানসিক দাসত্বৰ পৰা সম্পূৰ্ণভাৱে মুক্ত নহম, তেতিয়ালৈকে কেৱল ইতিহাস লেখনেৰেই নহয় বৰং আমাৰ কোনো প্ৰয়াস সফল হব নোৱাৰে।

হিন্দু চিন্তাধাৰা এক সম্পূৰ্ণ বিচাৰ পদ্ধতি। ইয়াৰ অনুশীলন আৰু প্ৰয়োগ কৰিলেহে আমাৰ দেশ আত্মনিৰ্ভৰশীল, নিৰ্ভীক আৰু বিশ্বত প্ৰতিষ্ঠাপিত হব পাৰে। হিন্দু বিচাৰধাৰাৰ অনুসৰি নহয় যদিও ইয়াৰ অনুসৰণ নকৰা কাৰণে আজি আমাৰ এই দুৰ্দশা হৈছে। গতিকে আমাৰ সামাজিক জীৱনৰ বিচাৰ হিন্দু দৰ্শনেৰে কৰিলে আমি যথাযথ উন্নতি কৰিব পাৰিম। এই কাৰ্যৰ কাৰণে আমাৰ প্ৰকৃত ইতিহাসে যথেষ্ট সহায় কৰিব পাৰে। গতিকে ইয়াৰ অনুশীলন অতি প্ৰয়োজন।

এই প্ৰথম পুষ্প (ভাৰতীয় ইতিহাসত এভূমুকি) ৰাজনৈতিক খণ্ডৰ কেৱল এক ভাগ। ইয়াৰ আৰৌ তিনি-চাৰিটি খণ্ড হব। সেইদৰে আৰু দুই খণ্ড—সাংস্কৃতিক আৰু ভৌতিক—লিখিবলৈ লোৱা হৈছে। তাৰো কেবাটাও ভাগ হব। সেইবোৰ ক্ৰমানুসাৰে প্ৰকাশ কৰাৰ পৰিকল্পনা আছে।

ইতিহাস লেখনৰ আৰু কেবাবিধ ভাগ ভৱিষ্যতে লিখা হব। শিলালেখ, তাম্ৰপত্ৰ, শৈলচিত্ৰ, ইতিহাস পট (Histomap) তৈয়াৰ কৰা, মুদ্ৰাবিজ্ঞান, মানৱ আৰু অন্য প্ৰাণীবোৰৰ প্ৰাচীন জীৱাশ্ম, ছয় ঋতু, সমুদ্ৰৰপৰা অহা বায়ুৰ নিয়মিত লহৰ আদি অনেক বিষয় আছে। জ্যোতিৰ্বিজ্ঞান হৈছে আমাৰ দেশৰ ইতিহাস সংকলনৰ কাৰণে

অতি আৱশ্যকীয় বিষয়। সকলো শাস্ত্ৰ আৰু কলাৰ অসীম প্ৰগতি হোৱাৰ পিছত অনুভূত হোৱা নিজৰ ক্ষণ ভঙ্গুৰতা, সম্পূৰ্ণ সৃষ্টিত মানৱৰ ক্ষুদ্ৰতা আদিৰ উপলব্ধি হোৱাৰ পিছত এনে অনেক বিষয় আছে যাৰ সূক্ষ্ম আৰু অন্তস্পৰ্শী অনুশীলনৰ অবিহনে ভাৰতৰ ইতিহাসৰ সংকলন সম্ভৱ নহয়।

এই গ্ৰন্থৰ প্ৰণয়ন, সংকলন, মুদ্ৰণ, মানচিত্ৰ আদি প্ৰস্তুত কৰাত যিসকলৰ সহায়-সহযোগ লাভ কৰা হৈছে তেওঁলোকক ধন্যবাদ জ্ঞাপন কৰা আমাৰ কৰ্তব্য। মুখবন্ধ লিখা মাননীয় শ্ৰীসুদৰ্শনজী আৰু আশীৰ্বচন দিয়া প. পূ. সৰসংঘচালক শ্ৰীবালসাহেব দেৱৰসজীৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰাৰ কোনো ভাষা নাই।

ভৱিষ্যতৰ কাৰ্যাৱলীত অনেকানেক লোকৰ সহযোগিতা প্ৰাৰ্থনা কৰি এই পুষ্প স্বৰ্গীয় বাবাসাহেব আপ্টেৰ স্মৃতিত অৰ্পণ কৰি আমি এই পুষ্পৰ কাৰণে কৃতাৰ্থ আৰু ভৱিষ্যতে অন্য পুষ্পৰ প্ৰকাশনৰ কাৰণে কৃতসঙ্কল্প।

মো. নী. পিঙ্গলে
কাৰ্যাধ্যক্ষ
শ্ৰীবাবাসাহেব আপ্টে স্মাৰক সমিতি

# মুখবন্ধ

গুৰুবৰ ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছে—"সেই দেশ ভাগ্যবান যিয়ে চিৰন্তন স্বদেশক দেশৰ ইতিহাসত বিচাৰি পায়। বাল্যকালত ইতিহাসে দেশৰ লগত সেইসকলৰ পৰিচয় ঘটাই দিয়ে। কিন্তু আমাৰ ইয়াত একেবাৰে ওলোটা। দেশৰ ইতিহাসে আমাৰ স্বদেশক আচ্ছাদিত কৰি ৰাখিছে। ইংৰাজৰ ল'ৰাই জানে যে তেওঁলোকৰ দেউতাক-ককাকে নানান ৰণ জিনিছিল, অনেক দেশ দখল কৰিছিল আৰু বাণিজ্য-ব্যৱসায় বঢ়াইছিল। তেওঁলোকে নিজেও ৰণগৌৰৱ, ধনগৌৰৱ আৰু বাণিজ্য গৌৰৱৰ অধিকাৰী হ'বলৈ বিচাৰে। আমি জানো যে আমাৰ পূৰ্ব-পুৰুষে দেশ অধিকাৰ আৰু বাণিজ্য-ব্যৱসায় কৰা নাছিল। এইবোৰ জনোৱাৰ কাৰণেই হৈছে ভাৰতৰ ইতিহাস। তেওঁলোকে কি কৰিছিল সেয়া আমি নেজানো।"

ইংৰাজৰ ৰাজত্বকালতেই লিখা গুৰুবৰৰ বাক্য স্বাধীনতা লাভ কৰাৰ চাৰি দশক পিছতো সিমানেই সাৰ্থক হোৱাটো আমাৰ দুৰ্ভাগ্য নহৈ নো কি হ'ব? আমি কি আছিলো যদি সেইটোৱেই নেজানো তেনেহ'লে আমি কি হ'ম সেই প্ৰশ্নটো অমুকলিত হৈ ৰয়। ইংৰাজৰ ৰাজনৈতিক আক্ৰমণ সমাপ্ত কৰিবলৈ দেশ জুৰি এক ব্যাপক আন্দোলন হ'ল কিন্তু সেইসকলৰ দ্বাৰা আমাৰ ইতিহাসক কৰা আক্ৰমণৰ বিৰুদ্ধে থিয় হ'বলৈ কোনো শক্তিশালী সংগঠন গঢ়ি নুঠিল। এতিয়াও আমি সেই বিকৃত অৱধাৰণাবোৰকে বুকুত সাৱটি লৈ বহি আছো যাক ইংৰাজে 'ভেদ বঢ়োৱা আৰু ৰাজত্ব কৰা' নীতিৰ অন্তৰ্গত আমাৰ ইতিহাসত সন্নিবিষ্ট কৰিছে।

দেশত সময়ে সময়ে এনে বিদ্বান নোহোৱা নহয় যিসকলে ইংৰাজৰ এই ষড়যন্ত্ৰ উদঙাই দিয়াৰ প্ৰচেষ্টা নকৰা নহয়। এই বিদ্বানসকলৰ সিদ্ধান্তৰ আদৰ ইংৰাজৰ ৰাজত্বৰ সময়ত হোৱাবতো প্ৰশ্নই নুঠে কিন্তু

স্বাধীনতা লাভৰ পিছতো সেইসকলৰ প্ৰতি অবজ্ঞা কৰা হ'ল আৰু দেশৰ শিক্ষা—নিয়ন্ত্ৰণ সেইসকলৰ হাতত থাকিল যিসকল মেকালেৰ শিক্ষা-পদ্ধতিৰ সৃষ্টি আছিল আৰু ইংৰাজে প্ৰচাৰ কৰা সিদ্ধান্তবোৰকে অকাট্য সত্য বুলি মানি চলিছিল। আজিও এনে লোকৰ নিয়ন্ত্ৰণ ভাৰতীয় ইতিহাসৰ ওপৰত দেখা যায়।

যিবোৰ প্ৰমূল্যৰ আধাৰত ইংৰাজে ভাৰতৰ ইতিহাস ৰচনা কৰিলে সেইবোৰৰ ভিতৰত এক হৈছে যে আৰ্য নামৰ এটি বংশ আছিল আৰু এই বংশৰ লোকসকলে মধ্য এচিয়াত বাস কৰিছিল, য'ৰ পৰা তেওঁলোকে চাৰিওফালে বিয়পি পৰিছিল। তাৰে দল এটা খাইবাৰ গিৰিপথেদি আহি ভাৰতত প্ৰবেশ কৰিলে আৰু ইয়াৰ 'আদিবাসী' সকলক পৰাস্ত কৰি সেইসকলক পৰ্বত আৰু হাবিলৈ পলাই যাবলৈ বাধ্য কৰালে বা তেওঁলোকক নিজৰ 'দাস' কৰি নিজৰ পৰিচৰ্যাৰ কাৰণে বাধ্য কৰালে। স্বাধীনতাৰ পূৰ্বেই নহয়, পিছতো অনেক ভাৰতীয় বিদ্বানে পুৰাতত্ব, জ্যোতিষ, ভাষাশাস্ত্ৰ, বেদ-পুৰাণ আদি বেলেগ বেলেগ মাধ্যমৰ ব্যৱহাৰ কৰি অকাট্য যুক্তিৰে এই সিদ্ধান্তক কেৱল অসত্য বুজিয়েই প্ৰতিপন্ন নকৰিলে বৰং আন্তৰাষ্ট্ৰীয় ক্ষেত্ৰত ইয়াৰ ওপৰত পুনৰ্বিবেচনা কৰাৰ কাৰণেও প্ৰেৰিত কৰিলে। কিন্তু ভাৰতীয় শিক্ষা-নীতিৰ নিৰ্দ্ধাৰকৰ কাৰণে সেইবোৰ প্ৰস্তাৱৰ কোনো গুৰুত্ব দেখা নগ'ল আৰু আমাৰ ল'ৰা-ছোৱালীয়ে সেইবোৰ কথাকে পঢ়ি আছে যে আৰ্যসকল ভাৰতলৈ বাহিৰৰ পৰা আহিছিল আৰু তেওঁলোকে ইয়াৰ মূল নিবাসীসকলৰ ওপৰত আধিপত্য বিস্তাৰ কৰিছিল। এই এটি ভুল প্ৰতিপাদনৰ কাৰণেই আৰ্য-অনাৰ্য, আদিবাসী-অনাদিবাসী, উত্তৰ-দক্ষিণ, ব্ৰাহ্মণ-অব্ৰাহ্মণ, স্পৃশ্য-অস্পৃশ্য আদি অনেক অশান্তিৰ উদ্‌ভৱ হৈছে যাৰ আধাৰত বিদেশী শক্তিৰ উচটনিত ভাৰতক টুকুৰা-টুকুৰ কৰাৰ ষড়যন্ত্ৰ চলিছে।

তেওঁলোকৰ আন এক প্ৰতিপাদন আছিল যে ভাৰত কেতিয়াও এখন ৰাষ্ট্ৰ নাছিল। ভিন-ভিন ভাষা; পন্থাৰ আধাৰত ইয়াত ক্ষুদ্ৰ-ক্ষুদ্ৰ ৰাষ্ট্ৰ

আছিল যিবোৰে অনবৰত যুদ্ধ আদিত লিপ্ত আছিল । সেই সকলো-বোৰকে এক ৰাজনৈতিক শাসনৰ অন্তৰ্গত অনাৰ গৌৰৱ ইংৰাজৰ প্ৰাপ্য, ভাৰত এতিয়াও এখন ৰাষ্ট্ৰ হোৱাৰ প্ৰক্ৰিয়াত আগবাঢ়িছে ইত্যাদি ইত্যাদি । এই প্ৰতিপাদনৰ অন্তৰালত যোৱা ডেৰশ-বছৰৰ পৰা ইউৰোপত অস্তিত্বলৈ অহা 'নেশন'ৰ অৱধাৰণাকে প্ৰধান বুলি কব পাৰি । ইউৰোপত নৰ্মান, চেক্সন, পোল, চেক, শ্লোভাক আদি ভিন-ভিন-জনজাতিয়ে পৰস্পৰে সংঘৰ্ষ আৰু সহযোগিতা কৰি কৰি যি ৰাজ্য স্থাপন কৰিলে সেয়ে বৰ্তমান ইউৰোপৰ 'নেশন'ৰ জনকস্বৰূপ হ'ল । জীৱন-সংঘৰ্ষত নিজৰ অস্তিত্ব ৰক্ষাৰ নিমিত্তে য'ত ভিন-ভিন জনজাতিয়ে দীৰ্ঘকালীন সংঘৰ্ষত লিপ্ত হৈছে ত'তেই সেইবোৰৰ মাজত অটুট সম্বন্ধৰ বিকাশ হ'ল আৰু তেওঁলোকে পৰস্পৰে সমিলমিলৰ ভাৱেৰে লগ হৈ এক নেশন'ৰ গঢ় দিলে । ক'ৰবাত এক ৰাজসত্তাৰ অন্তৰ্গত দীৰ্ঘকাল থকাৰ পিছত পৰস্পৰৰ মাজত এক আপোন ভাবৰ বিকাশ হ'ল আৰু ক'ৰবাত সুস্পষ্ট ভৌগোলিক পৰিসীমাত আবদ্ধ 'নেশন'ৰ ভাবাদৰ্শ বিকাশৰ কাৰণে সেয়া সম্ভৱ হ'ল । উনবিংশ শতিকাৰ শেষত আৰু বিংশ শতিকাৰ আৰম্ভণিতে নেশন আৰু ৰাজ্যৰ সীমা সমৱৰ্তী হোৱাৰ কথা প্ৰমুখভাৱে দৃষ্টিগোচৰ হ'ল আৰু 'ষ্টেট-নেশন' তথা 'নেশন-ষ্টেট'ৰ অৱধাৰণা সুদৃঢ় হ'ল ।

এইটো দেখদেখ কথা যে এই অৱধাৰণাৰ ফলস্বৰূপে তেওঁলোকে ভাৰতীয় 'ৰাষ্ট্ৰ'ৰ মূল্যাঙ্কন কৰাৰ প্ৰয়াস কৰিলে আৰু ভাষা, জাতি, পন্থা, খোৱা-বোৱা, ৰীতি-নীতি আদিৰ মাজত বৈবিধ্য দেখি যদি তেওঁলোকৰ এনে ভাব হৈছিল যে ই এখন ৰাষ্ট্ৰ নহয়, অনেক ৰাষ্ট্ৰৰ সমূহ তেনেহলে তাত আচৰিত হ'বলগীয়া একো নাই । অৱশ্যে এনে লোকৰ সংখ্যাও তাকৰ নহয় যে যিসকলে এই বৈবিধ্যৰ অন্তৰালত ঐক্যৰ অনুভৱ কৰিছিল আৰু তাৰ উল্লেখো কৰিছিল । সুপ্ৰসিদ্ধ ইতিহাসবিদ ভিনসেণ্ট স্মিথৰ মন্তব্য এই প্ৰসঙ্গত উল্লেখযোগ্য ! তেওঁ কৈছিল, "ভাৰতত নিঃসন্দেহে এক গভীৰ মৌলিক আন্তৰিক ঐক্য

বিৰাজমান যি সেই একতাতকৈও বেছি গভীৰ, যি ভৌগোলিক অৱস্থান বা ৰাজনৈতিক অধিসত্তাৰ কাৰণে প্ৰাপ্ত। এই ঐক্য ৰক্ত-বৰ্ণ, ৰীতি-নীতি, ধৰণ-কৰণ, পন্থা-ভাষা আদিৰ অসংখ্য বৈবিধ্যৰ উৰ্দ্ধত সাকাৰ হৈছে। ভাৰতৰ সৰ্বপ্ৰধান মৌলিক একতা এই তথ্যৰ ওপৰত আধাৰিত যে ভাৰতৰ বিবিধ প্ৰকাৰৰ লোকে এক বিচিত্ৰ প্ৰকাৰৰ সংস্কৃতি আৰু সভ্যতাৰ জন্ম দিছে যি পৃথিৱীৰ আন যিকোনো সংস্কৃতি আৰু সভ্যতাৰ পৰা সম্পূৰ্ণ ভিন্ন।"

ভিন্নতাৰ মাজত একতাৰ সিদ্ধান্তৰ ওপৰত আধাৰিত ভাৰতীয় সংস্কৃতিৰ প্ৰবাহ বৈদিক কালৰ পৰা আজিলৈকে অক্ষুণ্ণ ৰূপত চলি আহিছে আৰু সেয়েই হৈছে ভাৰতৰ ৰাষ্ট্ৰীয়তাৰ আধাৰভূত তত্বও। ভাৰতীয় সাংস্কৃতিক চেতনাই ব্যক্তিৰ পৰা আৰম্ভ কৰি পৰমেষ্টিলৈ এক আত্মতত্বৰ বিকাশ বুলি গণ্য কৰে আৰু পৰিয়াল, জাতি, ৰাষ্ট্ৰ আদিক সেই বিকাশৰ বিভিন্ন পদক্ষেপ ৰূপে। গতিকে ভাষা, পন্থা, জাতি আদিৰ ওপৰত আধাৰিত প্ৰত্যেক সমষ্টিৰ বিকাশৰ বিভিন্ন অৱস্থাকেই সাৰ্থক বুলি ভবা হৈছে, সেইবাবে ভাৰতীয় সংস্কৃতি সংঘৰ্ষ আৰু বিনাশৰ ওপৰত নহয়, সহযোগিতা আৰু সমন্বয়ৰ ওপৰত বিশ্বাস কৰি আহিছে আৰু এয়েই হৈছে ইয়াৰ সুদীৰ্ঘ জীৱনৰ ৰহস্যও।

কিন্তু ইমান প্ৰাচীন ৰাষ্ট্ৰ জীৱনৰ অস্তিত্ব স্বীকাৰ কৰাতো জগৎ-বিজেতা বুলি কোৱা ইউৰোপীয়সকলৰ অংহকাৰক আঘাত দিব পৰা কথা আছিল আৰু সেইবাবে ভাৰতক এক নৱ 'নিৰ্মিয়মান' ৰাষ্ট্ৰৰ ৰূপত চিত্ৰিত কৰাটো তেওঁলোকে যুগুত বুলি ভাবিছিল। কিন্তু দুৰ্ভাগ্যৰ কথা যে স্বাধীনতাৰ পিছতো ভাৰতৰ বৌদ্ধিক জগতৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা মেকেলৰ পুত্ৰই আজিও লক্ষ্যভেদ কৰিবলৈ এৰা নাই। আজি ভাৰতত খালিস্তান, দলিতস্তান, ঝাৰখণ্ড, ট্ৰাইবেললেণ্ডৰ দৰে দাবীবোৰ ইয়াৰেই পৰিণতি।

তেওঁলোকৰ তৃতীয় প্ৰতিপাদনটো হৈছে কাল নিৰ্ণয় সম্বন্ধীয়। ভাৰতীয় ইতিহাসৰ তিথিবোৰ অধিক অৰ্বাচীন কৰিবলৈ গৈ তেওঁ-

লোকে বিচাৰিছিল যে ভাৰতৰ ইতিহাস অতি পুৰণি নহয়। এয়েই নহয়, মহাভাৰত আৰু পুৰাণকো তেওঁলোকে কল্পনা বুলি ঘোষণা কৰিছিল আৰু তাত দিয়া কালক্ৰম আৰু বংশাৱলীবোৰক কল্পনাপ্ৰসূত বুলি মানি লৈছিল আৰু এনে সিদ্ধান্ত দিছিল যে ভাৰতত ইতিহাস লেখনৰ কোনো স্বীকৃত পৰম্পৰাই নাছিল। ভাৰতীয় ইতিহাসৰ নিৰ্ভৰ-যোগ্য (?) কালক্ৰম নিৰ্ণয় কৰিবলৈ তেওঁলোকে আলেকজেণ্ডাৰৰ আক্ৰমণৰ তিথিক আধাৰ স্বৰূপে গ্ৰহণ কৰিছিল আৰু তেওঁৰ সেনাপতি চেলুকচৰ লগত যুদ্ধ কৰোঁতা চেণ্ড্ৰাকোট্টচক চন্দ্ৰগুপ্ত মৌৰ্য বুলি মানি চন্দ্ৰগুপ্তৰ তিথি নিৰ্দ্ধাৰিত কৰিছিল আৰু ইয়াকেই আধাৰভূত তিথি বুলি গ্ৰহণ কৰি ভাৰতীয় ইতিহাসৰ অন্য তিথিবোৰৰ নিৰ্দ্ধাৰণ কৰিছিল? কিন্তু স্বৰূপাৰ্থত চেণ্ড্ৰাকোট্টচ জানো সঁচাকৈয়ে চন্দ্ৰগুপ্ত আছিল? অনেক ইতিহাসবিদে এই নিৰ্ণয়ক তথ্যৰ ভিত্তিত প্ৰত্যাহ্বান জনাইছে আৰু ইংৰাজৰ নিৰ্নীত সিদ্ধান্তক অস্বীকাৰ কৰিবলৈ অনুৰোধ জনাইছে। কিন্তু চেণ্ড্ৰাকোট্টচ প্ৰকৃততে কোন আছিল সেই বিষয়ে এতিয়াও কোনে নিৰ্বিবাদ সিদ্ধান্ত হোৱা নাই। কিছুমানে তেওঁক পাটলীপুত্ৰৰ সমুদ্ৰগুপ্ত আৰু কিছুমানে তেওঁক পৰিভদ্ৰৰ চন্দ্ৰকেতু বুলি থিৰ কৰিছে। এই ক্ষেত্ৰত অনুসন্ধানৰ প্ৰয়োজন নোহোৱা নহয়।

ভাৰতত শতাব্দী জুৰি চলি অহা কালগণনাৰ অবিচ্ছিন্ন পৰম্পৰা অনুসৰি ১৮ মাৰ্চ ১৯৮৮ খৃঃত কলিযুগৰ ৫০৯০ বছৰ আৰম্ভ হয়। মহাভাৰতৰ যুদ্ধ কলিযুগাৰম্ভৰ ৩৬ বছৰ পূৰ্বৰ ঘটনা। এই আধাৰৰ ভেটিত মহাভাৰতৰ পূৰ্বৰ আৰু পিছৰ অনেক ৰাজবংশৰ উল্লেখ হৈছে। কাশ্মীৰৰ কহ্লণৰ ৰাজতৰঙ্গিনীতো সেই আধাৰৰ ভেটিতে কালক্ৰম দিয়া হৈছে আৰু ত্ৰিপুৰী আৰু দিমাচা কছাৰীৰ ৰজাৰ বংশাৱলীও মহাভাৰতৰ যুদ্ধত ভাগ লোৱা তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ সৈতে সন্নিবিষ্ট কৰা হৈছে। গতিকে অনেক ইতিহাসবিদে স্বীকাৰ কৰে যে মহাভাৰতৰ যুদ্ধৰ তিথিক ভাৰতীয় ইতিহাসৰ আধাৰভূত তিথি বুলি মনা অধিক যুক্তিসংগত।

আৰু এটি কথা মনকৰিবলগীয়া। আজিও বিদ্যালয়বোৰত পঢ়োৱা ইংৰাজ প্ৰণীত ইতিহাস দৰাচলতে আক্ৰমণকাৰীসকলৰ ইতিহাস। যি যি সময়ত বিদেশীয়ে—সেয়া লাগিলে গ্ৰীক, কুশান বা পাৰ্থিয়ানেই হওক, আৰব, তুৰ্কী, আফগান বা মোগলেই হওক অথবা পৰ্তুগীজ, ফৰাচী, ডাচ বা ইংৰাজেই হওক—ভাৰতক আক্ৰমণ কৰি পৰাজিত কৰিছিল সেই সেই সময়ৰ ঘটনাৰ বৰ্ণনা বিস্তাৰিত ভাৱে কৰিছে। কিন্তু ভাৰতীয় অস্মিতাই এই সামাজিক, ধাৰ্মিক আৰু ৰাজনৈতিক আক্ৰমণৰ পৰা নিজক ৰক্ষা কৰাৰ কাৰণে যিবোৰ উপায় কৰিছিল, সংঘৰ্ষ কৰিছিল, ৰণনীতি গ্ৰহণ কৰিছিল সেইবোৰৰ সূত্ৰবদ্ধ বৰ্ণনা আমাৰ ইতিহাসবিদসকলে সেইদৰে কৰিব পৰা নাছিল। ইয়াৰ কাৰণ হৈছে যে ইংৰাজৰ পদচিহ্নত চলা আমাৰ অধিকাংশ ইতিহাসবিদে এইটো স্বীকাৰ কৰিবলৈ অস্বীকাৰ কৰিছিল যে ভাৰতৰ বৈদিক কালৰ পৰা আজিলৈকে এক সনাতন ৰাষ্ট্ৰজীৱনৰ প্ৰবাহ অক্ষুণ্ণ আছে। এনে পৰিপ্ৰেক্ষিতত ভাৰতীয় ইতিহাসৰ এনে এক ৰূপৰেখা প্ৰস্তুত কৰা প্ৰয়োজন যি উপযুক্ত বিকৃতিবোৰৰ পৰা মুক্ত হব আৰু ভাৰতীয় ৰাষ্ট্ৰজীৱনৰ এক অখণ্ড সাংস্কৃতিক প্ৰবাহৰ অভিব্যক্তি বুলি স্বীকাৰ কৰি ইয়াৰ উত্থান-পতন, জয়-পৰাজয়ৰ ক্ষেত্ৰত প্ৰকাশ পোৱা ইয়াৰ সনাতন জিজীৱিষা চিত্ৰিত কৰিব পাৰে। শ্ৰীৰামভাট্ট সাঠে কিশোৰৰ বাবে প্ৰণয়ন কৰা এইখন গ্ৰন্থ এনে প্ৰয়াসৰে প্ৰাৰম্ভণি মাথোন।

সূক্ষ্ম অধ্যয়ন আৰু অধ্যৱসায় শ্ৰীৰামভাট্ট সাথেৰ এক অঙ্গীভূত গুণ যি তেখেতৰ প্ৰণীত তিনিখন গ্ৰন্থত (দি ভাৰত ৱাৰ, ইজ সেণ্ড্ৰাকোট্টচ চন্দ্ৰগুপ্ত ? আৰু দি এজ অফ বুদ্ধ) প্ৰস্ফুটিত হৈ উঠিছে। এই বিষয়বোৰৰ সম্বন্ধে প্ৰাপ্ত সমলবোৰ একত্ৰিত কৰি ইতিহাসৰ অধ্যেতাসকলক পুনৰ্বিচাৰ কৰিবলৈ প্ৰেৰিত কৰিছে। তেওঁ নিজে সিদ্ধান্তসূচক মত দিয়াৰ পৰা বিৰত আছে কিন্তু কি কি কাৰণত ভাৰতীয় ইতিহাসৰ কালক্ৰমৰ ওপৰত পুনৰ্বিচাৰ কৰা উচিত সেই বিষয়ে অকাট্য যুক্তি দাঙি ধৰিছে। এই গ্ৰন্থখনিৰ উদ্দেশ্য হৈছে যে কিশোৰ কালৰ পৰাই

আমাৰ বিদ্যাৰ্থীসকলৰ সমুখত স্বদেশৰ ইতিহাসৰ সামগ্ৰিক চিত্ৰ যাতে দাঙি ধৰিব পৰা যায় আৰু নিজৰ পূৰ্বপুৰুষসকলৰ পৰাক্ৰমৰ পৰা প্ৰেৰণা লভি, তেওঁলোকৰ ভুলবোৰৰ পৰিশোধন কৰি এক উজ্জ্বল ভৱিষ্যত নিৰ্মাণৰ কাৰণে যাতে তেওঁলোকে গতিশীল হব পাৰে। ইয়াৰ ফলত তেওঁলোকৰ মাজত সেই দৃষ্টি বিকশিত হব যিয়ে ভাৰতৰ ইতিহাসক নিজৰ ৰাষ্ট্ৰজীৱনৰ আশা-আকাংক্ষা, জয়-পৰাজয়, উত্থান-পতনৰ চিৰ প্ৰবাহৰ ৰূপত দেখিবলৈ পায় আৰু এন্ধাৰ দিশবোৰো আলোকিত কৰাৰ কাৰণে প্ৰবৃত্ত হব পাৰে যি ভাৰতৰ সৰ্বাঙ্গপূৰ্ণ ইতিহাস লেখনৰ কাৰণে অতি আৱশ্যক।

বৰ্ষ প্ৰতিপদা — কুপ. সী. সুদৰ্শন

কলিযুগাব্দ ৫০৯০

# আশীৰ্বচন

মোৰ পৰম মিত্র আৰু ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সহযোগী কাৰ্যকৰ্তা শ্ৰীৰাম সাঠে প্ৰণীত ভাৰতীয় ইতিহাস মালাৰ অন্তৰ্গত ভাৰতীয় ইতিহাসত এভুমুকিৰ কাৰণে নিজৰ শুভেচ্ছা পঠিয়াবলৈ পাই নথৈ বং পাইছো। তেওঁৰ এই গ্ৰন্থখন ভাৰতীয় ইতিহাসৰ লগত সম্বন্ধিত। আজিলৈকে অনেক ব্যক্তিয়ে বিভিন্ন প্ৰকাৰে আধুনিক কালখণ্ডত ভাৰতৰ ইতিহাস প্ৰণয়ন কৰিছে। ইতিহাসক কেৱল ৰাজপৰিয়ালৰ মাজৰ যুদ্ধৰ বিৱৰণী বুলি মনা ধাৰণা এতিয়া অপ্ৰচলিত হৈ পৰিছে। ইতিহাসক এতিয়া বিশিষ্ট ভূখণ্ডত থকা লোকৰ সামগ্ৰীক জীৱনৰ আলেখলেখ বুলি গ্ৰহণ কৰা ধাৰণা দৃঢ় হৈ পৰিছে। এই অৱধাৰণা গ্ৰহণ কৰাৰ পিছতো দেখা যায় যে ইতিহাস লিখাৰ দৃষ্টিকোণ সকলোৰে সমান নহয়। মাৰ্ক্সবাদীৰ দৰে ইতিহাস লেখকে দ্বন্দ্বাত্মক ভৌতিকবাদ স্বীকাৰ কৰি মানি লয় যে সকলো ৰাজনৈতিক দৃশ্যপট, নীতি-নিৰ্দ্ধাৰণ, দৰ্শন, কলা আদি সকলো কথা উৎপাদনৰ পৰিমাপেৰে নিশ্চিত হয় আৰু এই দৃষ্টিকোণ সমুখত ৰাখি সেইসকলে ভাৰতৰ ইতিহাস প্ৰণয়ন কৰাৰ প্ৰয়াস কৰিছে। ভাৰতবৰ্ষত ইংৰাজৰ অধিকাৰ সাব্যস্ত হোৱাৰ পিছত কিছুমান ইংৰাজ বিদ্বানে এক বিজেতাৰ ৰূপত ভাৰতৰ ইতিহাস লিখিলে। বিজেতাবৰ্গৰ ইতিহাসবিদৰ দৃষ্টিত এই ধাৰণা প্ৰধান আছিল যে ৰণথলীত যি পৰাজিত হয় সেইসকলৰ সংস্কৃতি, পৰম্পৰা, সাহিত্য—সকলো নিম্নমানৰ হোৱা উচিত আৰু যদি সেইবোৰক নিকৃষ্টতাৰ কলঙ্ক জাপি দিব নোৱাৰি তেনেহ'লে আনৰ পৰা ধাৰ কৰা পৰানুৱৰ্তী হোৱাৰ কাৰণে দ্বিতীয় শ্ৰেণীৰ আখ্যা অতি সহজে দিব পাৰি। এই মনোবৃত্তিৰ ফলত ৰামায়ণৰ প্ৰেৰণা হোমাৰৰ মহাকাব্যৰ পৰা পোৱা আৰু সংস্কৃত নাটকৰ লেখন আলেকজেণ্ডাৰৰ আক্ৰমণৰ পিছত গ্ৰীক লোকৰ লগত ভাৰতীয়সকলৰ সম্বন্ধ স্থাপিত

হোৱাৰ সম্ভাৱনাৰ কথাৰ দৰে বিচিত্ৰ কিন্তু আচৰিত তৰ্ক এক সময়ত খুব চলিছিল। যিকোনো প্ৰকাৰৰ লেখন নহওক কিয়, কিছু নহয় কিছু অংশ আত্মনিষ্ঠ (Subjective) হয় আৰু সেইবাবে লেখকৰ পূৰ্বাগ্ৰহৰ প্ৰভাৱ লেখামিলাত নপৰাকৈ নেথাকে।

এনে এক পূৰ্বাগ্ৰহ ভাৰতীয় ইতিহাসৰ প্ৰসঙ্গত বেছ প্ৰবলভাৱে দেখা যায় যে আৰ্য নামৰ কোনো বংশই (race) বাহিৰৰ পৰা ভাৰতক আক্ৰমণ কৰিছিল আৰু পুনৰ তেওঁলোকে ইয়াত বসবাস কৰিলে। অধ্যাপক মেক্সমূলাৰে ভাষা-সামৰ্থৰ আধাৰত 'আয়ৰ্ন' নামৰ ভাষাসমূহৰ কল্পনা কৰিছিল। কিন্তু ইতিহাস লেখকে ইয়াৰ আধাৰত 'আয়ৰ্ন' নামৰ বংশৰ কল্পনা কৰি পেলালে। অতি আশ্চৰ্যৰ কথা এই যে যি ক্ষেত্ৰত মেক্সমূলাৰে নিজে চিঞৰি চিঞৰি কৈ গ'ল যে 'আয়ৰ্ন' শব্দৰ প্ৰয়োগেৰে তেওঁ কোনো বংশ বিশেষৰ নিৰ্দেশ কৰা নাই, তথাপি ইতিহাসবিদৰ ই কাণত নোসোমাল। সেই ইতিহাসবিদসকলে নিজৰ ভুল শুধৰোৱাৰ বাবে যত্নবান নহ'ল। ফলত তেওঁলোকৰ সেই বিকৃত দৃষ্টিকোণ এক ঐতিহাসিক সত্য ৰূপে দৃঢ় হৈ ৰ'ল যে আৰ্যসকল বাহিৰৰ পৰা আক্ৰামকৰ ৰূপত ভাৰতলৈ আহিছিল আৰু যিদৰে ইউৰোপীয় উপনিবেশবাদীসকলে আফ্ৰিকা, আমেৰিকা অষ্ট্ৰেলিয়া আদি ভূ-ভাগত নিজৰ আধিপত্য স্থাপন কৰি সেই ঠাইবোৰৰ আদিবাসী-বোৰৰ সংহাৰ আৰু সেইবোৰৰ ওপৰত অত্যাচাৰ কৰিছিল, সেইদৰে 'আৰ্য' নামৰ আক্ৰামকেও ভাৰতৰ ওপৰত হয়তো কৰিছিল। এই ধাৰণাৰ আধাৰত এইটো কৰলৈ প্ৰয়াস কৰা হৈছে যে মহেঞ্জোদাৰো আৰু হৰপ্পা আদি খননত বিকশিত সংস্কৃতিৰ যি নমুনা পোৱা যায়, সেইবোৰ আৰ্যৰ আক্ৰমণকাৰী দলৰ দ্বাৰা ধ্বংস কৰা ভাৰতৰ প্ৰাচীন নিবাসীসকলৰ সংস্কৃতিৰ চানেকি। এই সকলোবোৰ পূৰ্বাগ্ৰহ আৰু এইবোৰৰ আধাৰিত অনুমান সত্যৰ পৰা কিমান দূৰৈত, এই কথা এতিয়া দৃষ্টিগোচৰলৈ আহিছে। গতিকে স্বাভাৱিকতে ভাৰতীয় ইতিহাসৰ

পুনৰ্লেখনৰ প্ৰয়োজন হৈ পৰিছে। এই গ্ৰন্থখনি সেই প্ৰয়োজন পূৰ কৰাৰ দৃষ্টিৰে এক মহান প্ৰয়াস।

মই ইতিহাসৰ কোনো পণ্ডিত নহওঁ। গতিকে মই দাবী কৰিব নোৱাৰোঁ যে ইয়াত উল্লেখিত প্ৰতিটো কথা প্ৰমাণৰ আধাৰত লিপিবদ্ধ কৰা হৈছে। এয়া হৈছে এই বিষয়ৰ অভিজ্ঞ-বিদ্বান, বিশেষজ্ঞ সকলৰ কাম, আৰু তেখেতসকলে এই বিষয়ে নিজৰ মতামত অভিব্যক্ত কৰিব। তথাপি যি নবীন দৃষ্টিকোণেৰে ভাৰতৰ এই ইতিহাস লিখা হৈছে সেই দৃষ্টি এই দেশৰ লগতে সেইবোৰ লোকৰো একেই, যিসকলে এই দেশখনৰ নিৰ্মাণ কৰিলে, যিসকলে ইয়াত নিজৰ আদৰ্শ প্ৰতিষ্ঠাপিত কৰিলে, যিসকলে ইয়াত কলা আৰু সাহিত্যৰ বিকাশ সাধন কৰিলে যিসকলে, এই দেশক নিজৰ প্ৰাণতকৈ অধিক প্ৰেম কৰিলে, যিসকলৰ বিজয় আৰু গৌৰৱত এই দেশে নিজে গৌৰৱান্বিত বোধ কৰিলে আৰু যিসকলৰ পৰাজয়ত অপমান আৰু গ্লানিৰ অনুভৱ কৰিলে। এই দেশৰ লগত একাত্মতা স্থাপিত কৰোঁতাসকলৰ দৃষ্টিৰে এই ইতিহাস ৰচনা কৰা হৈছে। এয়া কোনো বিজেতাৰ দৃষ্টিকোণ নহয় যাৰ কাৰণে বিজেতাৰ আক্ৰমণবোৰৰ আধাৰত 'মুছলিম কাল', 'বৃটিছ কাল'ৰ দৰে খণ্ডত বিভক্ত কৰা নাই। বৰং সহস্ৰাবধি বৰ্ষৰ কালখণ্ডত নানাবিধ পৰিবৰ্তনক আত্মসাৎ কৰি কিন্তু ইয়াৰ মূলভূত স্বৰূপ আৰু জীৱন প্ৰমূল্যক স্থিৰ ৰাখি—সকলোৰে এক সংস্কৃতি আৰু ইয়াৰ কাৰণে এইখন এখন ৰাষ্ট্ৰ এই অৱধাৰণা, একৰস, একাত্ম ৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় দৃষ্টিকোণেৰে লিখা এখন ইতিহাস। ই যিদৰে এই ৰাষ্ট্ৰৰ বিজয় আৰু ঐশ্বৰ্যৰ অভিলেখ, সেইদৰে এই ৰাষ্ট্ৰৰ ওপৰত হোৱা আক্ৰমণ আৰু সেই আক্ৰমণবোৰৰ প্ৰতিকাৰৰো অভিলেখ।

মোৰ বিশ্বাস যে ইতিহাসৰ অধ্যাপকসকলক এই গ্ৰন্থই এক নবীন দৃষ্টি প্ৰদান কৰিব।

মঃ দঃ দেৱৰস

# দুৰাৰ দলিতে

ইতিহাস কেৱল অতীতৰ দিনলিপি নহয়, ই এক মহৎ শিক্ষাপ্ৰদ ৰচনাও। ইতিহাসে সজাগতাৰ সৃষ্টি কৰে। নবীন আৰু অতি আশাপ্ৰদ ভৱিষ্যত ৰচনাৰ কাৰণে উৰ্বৰ কঠিয়াতলীৰ ভূমিকা নিৰ্বাহ কৰে। যি ইতিহাস গৌৰৱপূৰ্ণ হয়—সত্যৰ অপলাপ নকৰাকৈ জয়-পৰাজয়, ত্ৰুটি-বিচ্যুতি, গৌৰৱ-স্বাভিমান ইত্যাদিৰ ৰূপৰেখা প্ৰস্তুত কৰে, সেই ইতিহাসে বৰ্তমানৰ পুৰুষক আত্মবিশ্লেষণ কৰি ভৱিষ্যতৰ পথ নিৰ্ণয় কৰাত সহায় কৰে। তেনে ইতিহাস এটা জাতি বা ৰাষ্ট্ৰৰ গৌৰৱ-স্বৰূপ। কিন্তু উদ্দেশ্য প্ৰণোদিত ভাৱে সত্যক আঁৰ কৰি এখন ৰাষ্ট্ৰক হীনমন্যতাৰ চিকাৰ কৰাৰ অভিপ্ৰায়েৰে ইতিহাসৰ পাঠ পঢ়ুৱালে সি কিমান ক্ষতিকৰ হব পাৰে সহজে অনুমেয়। ইংৰাজৰ শাসন কালত নিৰ্মিত ভাৰতৰ ইতিহাসৰ ক্ষেত্ৰত ই লজ্জাজনক ভাৱে প্ৰযোজ্য অথচ আমি সেই বিষয়ে এতিয়াও নিৰ্বিকাৰ। কিন্তু আমি সদায় ভুল পথে পৰিচালিত হৈ থাকিব নোৱাৰোঁ। আমাৰ এই ভুল ভাঙি দিয়াৰ ক্ষেত্ৰত শ্ৰীসাঠেজীৰ প্ৰস্তুত পুথিখনে কিঞ্চিৎভাৱে হ'লেও বৰঙণি নোযোগোৱাকৈ নেথাকে। ইয়াতেই গ্ৰন্থখনৰ সাৰ্থকতা বুলি কব পাৰি।

আমাৰ একান্ত বিশ্বাস যে এই পুথিৰ অধ্যয়নে আমাৰ নতুন পুৰুষক ইতিহাস অধ্যয়নৰ ক্ষেত্ৰত এক নবীন দৃষ্টি প্ৰদান কৰিব আৰু ভাৰতৰ গৌৰৱোজ্জ্বল ইতিহাসৰ বেঙণিৰে সামান্যভাৱে হ'লেও ৰঙাই তুলিব। নিজৰ ৰাষ্ট্ৰৰ গৌৰৱ উপলব্ধি কৰি ত্যাগ, অধ্যৱসায়, সাধনা, নিঃস্বাৰ্থ সেৱা আৰু এক উজ্জ্বল আশাবাদেৰে অনুপ্ৰাণিত হৈ দেশৰ বৰ্তমান আৰু ভৱিষ্যত উজ্জ্বলতৰ কৰিবলৈ আমি এধান-মানিও যদি প্ৰয়াস কৰোঁ তেনেহ'লে এই ইতিহাস গ্ৰন্থ ৰচনা-অনুবাদৰ উদ্দেশ্য সাৰ্থক হব।

ভুপেন্দ্ৰ ৰায়চৌধুৰী

## বিষয়সূচী

### অধ্যায় ঃ এক ঃ ভাৰতীয় ৰাষ্ট্ৰ আৰু ইতিহাসৰ বিশেষত্ব



### অধ্যায় ঃ দুই ঃ প্ৰাক মহাভাৰত সমৰকাল
### ( বিৱস্বানৰপৰা কলিযুগাৰম্ভলৈ )



### অধ্যায় ঃ তিনি ঃ কলিযুগৰ আৰম্ভণিৰ পৰা হৰ্ষবৰ্দ্ধনলৈ

## অধ্যায় ঃ পাঁচ ঃ যুঃ ৪৮৭৪ ৰ পৰা ৫০৫২ (খৃঃ ১৭৭২ ৰ পৰা খৃঃ ১৯৫০ )

# অধ্যায় ঃ এক

## ভাৰতীয় ৰাষ্ট্ৰ আৰু ইতিহাসৰ বিশেষত্ব

"যিসকলে ইতিহাসৰ পৰা একো নিশিকে তেওঁলোকে গৰিমাময় জীৱন নির্বাহৰ পৰা বঞ্চিত হয়।"

এই আপ্ত বাক্যফাঁকি জৰ্জ সন্তায়নৰ। ইয়ে সূচায় আমি ইতিহাস কিয় পঢ়িব লাগে?

কিন্তু বৰ্তমানৰ ভাৰতীয় ইতিহাসে আমাক কি শিকায়? গুৰুদেৱ ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল, "সেইসকল দেশ অতি সৌভাগ্যৱান যিসকলে নিজৰ ইতিহাসত নিজৰ দেশৰ সম্যক পৰিচয় লাভ কৰে। বৃটিছৰ ল'ৰা-ছোৱালীসকলে ইতিহাস পঢ়ি জানিব পাৰে যে তেওঁলোকৰ পূৰ্বপুৰুষসকলে কিদৰে বিভিন্ন যুদ্ধ কৰিছিল, বিভিন্ন দেশ অধিকাৰ আৰু শাসন কৰিছিল আৰু সেই দেশবোৰৰ পৰা সা-সম্পত্তি নিজৰ দেশলৈ আনিছিল। আজি ভাৰতবৰ্ষৰ বিদ্যাৰ্থীসকলে ইতিহাসৰ পৰা শিকে নিজৰ পূৰ্বপুৰুষসকলৰ অক্ষমতাৰ বিষয়ে। তেওঁলোকে নিজৰ ঐতিহ্যৰ বিষয়ে নাজানে।" ইতিহাসে উত্তৰ পুৰুষসকলক শিকায় আৰু দেশে নিজৰ ইতিহাসৰ পৰা শিকে। হিন্দুসকলে হেজাৰ হেজাৰ বছৰ জুৰি কৰা কামবোৰৰ পৰিণাম বৰ্তমানৰ ইতিহাস পঢ়ি জনাটো সম্ভৱ নহয়।

### সাংস্কৃতিক ভাৰতৰ স্বৰূপ

'ভাৰত দেশ' শব্দ দুটি শুনিলেই ভাৰতীয়সকলৰ মনত দুই প্ৰকাৰৰ চিত্ৰ উপস্থিত হয়। স্বাধীনতাৰ পূৰ্বে অৰ্থাৎ যুগাব্দ ৫০৪৯ (ইং ১৯৪৭)ৰ আগভাগত যিসকলে অধ্যয়ন কৰিছিল সেইসকলৰ ধাৰণা হৈছে ভাৰত ইংৰাজে শাসন কৰা ভাৰতীয় ভূখণ্ড। ইয়াত পাকিস্তান, বাংলাদেশ,

ব্ৰহ্মদেশ আৰু শ্ৰীলঙ্কা অন্তৰ্ভূক্ত হৈ আছে আৰু যিসকলে যুঃ ৫০৪৯ ( ইং খৃঃ ১৯৪৭ ) ৰ পিছত অধ্যয়ন কৰিছে সেইসকলে এই দেশবোৰক বাদ দি বাকী ভূখণ্ডক ভাৰত বুলি জানে। যুঃ ৫০৪৯ ৰ পূৰ্বে আৰু ইয়াৰ পিছৰ শাসকসকলে তেওঁলোকৰ দ্বাৰা শাসিত




ভাৰতীয় প্ৰদেশকেই ভাৰত বুলি মানিছিল, তেনেধৰণৰ মানচিত্ৰ তৈয়াৰ কৰিছিল আৰু লোকসকলেও তাকেই বুজিছিল। কোনো শাসকৰ দ্বাৰা শাসিত ভাৰতীয় প্ৰদেশক ভাৰত বুলি জ্ঞান কৰা কথাটি ইংৰাজৰ শাসনকালৰ পৰা আৰম্ভ হৈছিল। ইয়াৰ পূৰ্বে কোনেও ভবা নাছিল। ইংৰাজৰ শাসন কালৰ হেজাৰ বছৰ পূৰ্বেও ভাৰতৰ নাম এই পৃথিৱীত

বিদ্যমান আছিল। এইখন ভাৰতবর্ষৰ বিভিন্ন অংশবোৰত সময়ে সময়ে অনেক শাসকৰ শাসন চলি আহিছিল। প্ৰত্যেক শাসকৰ শাসনকালত নিজৰ প্ৰশাসনৰ ক্ষেত্ৰৰ সলনি হৈছিল অথচ ভাৰত নামেৰে এখন দেশেই পৃথিৱীত আছিল। ভাৰতৰ মানচিত্ৰত আজিৰ আফগানিস্তান গান্ধাৰ নামেৰে প্ৰসিদ্ধ আছিল, যিখন বৃটিছ কালত ভাৰতৰ অন্তৰ্গত নাছিল। ইয়াৰ অৰ্থ হৈছে যে কোনো ৰাজসত্তাৰ দ্বাৰা শাসিত ক্ষেত্ৰক কোনেও ভাৰত বুলি স্বীকাৰ কৰা নাছিল। ভাৰত দেশ আৰু ইয়াৰ ইতিহাস হেজাৰ-হেজাৰ বছৰ পুৰণি বুলি কওঁতাসকলৰ দৃষ্টিত যি ভাৰতবৰ্ষৰ মানচিত্ৰ ভাঁহি উঠে সেয়া শাসকীয় ভাৰতৰ নহয়, সাংস্কৃতিক ভাৰতৰ ছবিহে। বৃটিছ শাসনৰ বহুবছৰ পূৰ্বেই কেৱল ভাৰতীয়সকলেই নহয় পৃথিৱীবাসীয়েও জানিছিল যে ভাৰতৰ মানচিত্ৰৰ আধাৰ ৰাজনৈতিক ক্ষেত্ৰ নহয় বৰং সাংস্কৃতিক ক্ষেত্ৰহে।

সাংস্কৃতিক ভাৰতৰ মানচিত্ৰৰ বিষয়ে হিন্দুসকলৰ প্ৰাচীন সাহিত্যৰ পৰা জানিবলৈ পোৱা যায়। বিষ্ণু পুৰাণৰ শ্লোক এটিত আছে:

উত্তৰং যত্ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈব দক্ষিণম
বৰ্ষং তত্ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ॥ (২-৩-১)

(অৰ্থাৎ উত্তৰে হিমালয় পৰ্বতৰ শাখা-প্ৰশাখাৰে বেষ্টিত প্ৰদেশৰ পৰা আৰম্ভ কৰি দক্ষিণে ভাৰত মহাসাগৰ আৰু তাত অৱস্থিত দ্বীপ সমূহৰ সমন্বিত ভূ-ভাগেই হৈছে ভাৰত দেশ।)

প্ৰাচীন হিন্দু বিদ্বানসকলৰ ভাৰতবৰ্ষৰ বিষয়ে এনেধৰণৰ কল্পনাই আছিল। ভিন ভিন দিশত অৱস্থিত প্ৰদেশবোৰৰ নামো পোৱা যায়। তদনুসৰি পশ্চিম আৰু বায়ু দিশত গান্ধাৰ, দৰদ, কম্বোজ, বাহ্লিক আদি দেশ; উত্তৰে ত্ৰিবিষ্টপ; পূব আৰু আগ্নেয় দিশত প্ৰাগ্‌জ্যোতিষ, সুল, পুণ্ড্ৰ, ব্ৰহ্মদেশ, সুবৰ্ণদ্বীপ, যৱদ্বীপ আৰু দক্ষিণে লঙ্কা প্ৰদেশ অৱস্থিত। আঢ়ৈ হেজাৰ বছৰ পূৰ্বে ভাৰতৰ ওপৰত ইৰাণী, গ্ৰীকাদি বিদেশীসকলৰ আক্ৰমণ হৈছিল। ইয়াৰ হেজাৰ-হেজাৰ বছৰ পূৰ্বেও ভাৰতৰ বিস্তাৰ ইমানেই আছিল আৰু এই বিস্তৃত ভূখণ্ডই হৈছে হিন্দু

সংস্কৃতিৰ ঐক্যৰ ডোলেৰে বান্ধ খোৱা ভাৰত। কোনো শাসকৰ কাৰণে দেশৰ মানচিত্ৰ তৈয়াৰ কৰাৰ কল্পনা ভাৰতৰ দৃষ্টিত হৈছে অভাৰতীয়, অব্যৱহাৰিক। ভাৰতৰ ইতিহাসৰ বৰ্ণনা হৈছে এক সাংস্কৃতিক ভাৰতৰ বৰ্ণনা।

## ভৌগোলিক বিশেষত্ব

পৃথিৱীৰ মানচিত্ৰত ভাৰতবৰ্ষৰ ভৌগোলিক স্থান, ইয়াৰ সীমা, বিস্তৃতি, ভূমি, জলবায়ু আৰু বৰ্ষাৰ কথা বিবেচনা কৰিলে এনে ভাব হয় যে পৰমেশ্বৰে এই দেশখন হিন্দুসকলক বৰদান স্বৰূপেহে দিছে। পৃথিৱীত প্ৰশান্ত, আটলাণ্টিক আৰু ভাৰত মহাসাগৰ হৈছে তিনিটি মহাসাগৰ। ইয়াৰ ভিতৰত ভাৰত মহাসাগৰৰহে পশ্চিম, উত্তৰ আৰু পূব এই তিনিও দিশ ভূ-খণ্ডেৰে আবৰা। উত্তৰ ফালে এই ঘেৰৰ মাজত ভাৰতবৰ্ষ আছে যাৰ ভূভাগে ত্ৰিকোণাকৃতিত মহাসাগৰৰ বুকুৰ মাজত প্ৰবেশ কৰিছে। ফলত ভাৰতে ৭৫১৬ কিলোমিটাৰৰ বিস্তৃত উপকূল লাভ কৰিছে। এই উপকূল সমূহত কোনো ঋতুতে পানী গোট নমৰাত বন্দৰবোৰ সদায় খোলা থাকে। সেইবাবে হেজাৰ-হেজাৰ বছৰৰ পৰাই সমুদ্ৰ পথেৰে ভাৰতৰ বাণিজ্য ভালেমান দেশৰ লগত চলি আহিছে।

## প্ৰাকৃতিক সুৰক্ষা

ভাৰতবৰ্ষৰ সীমা নৈসৰ্গিক ৰূপত সুৰক্ষিত। আগ্নেয়, দক্ষিণ আৰু নৈঋত কোণত বিশাল সমুদ্ৰ আছে আৰু বায়ু, উত্তৰ আৰু ঈশান কোণত আছে ওখ পৰ্বতৰ শাৰী। পূব দিশৰ পৰ্বতবোৰ ওখ নহয় কিন্তু সেই পাহাৰবোৰ ঘন হাবিৰে ভৰা। দক্ষিণৰ বিস্তৃত সমুদ্ৰৰ বাবে যিদৰে ই সুৰক্ষিত সেইদৰে উত্তৰৰ অভ্ৰভেদি হিমালয় আৰু সুউচ্চ পাহাৰবোৰৰ কাৰণেও সুৰক্ষিত। হিমালয়ৰ প্ৰস্থ মাথোঁ ১৫০ মাইল কিন্তু ইয়াৰ বিস্তৃতি হৈছে এহেজাৰ মাইল। উত্তৰে পৰিবেষ্টিত পাহাৰবোৰৰ প্ৰসাৰতা হেজাৰ হেজাৰ মাইল আৰু বছৰৰ

অধিকাংশ সময়েই বৰফেৰে আবৃত হৈ থাকে। এইদৰে প্ৰকৃতিৰ সৃষ্ট সুদৃঢ় দেৱালেৰে উত্তৰ ভাগ সুৰক্ষিত। সেইবাবে অতীজত কেতিয়াও উত্তৰ ফালৰ পৰা ভাৰতৰ ওপৰত আক্ৰমণ হোৱা নাই আৰু ভৱিষ্যতেও সেই বৰফাচ্ছাদিত এলেকাত বিমানকোঠ তৈয়াৰ কৰাৰ সম্ভাৱনা নাই। পূব দিশতো ঘন হাবিৰে পূৰ্ণ পাহাৰবোৰৰ অবৰোধৰ বাবে নিচেই কম আক্ৰমণ হৈছে। ভাৰতৰ বিস্তৃতিও ইয়াৰ সুৰক্ষাৰ অন্য এক কাৰণ। এতিয়াও এই বিস্তৃত ভূপ্ৰদেশৰ মাটি কালি হৈছে ৩৩,০০,০০০ বৰ্গ কিলোমিটাৰ। সেইবাবে কোনো বিদেশী শাসকে অধিক দিনলৈকে এই বিস্তৃত ভূখণ্ডৰ শাসক হৈ থাকিব পৰা নাই।

## সুবৰ্ণভূমি

সাগৰীয় বায়ু প্ৰবাহ আৰু পৰ্বত শ্ৰেণীৰ বিস্তৃতিৰ বাবে এইখন দেশত পৰ্যাপ্ত পৰিমাণে বৰষুণ হয়। ইয়াত অসংখ্য নদী থকাৰ কাৰণে বিস্তৃত ভূ-খণ্ডলৈ জলসিঞ্চন হয়। ভূমি উৰ্বৰা হোৱা বাবে অনাদি কালৰ পৰা এই দেশ কৃষি প্ৰধান। শস্যৰ উৎপন্নও পৰ্যাপ্ত পৰিমাণৰ। কিছুমান নদী হিমালয়ৰ বৰফ ঘাটিৰ পৰা ওলাই আহি ভাৰতৰ মাজেৰে বৈ গৈ সমুদ্ৰত মিলিত হৈছে। এই নৈবোৰত বৰ্ষা কালি বানপানী আহে কিন্তু জহকালিও বৰফবোৰ গলাত বান আহে। সকলো প্ৰকাৰৰ খনিজ ধাতু ইয়াত পোৱা যায়। পৃথিৱীৰ ভালেমান দেশেই ইয়াৰপৰা খনিজ পদাৰ্থসমূহ লৈ গৈ চহকী হৈছে। আমেৰিকান বিজ্ঞানী বেলিকোভস্কিৰ মতে ভাৰতবৰ্ষ পেট্ৰ'লিয়ামৰ ওপৰত ওপঙি আছে। এইখন দেশত অণু শক্তিৰ উৎপাদনৰ বাবে ভালেমান উপকৰণ আছে। বিজুলী শক্তিৰ উৎপাদনৰ বাবে আছে অসংখ্য জলপ্ৰপাত। বিস্তীৰ্ণ বৰফ বেষ্টিত এলেকা আৰু সাগৰেৰে সুৰক্ষিত শস্য শ্যামলা আৰু ৰত্নগৰ্ভা এনে সুন্দৰ দেশখন প্ৰকৃতিৰ এক অনন্য সৃষ্টি।

## অনেক ৰাজ্য কিন্তু ৰাষ্ট্ৰ এখন

ভাৰতৰ ৰাজনৈতিক ঐক্যৰ অভাৱ বুলি এচাম লোকে দুঃখ প্ৰকাশ কৰে। কিন্তু আমি পাহৰি যোৱা উচিত নহয় যে বিস্তৃতিৰ ক্ষেত্ৰত সি ৰাছিয়াক বাদ দি ইউৰোপ মহাদেশৰ সমান। যিদৰে সম্পূৰ্ণ ইউৰোপ কোনো দিনে এজন শাসকৰ অধীনত নাছিল সেইদৰে ভাৰতো নাছিল। ড° আৰ. চি. মজুমদাৰৰ মতে, "ভাৰতৰ ৰাজনৈতিক একতাৰ অভাৱৰ কথা ভবাৰ সময়ত সাধাৰণ লোকৰ দৃষ্টিত ভাঁহি উঠে প্ৰাচীন কালৰ বেবিলনীয়, এছিৰীয়, ইৰাণ, ইজিপ্ত বা মধ্যযুগীয় আৰু আধুনিক ইউৰোপৰ কিছুমান ৰাজ্য। তেওঁলোকে পাহৰি যায় যে যুগাব্দ ৫০ (খৃঃ উনৈশ শতিকা) পূৰ্বে পৃথিৱীৰ ক'তো এনে এখন ৰাজ্য নাছিল যাৰ তুলনা বিশালতাৰ দৃষ্টিৰে ভাৰতৰ লগত কৰিব পাৰি। আন ফালে আমি দেখিবলৈ পাওঁ যে মগধ, কোশল, মালৱ, চালুক্য বা চোলৰ দৰে ভাৰতীয় সাম্ৰাজ্যৰ তুলনা বিশালতাৰ দৃষ্টিৰে এচিয়া বা ইউৰোপৰ প্ৰাচীন বা অৰ্বাচীন কালৰ কোনো বৃহৎ ৰাজ্যৰ লগত কৰিব পাৰি।"

প্ৰাচীন ভাৰতৰ মনীষিসকলে এই কথা স্পষ্টভাৱে জানিছিল যে এনে এখন সুবিশাল দেশক একক ৰাজ্যৰ তলত নিয়াটো দুস্কৰ কাৰ্য্য। সেয়ে ৰজাৰ শক্তি আৰু সামৰ্থ্যৰ পৰীক্ষা লোৱাৰ কাৰণে ৰাজসূয় আৰু অশ্বমেধৰ দৰে যজ্ঞৰ আয়োজন কৰা হৈছিল। চক্ৰৱৰ্তী ৰজাৰ কাৰণে এইবোৰ আছিল কঠিন পৰীক্ষা। ৰজাৰ সামৰ্থ বঢ়োৱাৰ বাবে এনে ধৰণৰ ব্যৱস্থা থকা স্বত্বেও ই সৰহ দিনলৈকে যে তিষ্ঠি থাকিব নোৱাৰে সেই কথাও তেওঁলোকে জানিছিল। বিশালতাৰ বাবে ভাৰতত ভালেমান ৰাজ্য থকাটো তেওঁলোকে স্বাভাৱিক বুলি গ্ৰহণ কৰিছিল। লগতে ৰাজ্য আদিৰ ব্যৱস্থাৰ বিষয়ে তেওঁলোকে দকৈ চিন্তা কৰিছিল। ৰাজ্যাদিৰ ব্যৱস্থা মানৱ সমাজৰ সুখ আৰু শান্তিৰ কাৰণে কৰা হয় কিন্তু সুখ আৰু শান্তি কেৱল ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ নকৰে। এই ব্যৱস্থা সমূহৰ সঞ্চালন কৰা ব্যক্তিসকল যদি সুসংস্কৃত নহয়, স্বাৰ্থপৰ

হয়, তেতিয়া সুখ আৰু শান্তি লাভ কৰিব নোৱাৰি। এই ব্যৱস্থা স্বৈৰতন্ত্ৰ হওক বা লোকতন্ত্ৰ, শাসন ব্যৱস্থা হওক বা সমাজব্যৱস্থা, সেই ব্যৱস্থাৰ সঞ্চালকসকল আৰু যাৰ কাৰণে সঞ্চালিত হ'ব, সেই-সকলো সুসংস্কৃত হলেহে এনে ব্যৱস্থাৰ সদুপযোগ হ'ব, এনে ধাৰণা তেওঁলোকে ব্যৱহাৰিক অভিজ্ঞতাৰ আধাৰত কৰিছিল। সমাজৰ সকলো শ্ৰেণীৰ লোকক সংস্কাৰিত কৰিব পৰা এককসমূহক তেওঁ-লোকে বিশেষ গুৰুত্ব দিছিল। সেইবাবে অনেক ৰাজ্য এই বিস্তৃত ভাৰত ভূমিত থকা স্বত্বেও এই দেশৰ সাংস্কৃতিক ঐক্য কিদৰে বৰ্তাই ৰাখিব পাৰি তাৰ বাবে তেওঁলোকে চিন্তা কৰিছিল। সমাজৰ বিবেকবান ব্যক্তিৰ সমুখত তেওঁলোকে ৰাজনৈতিক একতা (অৰ্থাৎ এক ৰাজ্যৰ স্থাপনা) তকৈ সাংস্কৃতিক একতা অক্ষুণ্ণ ৰখাৰ বাবে নিজৰ জীৱন সৰ্বস্ব সমৰ্পিত কৰাৰ আদৰ্শ স্থাপন কৰিছিল। ইয়াৰ ফলত ভোগক কম গুৰুত্ব দি সমাজৰ হিতাৰ্থে কাম কৰাৰ বাবে বিগত হেজাৰ হেজাৰ বছৰৰ পৰাই নিঃস্বাৰ্থ সেৱকৰ সৃষ্টি হৈ আহিছে। সেইসকলৰ মহান প্ৰচেষ্টাৰ গুণত ভাৰত বিশাল দেশ হোৱা স্বত্বেও ইয়াৰ সাংস্কৃতিক একতা অক্ষুণ্ণ হৈ আহিছে। এই সাংস্কৃতিক একতাৰ জ্ঞান সমাজৰ সৰ্বসাধাৰণ ব্যক্তিজনলৈ প্ৰসাৰিত। সেইবাবে স্নান কৰাৰ সময়ত দেশৰ সাতটা প্ৰধান নদীৰ নাম এইদৰে স্মৰণ কৰে:

গঙ্গে চ যমুনে চৈৱ গোদাৱৰী সৰস্বতী।
নৰ্মদা সিন্ধু কাবেৰী জলেস্মিন্ সন্নিধং কুৰু॥

পৃথিৱীত অনেক ৰাজ্য আৰু সাম্ৰাজ্যৰ নিৰ্মাণ হ'ল আৰু বিনষ্ট হ'ল। বৃটিছ সাম্ৰাজ্য সাংস্কৃতিক ভাৰতৰ বিশাল ক্ষেত্ৰত কাৰ্যৰত আছিল কিন্তু ইয়াৰ অৱধি আছিল ডেৰশ বছৰৰ। তাৰপিছত সি বিনষ্ট হ'ল। কিন্তু সাংস্কৃতিক ভাৰত যোৱা হেজাৰ-হেজাৰ বছৰৰ পৰাই নিজৰ সমস্ত বিশেষত্বৰে জীৱন্ত হৈ আছে।

ৰাজনৈতিক একক আৰু সাংস্কৃতিক একক অৰ্থাৎ ৰাজ্য আৰু ৰাষ্ট্ৰৰ বিষয়ে অতি প্ৰাচীন কালত ভাৰতীয় ঋষি-মুনিসকলে যি সিদ্ধান্ত

লৈছিল সি কিমান যথাৰ্থ আছিল ইয়াৰ দ্বাৰাই অনুমান কৰিব পাৰি। ৰাজ্যক যিমান মহত্ব দিছিল তাতকৈ ৰাষ্ট্ৰক অধিক গুৰুত্ব দিছিল।

## অনাদি অনন্ত ৰাষ্ট্ৰ জীৱন

এইটো সকলোৱে স্বীকাৰ কৰে যে অতীজৰে পৰা সাংস্কৃতিক একতাৰ ডোলেৰে বন্ধা ভাৰতৰ ৰাষ্ট্ৰ জীৱন পৃথিৱীত সবাতোকৈ অধিক কাল চলি আহিছে। স্পাৰ্ক নামৰ এগৰাকী পাশ্চাত্য বিদ্বানে বিশ্বৰ ভিন ভিন ৰাষ্ট্ৰৰ ইতিহাসৰ অধ্যয়ন কৰি যুঃ ১১০০ (খৃঃপূঃ ২০০০)ৰ পৰা যুঃ ৫০৭৭ (খৃঃ ১৯৭৫) লৈ ৩৯৭৫ বছৰৰ সেইসকলৰ জীৱনকালৰ এখন তুলনামূলক তালিকা তৈয়াৰ কৰিছিল। তাত যু. ১১০০ (খৃঃ পূঃ ২০০০)ত ইজিপ্ত, এজিয়ন, বেবিলন, ভাৰত, চীন আদি ৰাষ্ট্ৰ বিদ্যমান আছিল আৰু যিবোৰৰ ৰাষ্ট্ৰ জীৱন যু. ৫০৭৭ (খৃঃ১৯৭৫ লৈ নিৰন্তৰ চলি আহিছে তাৰ ভিতৰত ভাৰত আৰু চীনৰ নাম উল্লেখ আছে। পছিমীয়া দেশৰ অনুপ্ৰেৰণা বুলি পৰিগণিত গ্ৰীকৰ ৰাষ্ট্ৰজীৱন যু. ১৬৫২ (খৃঃ পূঃ ১৪৫০) ত আৰম্ভ হৈ কেৱল ১৫০০ বছৰলৈ চলিছিল আৰু ৰোমৰ জীৱন যু. ২৩০০ (খৃঃ পূঃ ৮০০)ত আৰম্ভ হৈ সিমানেই বছৰ চলিছিল। ভাৰত আৰু চীন দেশহে এনে ৰাষ্ট্ৰ য'ত প্ৰাচীন সভ্যতা নিৰন্তৰ ভাৱে ৫০০০ বছৰ জুৰি চলি আহিছে। কিন্তু হিন্দুসকলৰ ৰাষ্ট্ৰজীৱন কেতিয়া আৰম্ভ হৈছে এতিয়াও তাক কোনেও সঠিককৈ কব নোৱাৰে।

ৰাষ্ট্ৰ জীৱনৰ আৰম্ভণি আৰু অন্ত বা ৰাষ্ট্ৰৰ জন্ম আৰু ইয়াৰ মৃত্যুৰ অৰ্থ হৈছে সেই ৰাষ্ট্ৰৰ অস্মিতাৰ জন্ম আৰু ইয়াৰ মৃত্যু। কাৰণ যিবোৰ ৰাষ্ট্ৰৰ আজি মৃতাৱস্থা স্বীকাৰ কৰা হয়, সেইবোৰৰ ভূখণ্ডৰ পৃথিৱীত আজিও অস্তিত্ব আছে আৰু প্ৰাচীন লোকসকলৰ ৰক্তধাৰা আজিও তেওঁলোকৰ বংশধৰসকলৰ শৰীৰত প্ৰবাহমান হৈ আছে। কিন্তু তেওঁলোকৰ অস্মিতা অৰ্থাৎ অন্য ৰাষ্ট্ৰৰ পৰা ভিন্নতা দেখুৱাৰ পৰা বা সেইবোৰৰ দ্বাৰা প্ৰমাণিত হৰ পৰা তেওঁলোকৰ অস্তিত্ব ভাৱ বিনষ্ট হৈ পৰিছে। যিকোনো ৰাষ্ট্ৰই যেতিয়া নিজৰ

অস্মিতাক সমূলি ত্যাগ কৰে তেতিয়াই সেই ৰাষ্ট্ৰৰ বিনাশ হয়। আৰু যেতিয়ালৈকে সেই বিশেষবোৰ দেখিবলৈ পোৱা যায় তেতিয়ালৈকে সেই ৰাষ্ট্ৰ জীৱিত থকা বুলি কব পাৰি। যিকোনো নিৰপেক্ষ ব্যক্তিয়ে এইটো স্বীকাৰ কৰিব যে আজিৰ ভাৰতীয় সমাজৰ ভাৱ-জীৱন, ৰাষ্ট্ৰজীৱন হেজাৰ হেজাৰ বছৰৰ পৰাই অবিকৃত ৰূপত চলি আহিছে। অথৰ্ববেদ আৰু মহাভাৰতত গো-মাতাৰ বিষয়ে অভিব্যক্ত মাতৃত্বৰ জীৱন্ত ভাৱধাৰা আজিও অপৰিৱৰ্তিত হৈ আছে। শ্ৰীৰাম আৰু শ্ৰীকৃষ্ণই যি ভাৱেৰে গঙ্গা-প্ৰবাহৰ প্ৰতি দৃষ্টি দিছিল, আজিও হিন্দুসকলে সেই দৃষ্টি অক্ষুণ্ণ ৰাখিব পাৰিছে। ভাৰতীয় ইতিহাস সমিতিৰ তত্বাবধানত প্ৰস্তুত কৰা ইতিহাসৰ প্ৰথম খণ্ডৰ প্ৰস্তাৱনাত কে. এম. মুন্সী ডাঙৰীয়াই ইয়াক জগতৰ ভিতৰত এক মহান আশ্চৰ্য বুলি কৈছে। জগতৰ ৰঙ্গমঞ্চত ভাৰতেই এনে এক একক ৰাষ্ট্ৰ যাৰ জীৱন কাল প্ৰাগ্-ঐতিহাসিক দিনৰে পৰা আজিলৈকে অখণ্ড ৰূপে চলি আহিছে।

## বেদত বৰ্ণিত হিন্দু ৰাষ্ট্ৰ জীৱন

হিন্দু ৰাষ্ট্ৰৰ বিশেষত্বৰ কিছু উল্লেখ আমি বেদত দেখিবলৈ পাওঁ। আমি বিশ্বাস কৰোঁ 'একং সত্ বিপ্ৰা বহুধা বদন্তি' অৰ্থাৎ সত্য এক কিন্তু বিভিন্ন সাধকৰ কাৰণে উপলব্ধিৰ পথ ভিন ভিন। আমি পুনৰ্জন্ম, স্ত্ৰীক মাতৃবৎ জ্ঞান, ত্যাগ-ভাৱনাৰ মহত্ব, ফলৰ আকাংক্ষা নকৰাকৈ কৰ্তব্যত ব্ৰতী হোৱা আদি বেদানুসৰি স্বীকাৰ কৰোঁ। আজিও হিন্দুসকলে নিজৰ বিবিধ সংস্কাৰাদিৰ বিধি পালন কৰাৰ সময়ত এই বুলি সংকল্প গ্ৰহণ কৰে—"শ্ৰুতি স্মৃতিপুৰাণোক্ত ফল প্ৰাপ্ত্যৰ্থং" অৰ্থাৎ শ্ৰুতি, স্মৃতি আৰু পুৰাণ অনুসৰি ফল লাভ কৰা হওক। শ্ৰুতিয়েই হৈছে বেদ। স্মৃতি হৈছে মনু, যাজ্ঞবল্ক্য আদিয়ে লিখা নিয়ম প্ৰণালী সমূহ। ৰামায়ণ, মহাভাৰত আদি ইতিহাস গ্ৰন্থে, সকলোবোৰ পুৰাণে, ধৰ্মশাস্ত্ৰই, দৰ্শনে সহাস্ৰধিক বছৰৰ পৰাই বেদনিষ্ঠা প্ৰকাশ কৰি আহিছে। মন কৰিবলগীয়া কথা যে কোৰাণ আৰু বাইবেলৰ দৰে তৰোৱালৰ ভয় দেখুৱাই বৈদিক নিষ্ঠাৰ বাবে কিঞ্চিৎমানো প্ৰয়াস

কৰিবলগীয়া হোৱা নাই। ভাৰতবৰ্ষত ধাৰ্মিক সহিষ্ণুতা আৰু লোক-তন্ত্ৰৰ বিকাশ মন কৰিবলগীয়া। বেদৰ দৰে আদৰণীয় ৰাষ্ট্ৰীয় গ্ৰন্থৰ উপলুঙা কৰা চাৰ্বাকৰ দৰে ব্যক্তিকো ভাৰতীয় দাৰ্শনিকসকলে যথা-যোগ্য সন্মান দিছিল, যাতনা দিয়া নাছিল। এই ভূ-মণ্ডলত এনে-ধৰণৰ উদাৰতাৰ উদাহৰণ দ্বিতীয় পাবলৈ নাই। ইমান উদাৰতা স্বত্বেও আজিও বেদবিহিত সিদ্ধান্তবোৰৰ প্ৰতি জনমানসত অবিচ্ছিন্ন নিষ্ঠাৰ পৰম্পৰা দৃষ্টিগোচৰ হয়।

## নিষ্ঠা কেৱল তাত্ত্বিক নহয় ব্যাৱহাৰিকো

উপৰি উল্লেখিত ৰাষ্ট্ৰজীৱনৰ বিশেষত্ব সমূহ কেৱল তাত্ত্বিক ৰূপত বেদত পোৱা যায়, এনে নহয়। বৰং তদনুসৰি হিন্দু সমাজৰ কেনে-ধৰণৰ ব্যাৱহাৰিক ৰূপ আছিল আৰু তাৰ ফলত কিদৰে বৈভৱশালী বা সুখী হব পাৰিছিল সেই বিষয়েও যথাৰ্থ চিত্ৰণ পোৱা যায়। বেদত মানৱক অতিমানৱলৈ উন্নীত কৰাৰ প্ৰচেষ্টা দেখা যায়। ইয়াৰ উচ্চ জীৱনাদৰ্শ আছিল "আমি শত বছৰলৈ পুৰ্ণ ৰূপে কৰ্মঠ হৈ থাকিব পাৰোঁ, সকলো প্ৰকাৰৰ ভোগ আৰু সুখ আমি কষ্টেৰে উপাৰ্জন কৰোঁ, আমাৰ পৰাক্ৰমেৰে শত্ৰুৰ ওপৰত বিজয় লাভ কৰিব পাৰোঁ আৰু পৰাক্ৰমৰ বলত সংসাৰৰ শ্ৰেষ্ঠতম ঐশ্বৰ্য আমাৰ পদানত হয়।" ভৌতিক সমৃদ্ধিৰ লগে লগে মানৱৰ চৰিত্ৰ, সত্যনিষ্ঠা, ঈশ্বৰ-নিষ্ঠা, দানশীলতা, দুৰ্গুণবোৰৰ প্ৰতি অনীহা আদি হৈছে ইয়াৰ নৈতিকপাঠ। শ্ৰেষ্ঠ নৈতিক জীৱন নিৰ্মাণৰ বাবে পশুভাৱযুক্ত মানৱক বাল্যকালৰ পৰাই শ্ৰেষ্ঠ সংস্কাৰ সম্পন্ন কৰাৰ উদ্দেশ্যে ব্ৰহ্মচৰ্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু সন্ন্যাস আশ্ৰমৰ পৰিকল্পনা কৰা হৈছিল। শিক্ষা পদ্ধতি জ্ঞানৰ অনুশীলন আছিল, কোনো ৰাজদণ্ডৰ অধীন নাছিল। ইয়াৰ সহায়ত যি কোনো বালকে ব্যক্তিগত সংস্পৰ্শত থাকি উত্তম নাগৰিক হব পাৰে বা ভৱিষ্যতে আভ্যন্তৰিক আৰু ভৌতিক জীৱনৰ উভয়ৰে বিকাশ সাধন হব পাৰে তাৰ বাবে যত্ন কৰা হৈছিল। সমাজৰ প্ৰতিজন বালকৰ বাবে শিক্ষাৰ ব্যৱস্থা আছিল।

## স্ত্ৰী-জীৱনৰ সম্পন্নতা

পুৰুষৰ দৰে নাৰীসকলেও সম্পূৰ্ণভাৱে নিজৰ বিকাশ সাধন কৰিব পাৰিছিল। বিবাহসংস্থা আছিল সৰ্বোচ্চ প্ৰকাৰৰ। আৰম্ভণিতে নাৰী আৰু পুৰুষে পৰস্পৰৰ দ্বাৰা আকৰ্ষিত হৈ একত্ৰিত হলেও অৱশেষত কামগন্ধহীন ভাৱে বাৎসল্য প্ৰেমৰ মাজেৰে স্ত্ৰী জীৱনৰ পৰিণতি লাভ কৰা মাতৃত্বৰ আদৰ্শ ভাৰতীয় নাৰীৰ সমুখত উপস্থিত কৰা হৈছিল। নিজৰ যোগ্যতাৰ বলত বহুতো নাৰীয়ে প্ৰসিদ্ধি লাভ কৰিছিল। বেদমন্ত্ৰ দ্ৰষ্টাসকলৰ ভিতৰত ঘোষা, লোপমুদ্ৰা আদি নাৰীসকলৰ নাম বিশেষ উল্লেখনীয়। যোগবিদ্যাত পাৰদৰ্শিতা লাভ কৰা ব্ৰহ্ম-বাদিনী এগৰাকী জনকৰ ৰাজসভালৈ অহাৰ কথা সৰ্বজনবিদিত। যাজ্ঞবল্ক্যৰ পত্নী মৈত্ৰেয়ীৰ শ্ৰেষ্ঠ আধ্যাত্মিক যোগ্যতাৰ নিদৰ্শন পতি-পত্নীৰ সংবাদৰ পৰা স্পষ্ট হৈ পৰে। ৰজা জনকৰ ৰাজসভাত বিদুষী গাৰ্গীয়ে যাজ্ঞবল্ক্যৰ কঠিন পৰীক্ষা লৈছিল। বৈদিক ৰাষ্ট্ৰৰ নাৰীসকল উৎকৃষ্ট গৃহিণী হোৱাৰ উপৰি ভক্তিমতী, ধৈৰ্যশীলা, বীৰাঙ্গনা আৰু শাস্ত্ৰ বিদ্যাত পাৰঙ্গতা আছিল। ভাৰ্মাশ্বৰ পুত্ৰ মুদ্‌গলৰ পত্নী মুদ্‌গলনীৰ সাহসিকতাৰ কাহিনী এইদৰে পোৱা যায় যে এবাৰ চোৰে গৰু গাইবোৰ চুৰ কৰি নিয়াত মুদ্‌গলনীয়ে ঘৰত থকা একমাত্ৰ বুঢ়া বলদটোৰে ৰথ যুটি পতিৰ সাৰথী হৈ চোৰৰ পিছ লৈ গৰু গাই-বোৰ সাহসেৰে উদ্ধাৰ কৰিছিল। বিস্পলা খেল ৰজাৰ পত্নী আছিল। তেওঁ এবাৰ যুদ্ধত ভাগ লোৱাত ভৰি এখন ছিঙাত অশ্বিনীকুমাৰৰ দ্বাৰা তৎক্ষণাত কৃত্ৰিম ভৰি লগাই লৈ পিছদিনাখন শত্ৰুৰ ওপৰত জপিয়াই পৰি বিজয় লাভ কৰিছিল।

নাৰীৰ শিক্ষা এইদৰে দিয়া হৈছিল যাতে মাতৃত্বৰ গৰিমা অটুট থাকে। এইদৰে বৈদিক সাহিত্যত ব্ৰহ্মবাদিনী, বীৰাঙ্গনা আৰু সংস্কাৰিত জীৱনৰ পৰা আঁতৰত থকা মাতৃত্বৰ, বাৎসল্য প্ৰেমৰ অবিৰত বৰ্ষাৰে বিধৌত নাৰীৰো ৰূপ আমি দেখিবলৈ পাওঁ।

## আদৰ্শ সামাজিক জীৱন

বৈদিক সাহিত্যত যিদৰে ব্যক্তিৰ বিকাশৰ সৰ্বোৎকৃষ্ট নিয়ম দেখা যায় সেইদৰে সমগ্ৰ সমাজৰো আদৰ্শ সমাজ-ব্যৱস্থা দৃষ্টিগোচৰ হয়। সৰ্বেৎত্ৰ সুখিনঃ সন্তু' ( সকলো সুখী হওক ) ৰ বিশ্বকল্যাণৰ আধাৰত ভাৰতীয় সমাজশাস্ত্ৰ তথা শাসন আৰু অৰ্থনৈতিক সংস্থাসমূহ নিৰ্মিত হৈছে। বিশ্বকল্যাণৰ নিমিত্তে ত্যাগৰ আৱশ্যক কিন্তু মানৱৰ সাধাৰণ প্ৰবৃত্তি হৈছে ভোগমুখী। ইয়াক দৃষ্টিত ৰাখি বৈদিক সমাজশাস্ত্ৰীসকলে সৃষ্টিৰ আৰু মানৱ জীৱনৰ সূক্ষ্ম অধ্যয়ন কৰি আৰু নিঃস্বাৰ্থ ভাৱেৰে বিবেচনা কৰি ভোগ ত্যাগাত্মক হিন্দু সমাজৰ ৰচনা কৰিছিল। এই ব্যৱস্থা মতে ব্যক্তিৰ যোগ্যতা যিমানে বেছি হয় সিমানেই তেওঁৰ ওপৰত দায়িত্ব আৰু নিয়ন্ত্ৰণ অধিক হয় তথা তেওঁৰ বাবে ভোগৰ পৰিমাণ কম আৰু ত্যাগ অধিক। যোগ্যতাৰ দৃষ্টিৰে নিম্ন শ্ৰেণীবোৰৰ নিমিত্তে ত্যাগ কম আৰু ভোগৰ মাত্ৰা অধিক ৰখা হৈছে। তেওঁলোকে সমাজৰ আগত ত্যাগপূৰ্ণ জীৱন অতিবাহিত কৰাসকলৰ আদৰ্শ স্থাপন কৰি ভোগৰ প্ৰতি স্পৰ্দ্ধা যাতে সমাজত কম হয় তাৰ যত্ন কৰিছিল। ত্যাগৰ মনোভাৱক অধিক গুৰুত্ব দিয়াৰ পৰিবেশ সমাজত ৰচনা কৰিছিল—আৰু এনে ব্যৱস্থা হেজাৰ হেজাৰ বছৰলৈ চলিছিল। প্ৰতিজন ব্যক্তিৰ তথা সমগ্ৰ সমাজৰ বিকাশৰ লগত সহস্ৰাধিক বছৰলৈ চলা এনে ব্যৱস্থাৰ কাৰণে, হিন্দু সমাজৰ ভালেমান ব্যক্তিয়ে নিজৰ নিজৰ শাস্ত্ৰ আৰু কলাৰ ক্ষেত্ৰত শ্ৰেষ্ঠ স্থান লাভ কৰিছিল, শাসকীয় তথা আৰ্থিক দৃষ্টিৰেও যথেষ্ট উন্নতি হৈছিল আৰু সকলো জাতিৰ লোকে পাৰস্পৰিক সৌহাৰ্দ্দৰে দিন কটাইছিল।

হিন্দু সমাজৰ বৈভৱপূৰ্ণ তথা সুখী সামাজিক জীৱনৰ আৰু এনে-ধৰণৰ ব্যক্তিসকলৰ জীৱনৰ স্পষ্ট চিত্ৰ বৈদিক সাহিত্যত দেখিবলৈ পোৱা যায়। এনে ব্যক্তি আৰু সমাজৰ নিৰ্মাণৰ নিমিত্তেও নিশ্চয় কিছু বছৰ লাগিছিল। সেইবাবে যি বেদত এনেধৰণৰ বৈভৱপূৰ্ণ জীৱনৰ উল্লেখ পোৱা যায় তাৰ বহু পূৰ্বে হিন্দু ৰাষ্ট্ৰৰ জীৱন প্ৰাৰম্ভ হৈছিল চাগৈ।

## বৈদিক কাল

বৈদিক কালৰ নিৰ্ণয় হৈছেনে? প্ৰাচীন কালত বেদৰ কাল নিৰ্ণয়ৰ বাবে কোনো প্ৰয়াস কৰা হোৱা নাছিলনে? ভাৰতীয়সকলৰ ধাৰণা অনুসৰি বেদ অনাদি আৰু সৃষ্টিৰ আৰম্ভণিৰ পৰাই ইয়াৰ অস্তিত্ব দেখিবলৈ পোৱা যায়। বেদৰ কাল নিৰ্ণয় কৰাটো আছিল তেওঁলোকৰ বাবে অসাৰ্থক। কিন্তু আধুনিক কালত বেবৰ, মেক্সমূলাৰ, লোকমান্য তিলক, ড° অবিনাশ চন্দ্ৰ দাস, ড° উইনটাৰনিৎসৰ দৰে অনেক প্ৰথম শ্ৰেণীৰ বিদ্বানসকলে ভাষাতত্ব, ভূগোল শাস্ত্ৰ, ইতিহাস, পুৰাতত্ব, জ্যোতিৰ্বিজ্ঞান, জননতত্ব আদি অনেক শাস্ত্ৰৰ সহায়ত বৈদিক কালৰ নিৰ্ণয় কৰাৰ প্ৰচেষ্টা চলাইছিল যদিও সি সফল হোৱা নাছিল।

বেদৰ কালনিৰ্ণয় কৰাৰ যত্ন সৰ্বপ্ৰথমতে যুগাব্দ ৫০ শ (খৃঃ উনবিংশ) শতাব্দীৰ মাজ ভাগত মেক্সমূলাৰে ভাষাবিজ্ঞানৰ আধাৰত কৰিছিল। তেওঁৰ মতে ব্ৰাহ্মণ ধৰ্মৰ আন্দোলনৰ পৰিপ্ৰেক্ষিতত বুদ্ধ সম্প্ৰদায়ৰ জন্ম হৈছিল। সেইবাবে সূক্ত ( সংহিতা ), ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদৰ ৰূপত বৈদিক সাহিত্য বুদ্ধদেৱৰ পূৰ্বে অৰ্থাৎ খৃঃ পূঃ ৫০০ বছৰৰ কিছু আগেয়ে ৰচিত হৈছিল আৰু ইয়াৰ পিছত মহাকাব্যৰ কাল আৰম্ভ হৈছিল। এই চাৰিও ভাগৰ ভাষাৰ যি ভিন্নতা দেখিবলৈ পোৱা যায় সেয়া হবলৈ অন্ততঃ দুশ-দুশ বছৰৰ ব্যৱধানৰ নিশ্চয় প্ৰয়োজন হৈছিল। এই চাৰিও ভাগৰ ভিতৰত সৰ্বপ্ৰথম সূক্ত বিভাগৰ কাল যুগাব্দ ২৬০০ ( খৃঃ পূঃ ১২০০ ) বুলি অনুমান কৰিব পাৰি। এই প্ৰসঙ্গত মেক্সমূলাৰৰ ভাষ্যকাৰ বি. চি. গোল্ডষ্টকাৰৰ মন্তব্য প্ৰণিধানযোগ্য। তেওঁৰ মতে মেক্সমূলাৰৰ এনে ধাৰণাৰ অৰ্থাৎ ২০০ আৰু ১২০০ সংখ্যাৰ অবধাৰণাৰ অন্তৰালত বাইবেলৰ প্ৰভাৱ দূৰ কৰিব নোৱাৰি, কাৰণ ইয়াৰ সিদ্ধান্ত অনুসৰি জগতৰ উৎপত্তি যুঃ পূঃ ৯০০ (খৃঃ পূঃ ৪০০০) ত হৈছিল।

ভাষা পৰিৱৰ্তনৰ এই কালখণ্ডক মেক্সমূলাৰে দুশ বছৰৰ, হোই

৫০০ বছৰৰ আৰু উইনটাৰনিৎসে ১০০০ বছৰীয়া বুলি ধাৰণা কৰিছিল। কিন্তু এইবোৰ হৈছে কেৱল অলীক কল্পনা। এই ধাৰণাৰ কোনো প্ৰামাণিক আধাৰ নাই। লগতে ইয়াৰো কোনো স্পষ্টীকৰণ নাই যে এই চাৰিও ভাগৰ ক্ৰম কি আধাৰত নিৰ্ণয় কৰা হ'ল। কিছুমান সূক্ত আৰু উপনিষদ একে সময়তে লিখা হৈছিল বুলি কিয় মানি লব পৰা নেযায়? সাধাৰণতে একে সময়তে লিখা দুজন গ্ৰন্থকাৰৰ ভাষাৰ ভিন্নতাও দেখিবলৈ পোৱা যায়।

## প্ৰাচীন ভাৰতীয় সাহিত্যৰ নিৰ্দেশ

প্ৰাচীন ভাৰতীয় সাহিত্য অধ্যয়ন কৰিলে উনবিংশ শতিকাৰ পণ্ডিত মেক্সমূলাৰ আদিৰ ধাৰণাৰ বিপৰীত ৰূপহে দেখিবলৈ পোৱা যায়। কৌটিল্যৰ মতে ব্ৰাহ্মণ গ্ৰন্থৰ পূৰ্বেই (অৰ্থাৎ পাণিনীৰ প্ৰভাৱৰ পূৰ্বে) লোকভাষাত লিখা বিশালাক্ষ, উষনা, বৃহস্পতি, ইন্দ্ৰ আদিৰ অনেক অৰ্থশাস্ত্ৰ বিদ্যমান আছিল। সেই গ্ৰন্থবোৰৰ সৈতে কৌটিল্যৰ পৰিচয়ো আছিল। পাণিনীয়ে নিজেই লিখিছে যে ছন্দ শাস্ত্ৰৰ জ্ঞাতা শৌনকে লোকভাষাতো শিক্ষা আৰু শ্লোকৰ ৰচনা কৰিছিল আৰু ব্ৰাহ্মণ গ্ৰন্থৰ প্ৰবচন কৰা তিত্তিৰী মুনিয়ে কল্পসূত্ৰৰ ৰচনা কৰিছিল। পাণিনীৰ তিনিশ বছৰ পূৰ্বেই ছান্দোগ্য উপনিষদ প্ৰৱচিত হৈছিল। অৰ্থাৎ কৃষ্ণ-দ্বৈপায়ন ব্যাসৰ সাহিত্যৰ অনেক বছৰ পূৰ্বে ইতিহাস আৰু পুৰাণ গ্ৰন্থ বিদ্যমান আছিল। যুঃ ৫০ শ (খৃঃ উনবিংশ) শতাব্দীৰ মেক্সমূলাৰ আদি পণ্ডিতৰ কাল্পনিক কথাত বিশ্বাস কৰাতকৈ প্ৰাচীনকালীন বা সেই সময়ৰ সমকালীন লেখকসকলৰ প্ৰামাণিক তথ্যাদিত বিশ্বাস কৰা জানো অসঙ্গত?

## বেদৰ কালনিৰ্ণয় অসম্ভৱ

মেক্সমূলাৰে নিজেই স্বীকাৰ কৰিছে যে তেওঁৰ ধাৰণাৰ পৰিৱৰ্তন ঘটিছে আৰু সেইবাবে কৈছে যে প্ৰয়োগৰ ভিত্তিতহে তেওঁ দুশ বছৰীয়া কালখণ্ডৰ অনুমান কৰিছে। যুঃ ৪৯৯২ (খৃঃ ১৮৯০) ত দিয়া এটা

ভাষণ প্রসঙ্গত তেওঁ কৈছে যে ঋগ্বেদৰ প্ৰাচীনত্বৰ কাল নিৰ্ণয় কৰাটো বাস্তৱিকতে সম্ভৱ নহয়।" মেক্সমূলাৰে দঢ়াই দঢ়াই দুশ বছৰীয়া কালখণ্ডৰ ধাৰণা কেৱল অনুমান ভিত্তিক বুলি কোৱা স্বত্বেও তেওঁৰ পৰৱৰ্তী গৱেষকসকলে আৰু ইতিহাস প্ৰণেতাসকলে তেওঁৰ আন সাহিত্যিক কৃতিৰ দ্বাৰা প্ৰভাৱিত হৈ কেৱল তেওঁৰ নামটোৰ বাবেই এনে অলীক কল্পনাক এক সৈদ্ধান্তিক সত্য বুলি মানি লৈছে। হুইটনে আৰু ড° উইনটাৰনিৎসে এনে অলীক কল্পনাৰ সৈদ্ধান্তিক সত্যৰ ৰূপ দিওঁতাসকলৰ বৌদ্ধিক দীনতাৰ উপহাস কৰিছে কিন্তু আজিও অনেক গৱেষকে সেই অলীক কল্পনাকে এক সিদ্ধান্ত বুলি গ্ৰহণ কৰিছে।

ভূতত্বশাস্ত্ৰ, ভূগোল আৰু ইতিহাসৰ ধাৰণাও ভাষা জ্ঞানৰ দৰে। এই শাস্ত্ৰবোৰৰ মতে বেদৰ কালনিৰ্ণয় হিমপ্ৰলয়ৰ সময়ৰ ওপৰত আধাৰিত। তিলকে সেই কালখণ্ড আঠ হেজাৰ বছৰ পূৰ্বৰ বুলি অনুমান কৰে। কিন্তু হিমপ্ৰলয় দহ হেজাৰ বছৰ আগতে হোৱা বুলি যিদৰে এচাম লোকে বিশ্বাস কৰে, সেইদৰে আন এচামে আকৌ আশী হেজাৰ বছৰ আগতে হোৱা বুলি ধাৰণা কৰে। হিমপ্ৰলয়ৰ কালনিৰ্ণয়ৰ কোনো সাধন এতিয়ালৈকে দেখিবলৈ পোৱা নাযায়।

জ্যোৰ্তিবিজ্ঞানৰ আধাৰতো বৈদিক কালৰ নিৰ্ণয় কৰাৰ প্ৰয়াস কৰা হৈছে। আকাশত গ্ৰহ-নক্ষত্ৰবোৰৰ স্থিতি অধিক নিশ্চিত হোৱা বাবে সেইবোৰৰ আধাৰত হোৱা নিৰ্ণয় অধিক শুদ্ধ হব পাৰে কিন্তু এইদৰেও কোনো কাল নিৰ্ণয় হোৱা নাই। তিলকে বেদৰ ভিন ভিন প্ৰচাৰ কাল খৃঃ পূঃ ২৯০০, ৯০০ আৰু খৃঃ ৬০০ (খৃঃ পূঃ ৬০০০, ৪০০০ আৰু ২৫০০) বুলি নিৰ্ণয় কৰিছে। বেদৰ কাল কুলকৰ্ণীয়ে ২৬,০০০ বছৰ পূৰ্বৰ বুলি ঠাৱৰ কৰিছে। সুধাকৰ দ্বিবেদীয়ে ৫৪,০০০ বছৰ পূৰ্বৰ আৰু পণ্ডিত দীনানাথ চুলেটে ডেড় লাখ বছৰ পূৰ্বৰ বুলি কৈছে। এইদৰে জ্যোৰ্তিগণনাৰ আধাৰতো বৈদিক কালৰ সঠিক নিৰ্ণয় কৰাটো সম্ভৱপৰ হোৱা নাই। অন্যান্য প্ৰমাণৰ ভিত্তিত বৈদিক কাল নিৰ্ণয়

কৰোঁতা মেক্সমূলাৰৰ যুঃ ২৬০০ ( খ্ৰীঃ পূঃ ১২০০ ) বছৰৰ পৰা আচাৰ্য বিনোৱা ভাৱে, সম্পূৰ্ণানন্দ প্ৰভৃতি বিদ্বান সকলৰ ২০,০০০ বছৰৰ কালাৱধিৰ মতভেদ দেখিবলৈ পোৱা যায়।

এই সকলোবোৰ কালনিৰ্ণয় বেদৰ মন্ত্ৰবোৰৰ ৰচনা কোন সময়ত হৈছে সেই বিষয়ে। এইবোৰ দেখি-শুনি ভালেমান পণ্ডিতে এনে সিদ্ধান্তত আহিছে যে ঋগ্বেদ সংহিতাক যুঃ পূ ৯০০ ( খ্ৰীঃ পূঃ ৪০০০) বছৰতকৈ অধিক অৰ্বাচীন বুলি মানি লব পৰা নেযায়। ইয়াৰ পূৰ্বৰ প্ৰাচীনত্ব সম্বন্ধে কোনেও সঠিককৈ কব নোৱাৰে। ঋকবেদৰ সূক্তসমূহৰ ৰচনা যুঃ পূঃ ২৯০০ ৰ পৰা ৯০০ (খ্ৰীঃ পূঃ ৬০০০ ৰ পৰা ৪০০০) বছৰৰ মাজৰ বুলি মানি ল'লেও, এনে ৰচনাৰ বাবে সাংস্কৃতিক বিকাশ হোৱাত কিমান সময়ৰ প্ৰয়োজন হৈছিল তাক কোৱা সহজ নহয়। জীৱন-মৰণৰ সঙ্কটৰ মাজতো কোনোমতে ৰক্ষা পৰা এই অসম্পূৰ্ণ সাহিত্য হিমপ্ৰলয়ৰ পিছতো আহি আমাৰ হাতত পৰিল বুলি যদি আমি মন দিওঁ তেনেহ'লে হিমপ্ৰলয়ৰ পূৰ্বৰ বৈদিক সংস্কৃতিৰ শ্ৰেষ্ঠতা আৰু প্ৰাচীনত্ব সম্বন্ধে এক ধাৰণা জন্মে। এই সংস্কৃতি শত সহস্ৰাধিক বছৰৰ পূৰ্বৰ আৰু ইয়াৰ আদি বা মূলৰ বিষয়ে কোনেও কব নোৱাৰে।

## গৱেষণাৰ নতুন পোহৰত পশ্চিমীয়া সিদ্ধান্ত নিষ্প্ৰভ ঃ

ইমান দীৰ্ঘদিনীয়া আৰু বৈভৱশালী যাৰ ইতিহাস আছে সেই সকলক পশ্চিমীয়াসকলে অসংস্কৃত আৰু বৰ্বৰ বুলি কলে আৰু সেই সকলৰ প্ৰাচীন সাহিত্যক নিসৰ্গৰ ভয়ত কৰা প্ৰলাপ বুলি অভিহিত কৰিলে। তেওঁলোকে ভাৰতবৰ্ষ জয় কৰিছিল আৰু বিজয়ী দেশখনৰ ইতিহাস ইংলণ্ডৰ ইতিহাসতকৈ অধিক প্ৰাচীন আৰু ঐশ্বৰ্যমণ্ডিত বুলি কবলৈ সংকোচ কৰিছিল। বিশাল ভাৰতবৰ্ষক পৰাভূত কৰা ইংৰাজৰ যশ-গাথাৰ প্ৰভাৱ যাতে সদায় ভাৰতবাসীৰ মনত অক্ষুণ্ণ হৈ থাকে তাৰবাবে যত্ন কৰিছিল। সেইবাবে তেওঁলোকে কিছুমান কল্পনাশ্ৰিত সিদ্ধান্ত চলালে। কিন্তু ভাৰতৰ ইতিহাসক অৰ্বাচীন বুলি ঠাৱৰ কৰা

সহজ নাছিল। নতুন নতুন গৱেষণাৰ আলোকত তেওঁলোকৰ কল্পনাশ্ৰিত সিদ্ধান্তসমূহ নিষ্প্ৰভ হৈ পৰা দেখা গৈছে।

**হৰপ্পাৰ যজ্ঞশালা :**

পশ্চিমীয়া সিদ্ধান্ত অনুসৰি আৰ্য নামৰ এক জাতিয়ে পৃথিৱীৰ কোনো এক ঠাইত নিবাস কৰিছিল। এই আৰ্যৰ শাখা এটিয়ে যু: ১৬০০ (খৃ:পূ: ১৫০০)ৰ আশে-পাশে ভাৰতবৰ্ষত প্ৰৱেশ কৰিলে আৰু পঞ্চনদ প্ৰদেশত উপস্থিত হৈ বেদৰ ৰচনা কৰিলে। এই কথাৰ প্ৰচাৰ তেওঁলোকে যু: ৪৯৭৭ (খৃ: ১৮৭৫) ত কৰিলে। এই আৰ্যসকল ভাৰতবৰ্ষত প্ৰবেশ কৰাৰ সময়ত বৰ্বৰ আছিল বুলি তেওঁলোকে দাবী কৰে। যু: ৫০২৪-২৭ (খৃ: ১৯২২-২৫)ত পাঞ্জাৱত মহেঞ্জোদাৰো, হৰপ্পা, আদি স্থানৰ খনন কাৰ্যৰ ফলত এক উৎকৃষ্ট সংস্কৃতিৰ নগৰ সভ্যতা আৱিষ্কাৰ হ'ল, যি ধ্বংস হোৱাৰ সময় তেওঁলোকে যু: ৬০০ (খৃ: পূ: ২৫০০) বুলি অনুমান কৰে। ইয়াৰ অৰ্থ এয়ে যে আৰ্যসকল ভাৰতত প্ৰবেশ কৰাৰ আগেয়েই ইয়াৰ মূল নিবাসীসকলৰ এক উৎকৃষ্ট সংস্কৃতিৰ নগৰ সভ্যতা আছিল। নবীন গবেষণাৰ ফলত তেওঁলোকৰ এই ধাৰণা ভুল বুলি প্ৰমাণিত হৈছে। এতিয়া পশ্চিমে বেলুচিস্তানৰ পৰা লৈ পূবে উত্তৰ প্ৰদেশলৈ আৰু দক্ষিণে গুজৰাটলৈ হৰপ্পাকালীন আৰু হৰপ্পাৰ পূৰ্বকালীন স্থানৰ খননৰ ফলত যিবোৰ যজ্ঞশালা ওলাইছে সেইবোৰ দেখি পাকিস্তানৰ পুৰাতত্ত্ববিদ ড° আহমেদ হাচান দানীয়ে কৈছে যে হৰপ্পাৰ পূৰ্বকালীন ইমান বিশাল ক্ষেত্ৰত থকা যজ্ঞশালাবোৰে একেই সংস্কৃতিৰ নিৰ্দেশন কৰে। এতিয়া মহেঞ্জোদাৰো আৰু হৰপ্পা ভিন্ন সংস্কৃতি বুলি থকা বিদ্বানসকলৰ ধাৰণা নিৰ্মূল হৈ পৰিছে। তেওঁলোকৰ দৃষ্টিত বৈদিক কাল আৰু ভালেখিনি পিছুৱাই গৈছে।

**লেণ্ডসেট উপগ্ৰহ : সৰস্বতী নদী**

আন এক সৈদ্ধান্তিক প্ৰয়োগৰ দ্বাৰাইও বৈদিক সংস্কৃতিৰ প্ৰাচীনতা প্ৰমাণিত হৈছে। আমেৰিকাই ১৬ / ১৭ বছৰ আগেয়ে আকাশলৈ

পঠিওৱা লেণ্ডসেট উপগ্ৰহই ওঠৰ দিনত এবাৰকৈ পৃথিৱীক প্ৰদক্ষিণ কৰিছিল। তাৰপৰা পোৱা ছবিসমূহৰ অধ্যয়ন কৰি আহমেদাবাদৰ 'স্পেচ ৰিছাৰ্চ চেণ্টাৰ'ৰ গৱেষকসকলে বেদত উল্লেখিত সৰস্বতী নদীৰ শুকান প্ৰবাহ পথৰ সন্ধান পাইছে। সেই পথ চিমলাৰ শিৱালিক পাহাৰৰ পৰা আৰম্ভ হৈ কচ্ছৰ ৰাণ অঞ্চললৈ স্পষ্ট ভাৱে দেখা গৈছে। যমুনা, চতলজ আৰু দৃচদ্বতী নদীও ইয়াৰ প্ৰবাহৰ লগত মিলিত হৈ বৈছিল। কিছুমান ঠাইত সৰস্বতীৰ প্ৰবাহ দহ কিঃ মিঃ বহল আছিল। এই চাৰিওটি নদীৰ হিমালয়ৰ পৰা উৎপত্তি হোৱা বাবে গ্ৰীষ্ম আৰু বৰ্ষাকালত বানপানী আহিছিল। ইয়াৰ পানীৰে সৰহ সংখ্যক জলসিঞ্চনৰ ব্যৱস্থা কৰাত এক বিশাল ক্ষেত্ৰ শস্যশ্যামলা হৈ উঠিছিল।

## সিন্ধু সংস্কৃতি নহয় : সৰস্বতী সংস্কৃতি

ইংৰাজসকলে প্ৰস্তুত কৰা পাঠ্যসূচী অনুসৰি যি আজিও প্ৰচলিত হৈ আছে—মহেঞ্জোদাৰো আৰু হৰপ্পা আদি স্থান বিনষ্ট হোৱাৰ সময় (খৃঃ ৯০০ ৰ পৰা ৫০০ ; খৃঃ পূঃ ৩০০০ ৰ পৰা ২৬০০) বেদৰ প্ৰাক্‌-কাল আৰু বেদৰ সময় ইয়াৰ পিছত। এই স্থানৰ খননৰ সময়ত ইয়াৰ দাঁতিৰে বৈ যোৱা বিশাল নদী সিন্ধু আছিল, সেইবাবে ইংৰাজ সকলে ইয়াক সিন্ধু-সংস্কৃতিৰ সভ্যতা বুলিছিল। হৰপ্পাৰ লগত বিনষ্ট হোৱা ২৬০ খন ঠাই পুৰাতত্ত্ববিদসকলে এতিয়ালৈকে চিহ্নিত কৰিছে। এই সকলোবোৰকে হৰপ্পা বা সিন্ধু-সংস্কৃতিৰ স্থান বুলি কোৱা হয়। এতিয়ালৈকে কোনেও ইমান বিস্তীৰ্ণ এলেকা একে সময়ত নষ্ট হোৱাৰ কাৰণ দৰ্শাব পৰা নাই। যি সিন্ধুৰ নামেৰে এই অঞ্চলবোৰ চিহ্নিত কৰা হৈছে সেই সিন্ধু আজিও প্ৰবাহিত হৈ আছে। সেইবাবে বিনষ্ট হোৱা ঠাইবোৰৰ লগত সিন্ধুৰ কোনো সম্বন্ধ নাই।

আহমেদাবাদ ৰিছাৰ্চ চেণ্টাৰে দেখুওৱা সৰস্বতী নদীৰ শুকান প্ৰবাহ পথৰ কথা ইয়াৰ আগেয়ে অনেক বিদ্বানে জানিছিল আৰু

কৈছিল। কিন্তু লেণ্ডসেটৰ ছবিসমূহৰ দ্বাৰা এই অনুমান দৃঢ় হ'ল যে ইয়াৰ সহায়ত ভাৰতৰ প্ৰাচীন ইতিহাসৰ ভালেখিনি সমস্যাৰ সমাধান হব। সিন্ধু-সংস্কৃতিৰ এতিয়ালৈকে পোৱা ২৬০ খন স্থানৰ ভিতৰত অলপ সংখ্যকহে সিন্ধুৰ পশ্চিমফালে আছে, বাকীবোৰ পূৱত আছে। যিহেতু এই সকলোবোৰ স্থান শুকাই যোৱা সৰস্বতীৰ দুয়োপাৰে প্ৰায় সমান ভাৱে বিস্তৃত সেইবাবে এই স্থানৰ সভ্যতাক সিন্ধু-সংস্কৃতিৰ সলনি সৰস্বতী-সংস্কৃতিৰ স্থান বুলি কোৱাটো যুগুত। এতিয়া বহুত পণ্ডিতে এই সিদ্ধান্ত মানি লৈছে। ইয়াক গ্ৰহণ কৰিলে ভাৰতৰ প্ৰাচীন ইতিহাস সম্বন্ধে এতিয়ালৈকে নিষ্পত্তি নোহোৱা বহুতো সমস্যাৰ সমাধান হয়। ইমান বহল পৰিসৰত বিস্তৃত এই সকলোবোৰ স্থান একেলগে বিনষ্ট হোৱাৰ মূল কাৰণ হৈছে সৰস্বতী নদী শুকাই যোৱাটো। সেইবাবে অনেক পণ্ডিতৰ সিদ্ধান্ত এই যে হৰপ্পা সংস্কৃতিয়েই হৈছে সৰস্বতী সংস্কৃতি অৰ্থাৎ বৈদিক সংস্কৃতি।

## পাশ্চাত্য কালানুক্ৰম খাৰিজ :

এই নামাকৰণৰ ফলত ইংৰাজসকলৰ স্বকল্পিত প্ৰাচীন ভাৰতৰ ইতিহাসৰ ক্ৰমবিকাশৰ ধাৰণা ধূলিস্যাৎ হৈ যায়। হৰপ্পাৰ সংস্কৃতি বৈজ্ঞানিক ভাৱে প্ৰমাণিত হোৱাৰ বহু আগেয়ে হেজাৰ বছৰ জুৰি সৰস্বতী নদী প্ৰবাহিত হৈছিল। ৰাজস্থানত বালিৰ ১২ ৰ পৰা ১৫ ফুট তলত উৰ্বৰা মাটিৰ তৰপ দেখা গৈছে। ই হয়তো সৰস্বতী নদীৰ পলস।

হৰপ্পাদি স্থান ধ্বংস হোৱাৰ পূৰ্বে শতাধিক বছৰ জুৰি সৰস্বতী নদী প্ৰবাহিত হোৱাৰ ফলত সেই বিশাল ক্ষেত্ৰ উৰ্বৰ হৈ পৰিছিল আৰু সভ্যতাৰ বিকাশ ঘটিছিল। বেদত সৰস্বতীৰ অনেকবাৰ উল্লেখ 'নদীতমে' অৰ্থাৎ বিশাল নদীৰূপে পোৱা যায়। সেইবাবে বেদৰ কাল, যি আজিকালিৰ পাঠ্যক্ৰমত হৰপ্পাৰ পিছত বুলি কোৱা হয়, সিও বহু আগলৈ যায়। ফলত হৰপ্পা আদি ধ্বংস হোৱাৰ বহু

কাল পূৰ্বে বৈদিক সংস্কৃতিৰ ক্ৰমবিকাশ ঘটিছিল। সেইবাবে পাঠ্যক্ৰমৰ কালানুক্ৰমৰ সংশোধনৰ বিশেষ প্ৰয়োজন আছে।

কৃন্বন্তো বিশ্বমাৰ্য়্যম্

ইয়াৰ অৰ্থ হৈছে যে হিন্দু ৰাষ্ট্ৰই অতি প্ৰাচীন কালৰ পৰাই ভাৰত ভূমিত এক বৈভৱশালী আৰু সুখী-জীৱন অতিবাহিত কৰি আহিছে। অনাদি কালৰ পৰাই হিন্দুসকলে এই ভূমিত নিবাস কৰি আহিছে। তেওঁলোকে কোনো বাহিৰৰ পৰা ইয়ালৈ অহা নাই। ঈশ্বৰপ্ৰাপ্তি বা মোক্ষপ্ৰাপ্তিৰ যে অনেক পথ আছে সেই কথাত তেওঁলোকে কেৱল বিশ্বাসেই নকৰিছিল বৰং তাক পালনো কৰিছিল। ভিন্ন মতাৱলম্বীসকলক তেওঁলোকে কোনো কষ্টও দিয়া নাই আৰু বিনষ্টও কৰা নাই। সমগ্ৰ মানৱ জাতি সু-সংস্কৃত হোৱাৰ—'কৃন্বন্তো বিশ্বমাৰ্য়্যম্' ই আছিল তেওঁলোকৰ ধ্যান-ধাৰণা। নিজস্ব চৰিত্ৰ আৰু সামৰ্থ্যৰে সংসাৰৰ সকলো ভৌতিক সুখ লাভ কৰাৰ ক্ষমতা ৰাখিছিল। সকলো সুখ-সামৰ্থ্য লাভ কৰিও নিৰ্লিপ্ত হৈ সৰ্বস্ব ত্যাগ কৰিব পৰাটো তেওঁলোকৰ আদৰ্শ আছিল। বিজিগীষু প্ৰবৃত্তিৰ কাৰণে তেওঁলোকে বিশ্বত বিয়পি পৰিছিল। মানৱ সমাজৰ আৰ্হি কেনে ধৰণৰ হ'ব লাগে তাৰ আদৰ্শ নিজৰ ব্যৱহাৰিক জীৱনৰ দ্বাৰা সকলোৰে আগত ৰাখিছিল। প্ৰতিজন ব্যক্তিৰ মন সু-সংস্কাৰিত কৰিব পাৰিলেহে ব্যক্তি আৰু সমাজৰ জীৱন সুখী হ'ব পাৰে। এনে ধাৰণা পোষণ কৰা বাবে তেওঁলোকে কাৰো ওপৰত জোৰ-জুলুম কৰা নাছিল। বিশ্ব-ভ্ৰমণ কৰাৰ সময়ত, মানৱৰ নিবাসৰ উপযুক্ত স্থান থকা সময়ত উত্তৰ মেৰুত উপস্থিত হৈছিল। সেইবাবে বেদৰ কিছুমান সূক্তত তেনে ঠাইৰ বৰ্ণনা দেখিবলৈ পোৱা যায়। সমগ্ৰ বিশ্ব ভ্ৰমণ কালত হোৱা অভিজ্ঞতাৰ ফলত, অহঙ্কাৰৰ বাবে নহয়, এনেদৰে শ্লোক ৰচনা কৰিছিল—

এতদ্দেশপ্ৰসূতস্য সকাশাদগ্ৰজন্মনঃ।
স্বং স্বং চৰিত্ৰং শিক্ষেৰণ্ পৃথিব্যাং সৰ্বমানৱাঃ॥

( তেওঁলোকৰ দৃঢ় বিশ্বাস আছিল যে নিজৰ জীৱনৰ আদৰ্শৰ দ্বাৰা সংসাৰৰ সকলোকে আৰ্য অৰ্থাৎ সুসংস্কৃত কৰিব। )

## ইতিহাসকাৰসকলৰ ভাৰতীয় পৰম্পৰা

বেদৰ কাল নিৰ্ণয় কৰাটো ইয়াৰ প্ৰাচীনতাৰ বাবে যেনেদৰে টান কাম সেইদৰে ভাৰতীয়সকলে ইতিহাস লেখন কেতিয়াৰ পৰা আৰম্ভ কৰিলে তাক কোৱাটোও টান কাম। প্ৰাচীন ভাৰতীয় সাহিত্যত প্ৰাচীন ইতিহাসকাৰ কিছুমানৰ নাম পোৱা যায়। দেৱগুৰু অঙ্গিৰাপুত্ৰ বৃহস্পতি ঋষিয়ে নিজৰ অৰ্থশাস্ত্ৰত সচিবসকলৰ বৰ্ণনা কৰাৰ সময়ত সেনাপতিৰ গুণাগুণ সম্বন্ধে এইদৰে লিখিছে— 'ৰাষ্ট্ৰৰ সেনাপতি দেশকালৰ জ্ঞানসম্পন্ন আৰু নীতি-নিয়ম তথা ইতিহাসকুশল হোৱা উচিত।' সেই সময়ত দেৱৰ্ষি নাৰদে অসুৰসকলক পৰাজিত কৰোঁতা সনৎকুমাৰ আৰু স্কন্দক এইদৰে কৈছে, 'মই চাৰিও বেদৰ লগত ইতিহাসপুৰাণ এই পঞ্চম বেদৰো অধ্যয়ন কৰোঁ।' ইতিহাসৰ জ্ঞান অতি উত্তম হোৱা বাবেহে নাৰদে নিজৰ অৰ্থশাস্ত্ৰ লিখিব পৰাৰ কথা বেদব্যাসে কৈছে। উশনাকাব্যত ভাৰ্গৱেও লিখিছে যে উৎসৱ পৰ্বৰ সময়তো ইতিহাসৰ অধ্যয়ন বা শ্ৰৱণ কৰা উচিত।

চক্ৰৱৰ্তী সম্ৰাট মান্ধাতাৰ সময়ত মহৰ্ষি কণ্বই লিখিছে যে অথৰ্ববেদ আৰু ইতিহাস পুৰাণৰ অধ্যয়ন কৰা উচিত। ইতিহাসচাৰ্য নাৰদ ঋষিয়ে বাল্মীকি ঋষিক ৰামৰ ইতিহাস লিখিবলৈ প্ৰেৰণা যোগাইছিল। নাৰদে জানিছিল যে বাল্মীকি এই কামৰ বাবে উপযুক্ত হব। বাল্মীকিৰ ৰামায়ণ ভাৰতীয়সকলৰ কাৰণে এখন আদৰ্শ গ্ৰন্থ। গোটেই দেশত হেজাৰ হেজাৰ বছৰৰ পৰা এই গ্ৰন্থৰ পাঠ চলি আহিছে। মনুস্মৃতিৰ ভৃগু প্ৰণীত সংহিতাৰ কাল পাণিনীৰ ব্যাকৰণবদ্ধ ভাষাৰ পূৰ্বৰ। তাত এইদৰে লিখা আছে, বৈৱস্বত যমৰ প্ৰজাসকলে বেদশাখামূলক দেবাসুৰ সংগ্ৰাম আদিৰ কাহিনী বৰ ভাল পাইছিল। পিতৃকুলৰ শ্ৰাদ্ধৰ সময়ত এনেধৰণৰ কাহিনী, আখ্যান, ইতিহাস আৰু পুৰাণ শুনা উচিত।

মহর্ষি ব্যাসৰ পিতৃ পৰাশৰে নিজৰ জ্যোতিষসংহিতাত 'ইতিহাস-পুৰাণত বিদ্বান' জ্যোতিষীৰ উল্লেখ কৰিছে। সেই সময়ত জনভাষাত লিখা গাথাৰ ইতিহাস আৰম্ভ হৈছিল। ব্ৰাহ্মণ গ্ৰন্থবোৰত আৰু মহাভাৰতত গাথাবোৰ উদ্ধৃত কৰা হৈছিল। ঐতেৰেয় ব্ৰাহ্মণৰ পিচত আৰু মহাভাৰতত যুদ্ধৰ প্ৰাক্-কালত যাজ্ঞবল্ক্য, সুযজ্ঞ আৰু দেৱব্ৰত ভীষ্ম অতি উত্তম ইতিহাসজ্ঞ আছিল। দেৱব্ৰত ভীষ্মই কৌণপদন্ত নামৰ অৰ্থশাস্ত্ৰৰ ৰচনা কৰিছিল। ভগৱান শ্ৰীকৃষ্ণ ইতিহাসৰ উত্তম জ্ঞাতা আছিল। তেওঁ ভীষ্মৰ বিষয়ে কওঁতে তেওঁক 'ইতিহাস আৰু পুৰাণৰ পণ্ডিত' বুলি অভিহিত কৰিছিল। আয়ুৰ্বেদ-শাস্ত্ৰৰ গ্ৰন্থকৰ্তা অগ্নিবেশ আৰু চৰকৰ ইতিহাসৰ বিষয়ে সূক্ষ্ম জ্ঞান আছিল। ঋষিসকলৰ মাজত হোৱা ভালেমান আলোচনাৰ বিৱৰণো তেখেতে লিখি ৰাখিছিল। সেই কালৰ মৈত্ৰায়ণী উপনিষদত চক্ৰৱৰ্তী ৰজাসকলৰ উল্লেখ আছে আৰু পাঞ্চৰাত্ৰ সংহিতাত, চৈধ্য বিদ্যাশাস্ত্ৰতো ইতিহাস পুৰাণক উপযুক্ত স্থান দিয়া হৈছে।

কৃষ্ণদ্বৈপায়ন ব্যাসে কলিযুগৰ আৰম্ভণিতে মহাভাৰত নামৰ মহাকাব্যৰ ৰচনা কৰিছিল। সংসাৰৰ সকলো বিষয় তাত সন্নিবিষ্ট হৈছে—'ব্যাসোচ্ছিষ্টং জগৎসৰ্ব্বম্'’। মহাভাৰতত পঞ্চাশতকৈ অধিক ইতিহাস গ্ৰন্থৰ উল্লেখ হৈছে। মহাভাৰতেই হৈছে এখন সৰ্বোৎকৃষ্ট ইতিহাস। তাত যুদ্ধৰ ঘটনাৱলীৰ কালৰ কথা কওঁতে সময় তিথি, নক্ষত্ৰ আদি জ্যোৰ্তিবিজ্ঞানৰ সবিশেষ ব্যাখ্যা দিয়া হৈছে। তেওঁ পুৰাণবো ৰচনা কৰিছে। তেওঁৰ শিষ্য লোমহৰ্ষ ঋষিয়ে তেওঁক পুৰাণ ৰচনা কৰাত সহায় কৰিছিল। তেওঁ নিবেদন কৰিছে যে ৰজাসকলে প্ৰতিদিনে ইতিহাস অধ্যয়ন কৰা উচিত আৰু ৰজাৰ মন্ত্ৰীসকলবো সম্যক ইতিহাসজ্ঞান থকা উচিত। ব্যাসৰ পিছত প্ৰধান ইতিহাসজ্ঞ ৰূপে অথৰ্ব্বাঙ্গিৰাচ, শৌনক, অশ্বলায়ন প্ৰভৃতি ইতিহাসজ্ঞৰ নাম উল্লেখ কৰিব পাৰি।

পাণিনী কেৱল ব্যাকৰণশাস্ত্ৰৰ পণ্ডিতেই নাছিল। তেওঁৰ বেছ

ইতিহাসৰ জ্ঞানো আছিল। ইতিহাস, অৰ্থশাস্ত্ৰ আৰু আন শাস্ত্ৰবো তেওঁ সূক্ষ্ম অধ্যয়ন কৰিছিল। ঋষিসকলৰ নাম আৰু গোত্ৰ তথা ক্ষত্ৰিয় কুল-বোৰৰ বিষয়েও তেওঁৰ গ্ৰন্থবোৰত উল্লেখ পোৱা যায়। কোনজন ৰজাই কোনখন নগৰ স্থাপন কৰিছিল সেইবিষয়েও তাত উল্লেখ কৰা আছে। বোধায়নৰ ধৰ্মসূত্ৰত তথা মজ্জিমনিকায়তো ভালেমান ঐতিহাসিক কাহিনী পোৱা যায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰ, অশোক, সমুদ্ৰগুপ্ত, খাৰবেল, শাতবাহন আদি ৰজাৰ শিলালেখ আৰু সেই কালত লিখা ভালেমান ইতিহাস গ্ৰন্থ আজিও পোৱা যায়।

## ইতিহাসেৰে সংস্কাৰ সাধন

সুদূৰ অতীতৰ গৰ্ভত থকা ভাৰতৰ ইতিহাস, তাহানিৰ পৰা চলি অহা ঐতিহাসিকসকলৰ পৰম্পৰা আৰু 'সম্পূৰ্ণ মানৱসমাজৰ সুখৰ বাবে মই মোৰ সৰ্বস্ব অৰ্পণ কৰিম' মনোভাবেৰে সমাজৰ বিবেকমান লোক-সকলক হিন্দু সংস্কৃতিৰে উদ্বুদ্ধ কৰাৰ প্ৰচেষ্টা—এই তিনিওৰে সুসমন্বয়ৰ ফলস্বৰূপে ভাৰতবৰ্ষত ইতিহাসৰ সামাজিক অৱধাৰণাৰ উত্তম প্ৰয়োগ কৰা হৈছে। প্ৰতিজন ব্যক্তিকে কেৱল ভৌতিক সাধনেৰে সমৃদ্ধ কৰিলেই যে ব্যক্তি আৰু সমাজ সুখী হ'ব পাৰিব এনে ধাৰণা হিন্দু সংস্কৃতিয়ে কেতিয়াও নকৰে। ভৌতিক সমৃদ্ধি লাভ কৰিলেও ব্যক্তি আৰু সমাজক সুখী কৰাৰ কাৰণে ব্যক্তিৰ মনত প্ৰয়োজনীয় সংস্কাৰ সাধনৰ প্ৰচেষ্টাক হিন্দুসকলে সদায় গুৰুত্ব দি আহিছে। ইতিহাসৰ এই ব্যাৱহাৰিকতা নিম্নলিখিত শ্লোকটোত স্পষ্ট হৈ উঠিছে—

> ধৰ্মাৰ্থকামমোক্ষাণামুপদেশসমন্বিতম্
> পূৰ্ববৃত্তং কথাৰূপং ইতিহাসং প্ৰচক্ষতে ॥

(ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষৰ উপদেশ সমন্বিত অতীত কাহিনীৰ লিপিবদ্ধ ৰূপেই হৈছে ইতিহাস।) ইতিহাসৰ এনে উপদেশেৰে ব্যক্তিৰ মনত সাহস উৎপন্ন কৰা হয় যে "এই সমগ্ৰ বিশ্বই মোৰ—এনে আত্মীয় ভাৱ মই মনত ৰাখিম। মোৰ আচৰণেৰে যাতে সকলো সন্তুষ্ট হয়

তেনেধৰণৰ প্ৰয়োজনীয় যম-নিয়ম পালন কৰিম আৰু ইয়াক পালন কৰিয়েই মোৰ ভৌতিক প্ৰয়োজন পূৰ্ণ কৰাৰ কাৰণে আৱশ্যকীয় সাধন সংগ্ৰহ কৰিম।"

এনে ধৰণৰ আত্মবিশ্বাস আমাৰ ঋষি-মুনিসকলে ইতিহাসৰ দ্বাৰা প্ৰত্যেকজন ভাৰতীয় ব্যক্তিৰ মনত জগাবলৈ চেষ্টা কৰিছিল। হিন্দু ঋষি-মুনিসকলৰ দৃঢ় বিশ্বাস আছিল যে এনেধৰণৰ সংস্কাৰযুক্ত ব্যক্তিৰ আচৰণেৰেহে সমাজ সুখী, সমৃদ্ধ আৰু দীৰ্ঘায়ু হব পাৰে আৰু ব্যক্তি সুখী হব পাৰে। সমাজৰ সকলো ব্যক্তিয়ে সংস্কাৰ সাধন কেৱল ইতিহাসৰ লিখনেৰে সম্ভৱ নহয়। লিখিত ইতিহাস পঢ়াৰ কাৰণে লিপিৰ জ্ঞান আৰু পঢ়াৰ আগ্ৰহ থাকিব লাগিব। সকলো ব্যক্তিতে এই দুয়োবিধ আশা কৰিব নোৱাৰি। সেইবাবে ইতিহাসৰ কাহিনী কোৱাৰ বাবে সূতৰ সুদীৰ্ঘ পৰম্পৰা হিন্দু সমাজত প্ৰৱৰ্তন কৰা হৈছিল। সূতে ইতিহাসৰ কথাবোৰ এনে সৰল আৰু মনোগ্ৰাহীকৈ যথা সময়ত কৈছিল যাতে ইয়াৰ দ্বাৰা প্ৰত্যেক ব্যক্তি প্ৰভাৱিত হব পাৰে। এই বিশাল দেশখনত অনেক ভাষা আৰু উপ-ভাষা আছে। বিভিন্ন ভাষা উপভাষাত অসংখ্য স্থানত বছৰৰ পিছত বছৰ জুৰি ইতিহাসৰ ব্যাখ্যা কৰা সূতৰ পৰম্পৰা হেজাৰ-হেজাৰ বছৰলৈ চলিছিল। এতিয়াও ইয়াৰ পৰম্পৰা অব্যাহত আছে। এনে সুদীৰ্ঘকালীন প্ৰযত্নৰ অন্তৰালত থকা হিন্দুসকলৰ ইতিহাস-প্ৰীতি কিমান গভীৰ আছিল সেয়া সহজে অনুমান কৰিব পাৰি।

স্পষ্ট উদ্দেশ্য সমুখত ৰাখি অতি দক্ষতাৰে নিৰ্মাণ কৰা ইতিহাস মুখ্যতঃ ৰামায়ণ, মহাভাৰত আৰু পুৰাণৰ ওপৰত আধাৰিত আছিল। মুখ্য কাহিনীৰ লগতে অনেক উপ-কাহিনীও সংযোজিত হৈছিল। এই সাহিত্যক পঞ্চমবেদ বোলা হৈছিল। এই সাহিত্যৰ ৰচয়িতাসকলে ইয়াক এনেভাৱে লিখি উলিয়াইছিল যাতে বেদৰ দৰে সম্পূৰ্ণ শ্ৰদ্ধা সহ ইয়াকো পাঠ কৰা হয়। ইয়াৰ সৌন্দৰ্যত ভাৰতৰ সকলো বিদ্বান মুগ্ধ হ'লে ইয়াৰ সকলো ভাষালৈ ৰূপান্তৰ হব আৰু ইয়াক ব্যাখ্যা কৰিবলৈ

নিজৰ জীৱন উচৰ্গা কৰিবলৈও শ্ৰুতসকল সাজু হ'ব লাগে, সেইবাবে ভাৰতৰ সকলো বিদ্বানৰ সহযোগিতা গ্ৰহণ কৰা হৈছিল, নৈমিষাৰণ্যৰ দৰে বাৰবছৰীয়া সত্ৰ চলিছিল আৰু ইয়াত সকলো বিষয় পুংখানুপুংখ ভাৱে আলোচিত হৈ সৰ্বসন্মতি ভাৱে একোটা সিদ্ধান্তত উপনীত হোৱা গৈছিল। গোটেই ভাৰতবৰ্ষতে ভিন ভিন ভাষাত আজি পোৱা ৰামায়ণ, মহাভাৰত আৰু পুৰাণসমূহৰ পাঠৰ সাদৃশ্য থকাৰ কাৰণ এয়েই।

## এই অষ্ট-বিংশ সংস্কৰণো সংস্কাৰ সাপেক্ষ

আজি যি ৰামায়ণ, মহাভাৰত আৰু পুৰাণ পোৱা যায় সেইবোৰ দুহেজাৰ বছৰ আগতে লিখা হোৱা বুলি পাঠ্যক্ৰমবোৰত উল্লেখ আছে। এইবোৰ পাঠ্যক্ৰম ইংৰাজসকলে তৈয়াৰ কৰিছিল। ভাৰতীয় পৰম্পৰা অনুসৰি এই গ্ৰন্থবোৰ মহাভাৰতৰ যুদ্ধৰ পিছত কল্যাব্দৰ প্ৰাৰম্ভতে অৰ্থাৎ পাঁচ হেজাৰ বছৰ পূৰ্বেই সম্পাদন কৰা হৈছিল। বায়ু পুৰাণৰ মতে এয়া হৈছে অষ্ট-বিংশ সংস্কৰণ।

> পৰিৱৰ্তে চতুৰ্বিংশে ঋক্ষো ব্যাসো ভৱিষ্যতি।
> অষ্টাবিংশে পুনঃ প্ৰাপ্তে পৰিৱৰ্তে ক্ৰমাগতঃ
> যথা ভৱিষ্যতি ব্যাসঃ নাম্না দ্বৈপায়নঃ প্ৰভুঃ॥ (অধ্যায়ঃ ২৩)

ইয়াৰ অৰ্থ হৈছে যে পঞ্চমবেদ ইতিহাস সংস্কৰণৰ কাম ভাৰতবৰ্ষৰ হেজাৰ-হেজাৰ বছৰীয়া জীৱন কালত অনেকবাৰ হৈছে। আৰু প্ৰতি-বাৰতে, পৰিৱৰ্তিত দেশ-কাল অনুসৰি মুখ্য কাহিনীৰ বৰ্ণনা কিদৰে কৰা যাব, কোনবোৰ উপাখ্যান প্ৰত্যাহাৰ কৰা হ'ব আৰু কোন অংশৰ লগত কি মিলাব লাগিব তাৰবাবে সমগ্ৰ দেশৰ বিদ্বানসকলৰ সৰ্বসন্মতি ক্ৰমে নবীন সংস্কৰণ তৈয়াৰ কৰা হৈছিল। আজিৰ সংস্কৰণ অতি কমেও দুহেজাৰ বছৰ পূৰ্বে হোৱা বুলি সকলোৱে স্বীকাৰ কৰে। এই সংস্কৰণ তৈয়াৰ কৰাৰ সময়ত যি উদ্দেশ্য আগত ৰাখি আমাৰ ঋষি-মুনিসকলে সুদীৰ্ঘকাল ভীষণ কষ্ট কৰিলে, সেই উদ্দেশ্যবোৰ অতি কমেও দুহেজাৰ বছৰ ধৰি সফল হৈ আহিছে। এই পঞ্চমবেদৰ

কাহিনীৰ আধাৰত অসংখ্য হিন্দুৱে নিজৰ জীৱন গঢ়িছে আৰু সংশোধন কৰিছে। মহাত্মা গান্ধীৰ মনত স্বাধীনতা লাভৰ পিছত ৰামায়ণত বৰ্ণিত ৰামৰাজ্যৰ কল্পনা আছিল। যুগাব্দ ৫০৪৯ ত (১৯৪৭ খৃঃ) ভাৰতবৰ্ষ খণ্ডিত হৈ স্বাধীন হৈছিল। ইয়াত নিবাস কৰা অধিক সংখ্যক লোকৰ অৰ্থাৎ হিন্দুৰ মনত থকা পঞ্চম বেদৰ সংস্কাৰৰ নিমিত্তে অসংখ্য বাধা বিঘিনি আহি পৰা স্বত্বেও আজিও গণতন্ত্ৰ অব্যাহত আছে। আনহাতে যু. ৫০৪৯ ৰ পূৰ্বে যি হিন্দু দেশৰ অংশ আছিল আৰু সেই সময়ত পৃথক হৈ পাকিস্থান হ'ল, সেইসকলে কেৱল ভূখণ্ডৰ বাবেই পৃথক হৈ নপৰিল বৰং পঞ্চম বেদৰ সংস্কাৰৰ পৰাও নিজকে বিচ্ছিন্ন কৰিলে। ফলত সেই দেশত সৈনিক শাসনৰ বেছ প্ৰভুত্ব চলিল। পঞ্চম বেদৰ সংস্কাৰ ক্ষমতাৰ ই এক অনন্য উদাহৰণ। আমাৰ ঋষি-মুনিসকলে বহু ভাবি চিন্তি অতি যোগ্যতাৰে সমাজৰ হিতৰ কাৰণে ইতিহাসৰ প্ৰয়োগ কৰিছিল।

## সংস্কাৰ ক্ষমতাৰ প্ৰাথমিকতা ঃ ঘটনাকালৰ গৌণ স্থান

ভাৰতবৰ্ষৰ ইতিহাসৰ যিবোৰ ঘটনাৰ সাংস্কৃতিক মূল্য অতি বেছি তেনেবোৰ প্ৰমুখ ঘটনাৰ প্ৰাচীন ইতিহাসত কোনো স্পষ্ট বছৰ আদিৰ উল্লেখ পোৱা নাযায়। মহাভাৰতৰ যুদ্ধৰ সময়ত মহৰ্ষি ব্যাস স্বয়ং উপস্থিত আছিল কিন্তু তেওঁ নিজৰ গ্ৰন্থত যুদ্ধবৰ্ষৰ কথা উল্লেখ কৰা নাই। বুদ্ধৰ নিৰ্বাণৰ বছৰটোতেই প্ৰথম বুদ্ধ-সভা অনুষ্ঠিত হৈছিল আৰু বুদ্ধৰ সকলো শিক্ষা একত্ৰ কৰা হৈছিল কিন্তু বুদ্ধৰ নিৰ্বাণৰ বছৰৰ কোনো উল্লেখ কৰা হোৱা নাছিল। স্বয়ং সম্ৰাট অশোকেও ৰাজ্যাৰোহণৰ বছৰ কোনো অভিলেখত লিখা নাছিল। ইতিহাস লিখনৰ ক্ষেত্ৰত, হিন্দুসকলৰ দৃষ্টিত সংস্কাৰ ক্ষমতাক প্ৰাথমিক স্থান দিয়া হৈছিল আৰু ঘটনাৰ কালক গৌণ স্থান। পছিমীয়া পণ্ডিতসকলৰ অনুকৰণত আমাৰ ভাৰতবৰ্ষৰ কিছু লোকৰো এনে বদ্ধমূল ধাৰণা আছে যে ঘটনাৰ কাল যিহেতু উল্লেখ কৰা হোৱা নাই সেইবাবে এইবোৰ ইতিহাস

নহয়। ইতিহাসৰ বিষয়ত পাছিমীয়া ধাৰণাতকৈ প্ৰাচীন ভাৰতীয় ধাৰণা পৃথক আছিল আৰু ই হিন্দুৰ সামাজিক দৃষ্টিৰ বাবে যথোপযোগী আছিল।

## কেৱল ঘটনাকালৰেই নহয়, প্ৰদেশ আদিৰো অনুল্লেখ

পুৰাণত অষ্টবিংশ সংস্কৰণত বৰ্ণিত ৰজাসকলৰ ইতিহাস হিমালয় পৰ্বতৰ সমীপত শাসন কৰা বৈৱস্বত মনুৰ পৰা আৰম্ভ হৈছে। ইয়াৰ অৰ্থ হিন্দুসকলৰ প্ৰথম ৰজা মনু আছিল আৰু তেওঁৰ ৰাজ্য হিমালয়ৰ সমীপৱৰ্তী হোৱা কাৰণে ভাৰতৰ সৰ্বপ্ৰথম ৰাজ্যসংস্থা তাৰ পৰাই আৰম্ভ হোৱা বুলি মানি লোৱাটো যুক্তিসংগত নহব। বৈৱস্বত মনুৰ পিঢ়ী মহাভাৰতৰ যুদ্ধৰ পূৰ্বেও একশ মান আছিল। ইয়াৰ পূৰ্বে অৰ্থাৎ ১০৫ বা ১১০ পিঢ়ীৰ সময়ত ভাৰতবৰ্ষত কোনো ৰজা নোহোৱাটো অতি আচৰিত কথা। পুৰাতত্ত্ব শাস্ত্ৰৰ মতে লাখ-লাখ বছৰৰ পূৰ্বেও ভাৰতবৰ্ষত মানৱৰ অস্তিত্ব আছিল। বৈৱস্বত মনুৰ আগতেও নিশ্চয় মানৱ আছিল, সেইসকলৰ কোনো ৰজা আছিল। ভূতত্ত্ব অনুসৰি ভাৰতৰ বিন্ধ্য পৰ্বতৰ দক্ষিণাঞ্চল আন অঞ্চলতকৈ অধিক প্ৰাচীন। উত্তৰ প্ৰদেশ, ৰাজস্থান আদি অংশ যেতিয়া সাগৰৰ তলীত আছিল তেতিয়াও দক্ষিণৰ মালভূমি অঞ্চল বিদ্যমান আছিল। তাত মনুৰ পূৰ্বেও ৰজা থকাৰ সম্ভাৱনাই বেছি।

হিমালয়ৰ বিশেষ অঞ্চলসমূহক বাদ দি ভাৰতৰ অন্যান্য প্ৰদেশবোৰত মনুৰ সমকালীন ৰজা থকাৰ উল্লেখ প্ৰাচীন সাহিত্যত পোৱা নাযায়। কিন্তু মনুৰ পিছত আন প্ৰদেশৰ যিসকল ৰজাৰ উল্লেখ পোৱা যায় সেইসকলৰ ভিতৰত মনুৰ সমকালীন ৰজা থকাৰ কথা অনুমান কৰিব পৰা যায়। পুৰাণত যযাতি অৰ্থাৎ মনুৰ পিছৰ ষষ্ঠ পিঢ়ীৰ বৰ্ণনা কৰাৰ লগতে তেওঁৰ প্ৰতিষ্ঠান ৰাজ্যৰ উত্তৰে দেৱতা আৰু দানৱসকলৰ ৰাজ্যৰ বৰ্ণনা পোৱা যায়। সেই সময়ত দানৱৰ গুৰু শুক্ৰাচাৰ্যৰ সঞ্জীৱনী অৰ্থাৎ মৃতক জীয়াব পৰা বিদ্যাৰ জ্ঞান আছিল।

অৰ্থাৎ তাত ইমানখিনি ভৌতিক সমৃদ্ধি ঘটিছিল। কেৱল ভৌতিক সমৃদ্ধিৰ কথাই নহয়, শুকৰে তেওঁৰ কাষলৈ অহা শিষ্যক সেই বিদ্যা শিকাবলৈ ৰাজী হৈছিল। সেইবাবে দেৱতাৰ গুৰু বৃহস্পতিৰ পুত্ৰ কচক শুক্ৰাচাৰ্যই শিষ্য হিচাপে গ্ৰহণ কৰিছিল। যযাতিৰ পিতাক নহুষৰ সময়ত ১২ শ দেৱাসুৰ সংগ্ৰাম হৈছিল। মনুৰ ২০ শ পিঢ়ীৰ সময়ত দক্ষিণৰ দণ্ডকাৰণ্যৰ পৰা আহি ৰাক্ষসৰাজে কাশী আক্ৰমণ কৰাৰ উল্লেখ পোৱা যায়। এইবোৰৰ পৰা থিৰ কৰিব পাৰি যে মনুৰ সমকালীন ভালেমান ৰজা আন আন প্ৰদেশবোৰতো আছিল, কিন্তু সেইসকলৰ বৰ্ণনা পুৰাণবোৰত পোৱা নাযায়। গ্ৰন্থকৰ্তাৰ নামো পোৱা নাযায়।

ৰাজ্যৰ ভৌতিক সম্পত্তিৰ কামনা নকৰাকৈ নিঃস্বাৰ্থ ভাৱে বিদ্যাধ্যয়ন আৰু সামাজিক কল্যাণৰ বাবে নিজৰ সৰ্বস্ব সমৰ্পণ কৰোঁতা ঋষি-মুনিসকলৰ মনুৰ পূৰ্বেও সমাজত বিদ্যমান আছিল। বৈৱস্বত মনুৰ পিতাক বিৱস্বানক এনে উদ্দেশ্যৰেই বসিষ্ঠ নামৰ এক ঋষিকুলে নিয়োগ কৰিছিল। নিঃস্বাৰ্থভাৱে সামাজিক কাৰ্য কৰিবলৈ আগবাঢ়ি অহা এচাম লোকৰ বাবেই হিন্দু সমাজে ইমান প্ৰগতি লাভ কৰিছিল। মনুৰ পূৰ্বে বা তেওঁৰ ৰাজ্য ক্ষেত্ৰ এৰাই ভাৰতৰ অন্য ঠাইৰ সমকালীন ৰজাসকলৰ বিষয়ে পুৰাণত নথকাৰ কাৰণ সম্ভৱতঃ ২৮ শ সংস্কৰণ কৰোতা সকলক ইয়াতকৈ আৰু বিশেষ কোনো তথ্য দিয়াৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হোৱা নাছিল। ব্যক্তিৰ ওপৰত সংস্কাৰৰ প্ৰভাৱ পেলাবলৈ পঞ্চম বেদৰ ৰচনা কৰা হৈছিল। সম্পাদনা এই ভাবি হয়তো কৰা হোৱা নাছিল যে হিন্দুদেশৰ আদিৰে পৰা আজিলৈকে সম্পূৰ্ণ ইতিহাস জ্ঞাত কৰোৱাৰ প্ৰয়োজন। সংস্কাৰক্ষম ইতিহাস ৰচনা কৰাই তেওঁলোকৰ ঘাই উদ্দেশ্য আছিল আৰু সেই সাধ্যত উপনীত হবলৈ প্ৰয়োজনীয় তথ্য পঞ্চমবেদৰ ২৮ শ সংস্কৰণত দিয়া হৈছিল। তেওঁলোকৰ উদ্দেশ্য সিদ্ধি হৈছে।

— x —

# অধ্যায় ঃ দুই

## প্ৰাক্ মহাভাৰত সমৰ কাল
## ( বিৱস্বানৰ পৰা কলিযুগাৰম্ভলৈ )

[ বৰ্তমানে ভালেমান পণ্ডিতে ভাৰতীয় বিদ্যালয় আৰু মহাবিদ্যালয়ত পঢ়ুৱাই থকা কাল-ক্ৰমণিকা সম্বন্ধে সন্দেহ প্ৰকাশ কৰে। কিন্তু ইয়াৰ কোনো সৰ্বসন্মত বিকল্প থিৰ নোহোৱাত পুনৰ কাল-ক্ৰমণিকাৰ পৰিবৰ্তনৰ ওপৰত বিদ্বানসকলে পুনৰ্মূল্যাঙ্কন কৰাৰ থল নোহোৱা নহয়। এই বিষয়ে কোনো নবীন সিদ্ধান্ত নোহোৱালৈকে পাঠ্যপুথিৰ কাল-ক্ৰমণিকাকে ইয়াত গ্ৰহণ কৰা হ'ব।

পাঠ্যপুথিত মহাভাৰতৰ যুদ্ধৰ পূৰ্বৰ কোনো ক্ৰমণিকা পোৱা নাযায়। কিন্তু এফ. ই. পাৰ্গিটাৰ নামৰ এজন ইংৰাজ ঐতিহাসিকে ভাৰতৰ পুৰণি ইতিহাস অধ্যয়ন কৰি 'প্ৰাচীন ভাৰতৰ ঐতিহাসিক পৰম্পৰা ( Ancient Indian Historical Tradition ) নামৰ এখন পুথি প্ৰণয়ন কৰিছে, য'ত তেওঁ মহাভাৰতৰ সমৰৰ আগেয়ে ভাৰতত ৰাজত্ব কৰা ৰজাসকলৰ ক্ৰমণিকা প্ৰস্তুত কৰিছে। এই ক্ৰমণিকাত এশ পিঢ়ীৰ উল্লেখ আছে। ভালেমান ভাৰতীয় পণ্ডিতে পাৰ্গিটাৰৰ মত সমৰ্থন নকৰে যদিও এই ইংৰাজ ঐতিহাসিকজনে বৰ্তমানৰ পাঠ্যপুথিত থকা ক্ৰমণিকা প্ৰস্তুত কৰিছে। গতিকে সম্প্ৰতে আমি পাৰ্গিটাৰৰ মতানুসৰি এশ পিঢ়ীৰ ক্ৰমণিকা গ্ৰহণ কৰিছো। ]

### সমাজব্যৱস্থাৰ শুভাৰম্ভ গুণী নিঃস্বাৰ্থ কৰ্মকৰ্তাৰ দ্বাৰা

ইতিহাসৰ যি কালৰ বৰ্ণনা আমি কৰিবলৈ লৈছো তাৰ কোনো প্ৰামাণিক তথ্য যেনে—শিলালেখ, তামৰ ফলি আদি সমল এতিয়াও

পোৱা হোৱা নাই। পুৰাণাদি প্ৰাচীন ভাৰতীয় সাহিত্যত মহাভাৰতৰ যুদ্ধৰ পূৰ্বৰ এশ পিঢ়ীৰ উল্লেখ পোৱা যায়। এয়েই এতিয়ালৈকে পোৱা সমল। এইখিনিতে এটা মন কৰিবলগীয়া কথা যে পুৰাণবোৰত ৰজাৰ নামৰ লগত ঋষিৰ নামো উল্লেখিত হৈছে। এই ঋষিসকল জ্ঞানী আৰু মেধাৱী আছিল। সমাজক শিক্ষা দিয়া, তেওঁলোকৰ ব্যক্তিগত আৰু সামাজিক সমস্যাবোৰৰ সমাধান কৰা আদি কামবোৰ নিঃস্বাৰ্থ ভাৱে কৰা কাৰণে ৰজা আৰু প্ৰজা উভয়ে তেওঁলোকৰ গুণগান কৰিছিল। 'নৃপতিজনপদানাং ( হিতকৰ্তা ) ছুৰ্লভঃ কাৰ্যকৰ্তা' ৰজা আৰু ৰাজ্যৰ কল্যাণ সাধন কৰা কৰ্মকৰ্তা অতি বিৰল। তথাপিও সেই প্ৰাচীন কালৰ হিন্দু সমাজত এনে ধৰণৰ লোক আছিল। এইসকলে সামাজিক নিয়ম প্ৰৱৰ্তন কৰিছিল আৰু সমাজে সেইবোৰ পালন কৰিছিল। প্ৰাচীন সাহিত্যত এই ঋষিসকল গোত্ৰৰ নামেৰে পৰিচিত হৈছিল আৰু ৰজা ব্যক্তিগত নামেৰে।

## বশিষ্ঠ আৰু মনু

প্ৰাচীন সাহিত্যত পোনতে বশিষ্ঠ গোত্ৰৰ ঋষি পোৱা যায়। সৰযূ নদীৰ পাৰৰ নিবাসীসকলৰ এইজন নেতা আছিল। সেই প্ৰদেশৰ নাম আছিল কোশল। বশিষ্ঠই সামাজিক জীৱনৰ কাৰণে প্ৰৱৰ্তন কৰা নিয়ম-নীতিবোৰ সকলো লোকৰ দ্বাৰা পালন কৰাবলৈ আৰু শত্ৰুৰ পৰা সমাজক ৰক্ষা কৰিবৰ নিমিত্তে বিৱস্বান নামৰ এজন ব্যক্তিক ৰজাৰ পদত নিযুক্ত কৰিছিল। বিৱস্বানৰ পিছত তেওঁৰ পুত্ৰ বৈৱস্বত মনু ৰজা হৈছিল। এওঁ ৰাজশাসনৰ নিয়ম প্ৰৱৰ্তন কৰিছিল। এই নিয়ম অনুসাৰে প্ৰজাই ৰজাক কৰ দিবলৈ ধৰিলে আৰু ৰজাৰ মৃত্যুৰ পিছত তেওঁৰ জ্যেষ্ঠ পুত্ৰই সম্পূৰ্ণ ৰাজ্যৰ উত্তৰাধিকাৰী হোৱাৰ যোগ্যতা অৰ্জন কৰিলে। মনুৰ পিছত তেওঁৰ বৰ পুত্ৰ ইক্ষ্বাকুৱে কোশল ৰাজ্য লাভ কৰিলে। দ্বিতীয় পুত্ৰই বৈশালী ৰাজ্য আৰু

আন এজনে বিদেহ ৰাজ্যৰ স্থাপনা কৰিলে। বৈবস্বত মনুৰ কন্যা ইলাৰ বিবাহ হিমালয়ৰ নামনিত থকা বুধৰ লগত হৈছিল। তাত ভৃগু গোত্ৰৰ ঋষিয়ে বাস কৰিছিল। ইলাৰ চাৰিজন পুত্ৰ হ'ল। প্ৰথম পুত্ৰ পুৰুৰৱাই প্ৰতিষ্ঠান ৰাজ্যৰ, দ্বিতীয় পুত্ৰ গয়ে গয় ৰাজ্যৰ, তৃতীয় পুত্ৰ উৎকলে উৎকল ৰাজ্যৰ স্থাপনা কৰিলে। আজিৰ উত্তৰ-প্ৰদেশৰ পূবফালে, বিহাৰ আৰু উৰিষ্যা প্ৰদেশৰ মাজত মনু আৰু তেওঁৰ পুত্ৰসকলৰ ছখন ৰাজ্য আছিল। ভাৰতৰ আন প্ৰদেশবোৰতো সম্ভৱতঃ এনে ৰাজ্য আছিল কিন্তু প্ৰাচীন সাহিত্যত এই বিষয়ে কোনো উল্লেখ পোৱা নাযায়। সম্ভৱতঃ কোশল, প্ৰতিষ্ঠান আদি ৰাজ্য আৰু ৰজাৰ ক্ৰমিক বিৱৰণ সংকলন কৰাৰ প্ৰথা চলিছিল আৰু পুৰাণৰ ২৮ শ সংস্কৰণৰ সংকলন কৰ্তাই এনেবোৰ তথ্য লাভ কৰিছিল, যিকোনো কাৰণত হয়তো তেওঁলোকে আন ঠাইৰ তথ্য পোৱা নাছিল।

## দেৱাসুৰ সংগ্ৰাম

যিসময়ত পুৰুৰৱাৰ পুত্ৰ নহুষে প্ৰতিষ্ঠানত ৰাজত্ব কৰি আছিল সেই সময়ত দেৱ আৰু অসুৰৰ ৰাজ্য প্ৰতিষ্ঠানৰ উত্তৰ ফালে আছিল। নহুষৰ সময়ত দেৱাসুৰৰ অন্তিম ১২ শ সংগ্ৰাম হৈছিল। হিৰণ্য-কশিপুৰ সময়ত প্ৰথম আৰু বাণাসুৰৰ সময়ত হোৱা অন্তিম সংগ্ৰাম মুঠতে তিনি শ বছৰলৈ চলিছিল। ইয়াৰ পিছত নহুষৰ পুত্ৰ যযাতিৰ সময়ত দেৱ আৰু অসুৰে নিজৰ নিজৰ স্থান ত্যাগ কৰিছিল। দেৱ বৈশালী পাৰ হৈ পূবলৈ আৰু অসুৰ দক্ষিণ-পশ্চিম দিশলৈ গৈছিল।

## নহুচ আৰু কচ

নহুচৰ সময়ত দেৱৰ গুৰু আছিল আঙ্গিৰস বৃহস্পতি আৰু অসুৰৰ ভাৰ্গৱ শুক্ৰাচাৰ্য। শুক্ৰাচাৰ্যৰ দেৱযানী নামৰ এগৰাকী কন্যা আছিল। শিশুকালতে মাকক হেৰুওৱা কাৰণে দেৱযানীৰ পিতাক

শুক্রাচার্যই অতি চেনেহ কৰিছিল। বৃহস্পতিৰ পুতেক কচে সঞ্জীৱনী বিদ্যা শিকাৰ কাৰণে শুক্রাচাৰ্যৰ তাত থকা সময়ত অসুৰবোৰে কচক হত্যা কৰাৰ নানান চেষ্টা কৰিছিল। কিন্তু কচৰ ওপৰত থকা দেৱযানীৰ প্রেমে সকলো প্রচেষ্টা বিফল কৰি দিছিল। বিদ্যা লাভ কৰি যেতিয়া কচ ঘৰলৈ যাবলৈ ওলাল তেতিয়া দেৱযানীয়ে বিয়াৰ প্রস্তাৱ দিলে। গুৰু ভগ্নী হোৱাৰ বাবে কচে এই প্রস্তাৱ প্রত্যাখ্যান কৰিলে। অৱশেষত দেৱযানীৰ বিবাহ নহুষৰ পুত্র যযাতিৰ লগত হ'ল। দেৱযানীৰ বিয়াৰ পিছত শুক্রাচার্য পুনৰ বিবাহ পাশত আবদ্ধ হ'ল। তেওঁৰ ত্বষ্টা, শণ্ড আৰু মর্ক নামৰ তিনিজন পুত্র হ'ল। ত্বষ্টাৰ বিশ্বকৰ্মা আৰু বিশ্বৰূপ নামৰ দুজন পুত্র হ'ল। ত্বষ্টা আৰু বিশ্বকর্মা—এই দুজন পিতা-পুত্ৰক শিল্পকলাৰ প্রৱর্তক ৰূপে স্বীকাৰ কৰা হয়। অসুৰসকল গৃহ নির্মাণ আৰু শিল্পকলাত অতি পাৰ্গত আছিল।

## পৃথু

নহুষৰ সমকালীন কোশলৰ ৰজা ককুৎসৰ পুত্র আছিল পৃথু। এই সময়ত ভূমিৰ পৰা খান্দি বাহিৰ কৰা বিশেষ প্রকাৰৰ মাটি জুইত তাপ দি ধাতুভাগ পৃথক কৰা প্রক্রিয়া ভৃগু ঋষিকুলে আৱিষ্কাৰ কৰিছিল। পৃথুৰ সময়ত আন এটা কাম আৰম্ভ হৈছিল। নিজৰ পূর্বপুৰুষসকলৰ বিষয়ে সমগ্র তথ্যাদি সংগ্রহ কৰি সকলোকে শুনোৱাৰ বাবে পৃথুৱে কিছুমান ব্যক্তিক নিযুক্ত কৰিছিল। সেইসকলক 'সূত' বুলি কোৱা হৈছিল। এনে কাহিনী শুনিলে অধিক লাভ হয় কাৰণে আন ৰাজ্যবোৰেও এই প্রথা অনুকৰণ কৰিলে। প্রতিষ্ঠান ৰাজ্যত এই কাহিনীবোৰ অভিনয়ৰ যোগেদি দেখুওৱাৰ প্রথা চলিল। ভাৰতত ইতিহাস সংকলন পৰম্পৰাৰ এয়া হ'ল এক প্রাচীন উদাহৰণ। ই হৈছে মহাভাৰতৰ যুদ্ধৰ পূৰ্বৰ ৯৫ পিঢ়ীৰ সময়ৰ কথা।

## গণতান্ত্ৰিক ৰাজ্য

যযাতিৰ পুত্ৰ দ্ৰুহ্যুৰ বংশধৰসকলে বায়ুবীয় দিশত পঞ্চনদ প্ৰদেশত (পঞ্জাব) নিজৰ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। এইসকলে প্ৰজাৰ প্ৰতি মৰমিয়াল নহৈ অত্যাচাৰহে কৰিছিল। ইয়াৰ ফলত প্ৰজাসকলৰ মাজত অসন্তোষ বাঢ়িল। তাত অত্ৰি গোত্ৰৰ ঋষি আছিল। এই ঋষিসকলে অত্যাচাৰী ৰজাৰ পৰা ৰাজ্যক ৰক্ষা কৰিবৰ নিমিত্তে কিছুমান নিৰ্বাচিত প্ৰজাৰ দ্বাৰা গণতন্ত্ৰৰ শাসন চলাবলৈ যত্ন কৰিছিল। ৰজাৰ অবিহনে এনে শাসন-ব্যৱস্থাৰ কল্পনা নতুন আছিল। এই গণতন্ত্ৰৰ প্ৰৱৰ্তনৰ প্ৰয়াসৰ কাৰণে ঋষিসকলে ৰজাৰ নানান অত্যাচাৰ সহিব লগাত পৰিছিল। তথাপি তেওঁলোকে সেই গণতন্ত্ৰৰ পদ্ধতিৰ শুভাৰম্ভ কৰিছিল। ফলত দ্ৰুহ্যু ৰজা আৰু অধিক উত্তৰ-পশ্চিম দিশলৈ হুহকি গৈছিল। এই পদ্ধতি মালৱাৰ ভৃগু ঋষিসকলৰ পছন্দ হৈছিল আৰু তেওঁলোকে 'বাহুপাথ্য স্বৰাজ্য' (Pluralist Self-Rule) নামেৰে এই শাসন মালৱাত প্ৰৱৰ্তন কৰিছিল।

## ৰথসেনা আৰু চিত্ৰৰথ—মান্ধাতা

মহাভাৰতৰ যুদ্ধৰ আশী পীৰিৰ পূৰ্বে বেত্ৰৱতী নদীৰ পাৰত যাদৱ বংশৰ চিত্ৰৰথ ৰজাই ৰথ নামৰ এক নতুন বাহন যুদ্ধৰ কামত ব্যৱহাৰ কৰিছিল। ৰথত যোদ্ধাই অধিক সুৰক্ষা অনুভৱ কৰিছিল। পদাতি আৰু অশ্বাৰোহীৰ লগত এই তৃতীয় অংশৰ সৃষ্টি হ'ল। ৰথৰ ব্যৱহাৰ কৰি চিত্ৰৰথ পুত্ৰ শশবিন্দুৱে ভালেমান যুদ্ধত বিজয় লাভ কৰিছিল। বৰ্তমানৰ বিদৰ্ভতকৈ বিস্তৃত এলেকাত তেওঁৰ ৰাজ্য আছিল। স্বৰপাৰ্থত শশবিন্দুৰ সময়তে কোশলৰাজ মান্ধাতা চক্ৰৱৰ্তী ৰজা হৈছিল। মান্ধাতাই আনৱ, কাশী, কান্যকুব্জ, প্ৰতিষ্ঠান আদি ৰাজ্যৰ ৰজাসকলক নিজৰ সামন্ত নিযুক্ত কৰিছিল। পুনৰ অজাৱ (পঞ্জাব), মৰুত্ত, অসিত, গয়, অংগ, পুৰু, বৃহদ্ৰথ, জনমেজয়, সুধন্বা আৰু নৃগ ৰজাসকলক পৰাস্ত কৰিছিল। অজাৱৰ লগত তেওঁৰ যুদ্ধ সুদীৰ্ঘ

চৈধ্য মাহ চলিছিল। পুৰাণৰ বৰ্ণনানুসাৰে এই সাম্ৰাজ্য সূৰ্যোদয়ৰ দেশৰ পৰা সূৰ্যাস্তৰ দেশলৈকে বিস্তৃত আছিল।

## জহ্নু

মান্ধাতাৰ নাতি ত্ৰসদস্যুৰ সময়ত কান্যকুব্জৰ জহ্নু ৰজাই ত্ৰসদস্যুক পৰাজয় কৰিছিল আৰু তেওঁৰ ভনীয়েকক বিয়া কৰাইছিল। সেই সময়ত চক্ৰবৰ্তী ৰজা হোৱাৰ কথাটো ভাৰতীয় ৰজাসকলে এক প্ৰতিযোগিতামূলক খেল বুলি গ্ৰহণ কৰিছিল। যদি কোনোৱে চক্ৰবৰ্ত্তী হৈ আন ৰজাসকলক নিজৰ অধীনস্থ কৰি লয় তেনেহ'লে দুই-তিনি পীৰিৰ পিছত আন কোনো ৰজাই চক্ৰবৰ্ত্তী হৈ পূৰ্বৰ চক্ৰবৰ্ত্তী ৰজাৰ বংশধৰসকলক নিজৰ অধীন কৰি লয়। সকলো ৰজাৰ দৃষ্টি আছিল নিজৰ কৰ্ত্তব্য পালনৰ মাজেৰে দেশ আৰু প্ৰজাৰ কল্যাণ সাধন কৰা।

## ধনুৰ্দ্ধাৰী সেনা আৰু পৰশুৰাম

হৈহয়সকলে কাঠিয়াৱাড়ৰ পৰা কাশীলৈকে লুটপাত কৰিছিল। কোনো কাৰণত ভাৰ্গৱ ঋষিসকলৰ লগত তেওঁলোকৰ লগত তেওঁলোকৰ কাজিয়া-পেচাল হৈছিল। ভাৰ্গৱ ঋষিসকল তাৰ পৰা পলাবলৈ বাধ্য হৈছিল। সেইসকলৰ এগৰাকীৰ পত্নীয়ে বিন্ধ্যৰ ছাৱিত প্ৰসৱ কৰিছিল। সেই নৱজাতকৰ নাম ৰখা হৈছিল ঔৰ্ব। তেওঁ ডাঙৰ হৈ ধনু-বাণ নিৰ্মাণ কৰিছিল। ঔৰ্বৰ পৰা এই বিদ্যা তেওঁৰ পুত্ৰ ঋচিকে লাভ কৰিছিল। ঋচিকৰ পৰা এই বিদ্যা কোশল ৰাজে পাইছিল। কোশল ৰজাৰ বশিষ্ঠ ঋষিয়ো হৈহয়ৰ অত্যাচাৰত বিৰক্ত হৈ পৰিছিল। হৈহয়সকলৰ ৰজা দুৰ্দমৰ সময়ৰ পৰা তেওঁৰ পৰিনাতি কৃতবীৰ্য আৰু কৃতবীৰ্যৰ পুত্ৰ সহস্ৰাৰ্জুনৰ সময়লৈ এইসকলৰ অত্যাচাৰ নিৰ্বিঘ্নে চলিছিল। ঋচিকৰ পুত্ৰ আছিল জমদাগ্নি আৰু জমদাগ্নিৰ পৰশুৰাম। বশিষ্ঠ আৰু ভাৰ্গৱ ঋষিসকলে মিলি এক উত্তম সংগঠন গঢ়ি তুলিলে। কিছুমান ৰজাইয়ো তেওঁলোকক সহায় কৰিলে। কোশল

ৰাজকুলৰ কন্যা ৰেণুকাৰ লগত জমদাগ্নিৰ বিবাহ হয়। ধনুৰ্বিদ্যা আৰু সংগঠনৰ নিমিত্তে হৈহয়ৰ লগত হোৱা যুদ্ধত এই সকলে বিজয় লাভ কৰিছিল। হৈহয় একৈশ বাৰ পৰাস্ত হৈছিল। প্ৰাচীন ইতিহাসৰ আছিল এয়া প্ৰথম মহাযুদ্ধ। দ্বিতীয় আছিল ৰাম আৰু ৰাৱণৰ তথা তৃতীয় আছিল কৌৰৱ-পাণ্ডৱৰ। যুদ্ধত হোৱা নৰসংহাৰ দেখি পৰশুৰাম উদাস হৈ পৰিছিল। তেওঁ এক যজ্ঞ কৰি সমগ্ৰ বিজিত প্ৰদেশ কাশ্যপ ঋষিসকলক প্ৰদান কৰিছিল। ঋষিসকলৰ ৰাজ্য পৰিচালনাত মুঠেই আগ্ৰহ নাছিল। যুদ্ধৰ ফলত হোৱা মতবিৰোধ দূৰ কৰাৰ কাৰণে তেওঁলোকে পৰশুৰামক সহ্যপৰ্বতৰ পশ্চিমে কোঙ্কণত থাকিবলৈ পঠিয়ায় আৰু পৰাভূত ৰজাসকলে উচিত শিক্ষা পাইছে বুলি ধৰি লৈ সেইসকলক নিজৰ নিজৰ ৰাজ্য ঘূৰাই দিয়া হয়। পৰশুৰামৰ সময় হৈছে মহাভাৰতৰ যুদ্ধপূৰ্বৰ সপ্তদশ পীৰি।

## আগ্নেয়াস্ত্ৰ আৰু সগৰ

হৈহয় বংশৰ তালজঙ্ঘ আৰু বীতিহোত্ৰ ৰজাই শক, যৱন, পাৰদ, কম্বোজাদিৰ সহায়ত কোশলৰাজ বাহুক পৰাস্ত কৰি অযোধ্যাৰ পৰা খেদি পঠিয়ালে। বাহুৱে ঔৰ্ব ঋষিৰ আশ্ৰমত শৰণ ল'লে। তাত থকা অৱস্থাতে তেওঁ এক পুত্ৰ সন্তান লাভ কৰিলে। এই সন্তানৰ নাম ৰখা হ'ল সগৰ। এই ঔৰ্ব ঋষিয়ে আগ্নেয়াস্ত্ৰ অৰ্থাৎ অগ্নিৰ সহায়েৰে জড় পদাৰ্থক দূৰলৈ মাৰি পঠিয়াব পৰা অস্ত্ৰ সাজিছিল। সেই বিদ্যা সগৰে লাভ কৰিলে। তালজঙ্ঘ, বীতিহোত্ৰ আদি হৈহয়ৰ স্থান আছিল নৰ্মদা নদীৰ উপকূল। সগৰে সিহঁতৰ ওপৰত আক্ৰমণ কৰি বিজয় লাভ কৰিলে আৰু উত্তৰ-পশ্চিম কোণেৰে আগবাঢ়ি গৈ যৱন, কম্বোজ, পাৰদ, আদি ৰজাসকলৰ লগত বেলেগে বেলেগে যুদ্ধ কৰি পৰাস্ত কৰিলে। সগৰৰ সাম্ৰাজ্যই এইদৰে ভালেখিনি বিস্তাৰ লাভ কৰিলে। সগৰৰ সময় হৈছে মহাভাৰতৰ যুদ্ধ-পূৰ্ব ৫৯ তম পীৰিৰ। সগৰৰ প্ৰত্যয় ওপজা নাছিল যে তেওঁৰ বিশাল সাম্ৰাজ্য তেওঁৰ পুত্ৰ

বা পৌত্ৰাদিয়ে চলাব পাৰিব। সেইকাৰণে তেওঁৰ নিজৰ ৰাজ্যক ক্ষুদ্ৰ-ক্ষুদ্ৰ ৰাজ্যলৈ ৰূপান্তৰিত কৰিলে। ইয়াৰ ভিতৰত প্ৰতিষ্ঠান ৰাজ্য আৰম্ভণিৰ পৰাই পুৰু বংশধৰসকলৰ আছিল। সেইবাবে সেই ৰাজ্য পুৰু বংশৰ দুষ্মন্তক দি দিছিল। ৰাজ্য আৰু প্ৰজাৰ কল্যাণৰ ব্যৱস্থাৰ যাতে হীন-ডেঢ়ি নঘটে সেয়াই আছিল তেওঁৰ ঘাই উদ্দেশ্য।

### ভৰত

দুষ্মন্তৰ পুত্ৰ ভৰত অতি পৰাক্ৰমী আছিল। তেওঁৰ ৰাজ্য হিমালয় প্ৰদেশ আৰু বিন্ধ্যাচলৰ মাজত আৰু পশ্চিমে বিনশনৰ (সৰস্বতী নদী যি মৰুভূমিত লুপ্ত হৈছিল সেই স্থান) পৰা পূৱে প্ৰয়াগলৈ বিস্তৃত আছিল। এওঁৰ সময়ৰে পৰাই ৰজাৰ ৰাজ্যভিষেকৰ প্ৰথা প্ৰৱৰ্তিত হ'ল। এই ৰাজ্যাভিষেক উৎসৱত ভাগ লোৱাৰ উদ্দেশ্যে কোশলৰ দিলীপ, বিদেহৰ কীৰ্তিৰথ আৰু বৈশালীৰ ৰাষ্ট্ৰবৰ্দ্ধন ৰজা আহিছিল। ভৰত দীৰ্ঘজীৱী আছিল। তেওঁৰ ৰাজ্য সুখী আৰু সমৃদ্ধিশালী আছিল। কিন্তু তেওঁৰ পুত্ৰসকল যোগ্যবান নাছিল। অযোগ্য উত্তৰাধিকাৰীৰ হাতত ৰাজ্য ভাৰ গতালে ৰাজ্যত অৰাজকতাই দেখা দিব আৰু প্ৰজাসকলে নানান জীয়াতু ভুগিব বুলি ৰজাৰ চিন্তা হৈছিল। সেই সময়ত বুদ্ধিমান আৰু ত্যাগী ঋষিসকলে নিজৰ অধিক সময় সামাজিক কাৰ্যত অতিবাহিত কৰাতকৈ ঋচা, মন্ত্ৰ, স্তোত্ৰ আৰু কাব্যাদি ৰচনাত বিশেষ মনোনিবেশ কৰিছিল আৰু ভালেমান ৰজা বিলাসী হৈ পৰিছিল। সেইবাবে ভৰতে ভাবিছিল যে কোনো ঋষিক ৰজা পাতিলে তেওঁৰ বুদ্ধি ৰাজ্য সঞ্চালনত প্ৰয়োগ হব। কাৰণ, ঋষিসকলে নিঃস্বাৰ্থ-ভাৱে সমাজ সেৱাৰ কাম কৰে। সেইবাবে সমাজত তেওঁলোকে ৰজাতকৈও অধিক সন্মান লাভ কৰে। সমাজৰ এই বিশেষ সন্মানতকৈ ধন-বৈভৱ যুক্ত আৰু কম সন্মানৰ ৰজাৰ পদ লবলৈ কোনো ঋষি সন্মত নহ'ল। অৱশেষত ভৰদ্বাজ গোত্ৰৰ বিদধিন নামৰ ঋষি এজন এই চৰ্তত ৰজা হবলৈ মান্তি হ'ল যে তেওঁৰ পুত্ৰ-পৌত্ৰাদিয়ে উভয় পদকেই লাভ কৰিব।

## ভগীৰথ

কোশল ৰাজ দিলীপৰ প্ৰথম পুত্ৰ ভগীৰথ বৰ উদ্যমী আছিল। ভগীৰথে ৰজৰ পৰা গঙ্গাৰ উৎপত্তি স্থলীলৈ জৰীপ কৰিছিল। গঙ্গা উত্তৰ বাহিনী আছিল। ভগীৰথে ইয়াৰ সোঁত সলাই দক্ষিণ বাহিনী কৰিছিল আৰু বঙ্গোপসাগৰৰ লগত মিলাই দিছিল। ইয়াৰ বাবে তেওঁ অশেষ যত্ন কৰিব লগা হৈছিল আৰু সেইবাবে এনে প্ৰচেষ্টাক 'ভগীৰথ প্ৰযত্ন' বুলি কোৱা হয়। গঙ্গাৰ আন এটা নাম সেইবাবে ভাগিৰথী।

জহ্নুৰ কান্যকুব্জ ৰাজ্য গঙ্গা নদীৰ পাৰত আছিল। গঙ্গা নদীৰ বানপানীয়ে প্ৰজাসকলক বৰ কষ্ট দিছিল। বানপানীয়ে যাতে প্ৰজা-সকলক বিপদত নেপেলায় আৰু এই পানী অনাহকতে নষ্ট হোৱাটো ৰোধ কৰাৰ উদ্দেশ্যেৰে জহ্নু ৰজাই অসংখ্য নলা খন্দাইছিল। এই নলাৰে নিয়ন্ত্ৰিত পানী দূৰ-দূৰণিলৈ যাবলৈ ধৰিলে আৰু উত্তম খেতি হবলৈ ধৰিলে। তেতিয়ালৈকে যি খেতি 'দেৱমাতৃকা' অৰ্থাৎ বৰ্ষাৰ ওপৰত নিৰ্ভৰশীল আছিল এতিয়া 'অদেৱমাতৃকা' অৰ্থাৎ জলসিঞ্চনৰ ওপৰত আধাৰিত হৈ পৰিল। সেইকাৰণে লোকসকলে গঙ্গাক জহ্নুৰ কন্যা জাহ্নৱী বুলি কবলৈ ধৰিলে।

## চন্দ্ৰ বিনিময়

বৈশালী ৰাজ্য পশ্চিম আৰু দক্ষিণৰ পৰা হব পৰা হৈহয়সকলৰ আক্ৰমণৰ পৰা ভালেখিনি দূৰৈত আছিল। ইয়াত শান্তিপূৰ্ণ পৰিবেশত বেপাৰ আদি হবলৈ ধৰাত এই ৰাজ্য সমৃদ্ধিশালী হৈ পৰিল। বেপাৰৰ ক্ষেত্ৰত লেন-দেনৰ সুবিধাৰ বাবে কোনো ক্ষুদ্ৰ দীৰ্ঘস্থায়ী মাধ্যমৰ প্ৰয়োজনীয়তা অনুভৱ কৰি তাৰ ৰজাই সমান আকাৰ আৰু ওজনৰ সোণৰ গোল টুকুৰা সজালে। এই মুদ্ৰাবোৰক চন্দ্ৰ বোলা হ'ল। চন্দ্ৰ বিনিময়ৰ ফলত দূৰ-দূৰণিলৈ বেপাৰ-বণিজ কৰিবলৈ সুচল হ'ল। বেপাৰ বাঢ়িল। বৈশালী ৰজা বিশ্ৰবসৰ কাৰণে

পৰৱৰ্তী ৰজাসকলকো বৈশ্ৰৱণ বুলি কবলৈ ধৰা হ'ল, কুবেৰ বুলিও কোৱা হ'ল। সকলো কামনা পূৰ কৰোঁতা এই সকল ৰজাৰ উল্লেখ মন্ত্ৰ-পুষ্পৰ মন্ত্ৰত পোৱা যায়।

## ৰঘুৰ সৰ্বস্বদান

কোশল ৰাজ দিলীপ দ্বিতীয়ৰ নাতি ৰঘুই দিগ্বীজয় কৰিলে আৰু লাভ কৰা সকলো ধন-সম্পত্তি সৰ্বস্ব দক্ষিণ যজ্ঞৰ সময়ত বিলাই দিলে। নিজৰ শক্তি-সামৰ্থৰে ধন সংগ্ৰহ কৰিম কিন্তু নিজে ধনৰ প্ৰতি লোভ নকৰি সমাজৰ প্ৰয়োজনত দান কৰিম—সমাজত এনে মনোবৃত্তি থকা কাৰণে প্ৰত্যেকজন ব্যক্তিৰে কৰ্তৃত্ব বাঢ়িছিল আৰু ধনৰ সদ্ব্যৱহাৰ সমাজৰ বাবে হৈছিল। দিগ্বীজয় কৰি একত্ৰিত কৰা সা-সম্পত্তি এইদৰে সৰ্বস্ব দান কৰাৰ ফলত ইয়াৰ প্ৰভাৱ সমাজৰ ওপৰত পৰিছিল। ৰঘুই সৰ্বস্ব দান দিয়াৰ পিছত কৌৎস নামৰ বিদ্যাৰ্থী এজনে গুৰু দক্ষিণাৰ বাবে ধন বিচাৰি ৰঘুৰ কাষলৈ আহিল। গুৰু-দক্ষিণা ভাৰতীয় শিক্ষা-পদ্ধতিৰ এক বিশেষত্ব আছিল। শিক্ষা বিনামূলীয়াকৈ দিয়া হৈছিল। উদ্দেশ্য আছিল যে প্ৰত্যেক ব্যক্তিয়ে নিজস্ব গুণৰ অনুৰূপ শিক্ষা লাভ কৰি নিজৰ ব্যক্তিত্বৰ সম্পূৰ্ণ বিকাশ সাধন কৰিব পাৰে আৰু তাৰে সমাজৰ উপকাৰ সাধিব পাৰে। শিক্ষাৰ সুযোগৰ পৰা কোনো বঞ্চিত নহৈছিল। শিক্ষা সম্পূৰ্ণ হোৱাৰ পিছত শিষ্যই নিজে গুৰুক দক্ষিণা দিবলৈ বিচাৰে। শিষ্যই দক্ষিণা দিয়াৰ মনোবাঞ্ছা প্ৰকাশ কৰিলে গুৰুকুলৰ প্ৰয়োজনীয়তা অনুসৰি বা শিষ্যৰ সামৰ্থ অনুযায়ী গুৰু-দক্ষিণা গ্ৰহণ কৰা হয়। কৌৎসক গুৰু-দক্ষিনাৰ বাবে ধন দিয়াৰ প্ৰয়োজনীয়তা অনুভৱ কৰি ৰঘুই বৈশালীৰ ৰজা বৈশ্ৰৱণক আক্ৰমণ কৰাৰ কথা পাঙিলে। ৰঘুৰ সৰ্বস্বদানৰ দ্বাৰা প্ৰভাৱিত হৈ বৈশ্ৰৱণে নিজে দান দিয়াৰ কথা ভাৱিলে আৰু ৰঘুক বহু ধন-বস্ত্ৰ যাচিলে।

## দাশৰথী ৰাম

ৰঘুৰ পুত্ৰ দশৰথ বৰ পৰাক্ৰমী আছিল। কিন্তু অপুত্ৰক হোৱা বাবে বৰ দুঃখী আছিল। তেওঁ পুত্ৰ প্ৰাপ্তিৰ বাবে পুত্ৰকামেষ্টী যজ্ঞ কৰিছিল। তেওঁৰ কৌশল্যাৰ পৰা ৰাম, সুমিত্ৰাৰ পৰা লক্ষ্মণ আৰু শত্ৰুঘ্ন তথা কৈকেয়ীৰ পৰা ভৰত নামেৰে চাৰিজন পুত্ৰ উপজিছিল। প্ৰতিজনকে অতি উত্তম শিক্ষা দিয়া হৈছিল।

সেই সময়ত কৌশিক নদীৰ পাৰত থকা বিশ্বামিত্ৰ ঋষিক জন্ম-স্থানৰ দক্ষিণ ফালে থকা ৰাক্ষসবোৰে অত্যাচাৰ কৰিছিল। ইয়াৰ বাবে প্ৰতিকাৰ বিচাৰি ঋষি ৰজা দশৰথৰ কাষ চাপিল। দশৰথৰ তেজস্বী ৰাজকুমাৰক নিজৰ ধনুৰ্বিদ্যা আৰু অস্ত্ৰবিদ্যা শিকাই তেওঁলোকৰ দ্বাৰা ৰাক্ষসক সংহাৰ কৰাৰ অভিপ্ৰায়েৰে বিশ্বামিত্ৰই ৰজাৰ আজ্ঞা লৈ ৰাম আৰু লক্ষ্মণক নিজৰ লগত লৈ আহিল। অস্ত্ৰ বিদ্যা শিকোৱাই বিশ্বামিত্ৰই ৰাম-লক্ষ্মণৰ হতুৱাই তাড়কা ৰাক্ষসীক বধ কৰালে। তাৰ পিছত খৰ ৰাক্ষসক বধিলে আৰু দূষণক জনস্থানৰ পৰা খেদি পঠিয়ালে। বিদেহৰাজ সীৰধ্বজ জনকে নিজৰ কন্যা সীতাৰ বিবাহৰ কাৰণে শিৱধনু ভঙাৰ চৰ্ত আৰোপ কৰিছিল। সেই চৰ্ত ৰামে পূৰ কৰি সীতাক বিয়া কৰিলে।

ভৰত আৰু শত্ৰুঘ্নই এবাৰ ভৰতৰ মোমায়েকৰ ঘৰলৈ গৈছিল। সেই সময়ত দশৰথে জ্যেষ্ঠ পুত্ৰক পৰম্পৰা অনুসৰি যুৱৰাজ পতাৰ মন কৰিলে। কিন্তু কৈকেয়ীৰ মনত কলুষতা সোমাল। বহু বছৰ আগতে দশৰথে কৈকেয়ীক দুটা বৰ দিম বুলি কথা দি থৈছিল। এতিয়া সুযোগ পাই কৈকেয়ীয়ে দশৰথৰ পৰা বৰ দুটা বিচাৰিলে, প্ৰথমটোৱে ৰামৰ চৈধ্য বছৰ বনবাস আৰু দ্বিতীয়টোৱে ভৰতক যুৱৰাজ পতা। ৰামে এই কথা জনাত নিজে বনবাসলৈ যাবলৈ ওলাল। সীতা আৰু লক্ষ্মণেও তেওঁৰ সৈতে ওলাল। পুত্ৰৰ বিৰহত দশৰথ মূৰ্চ্ছা গ'ল আৰু ভৰত মোমায়েকৰ ঘৰৰ পৰা উভতি অহাৰ আগেয়ে স্বৰ্গী হ'ল। ভৰতে উভতি আহি ৰামৰ কাষ পালে আৰু

তেওঁক বনলৈ নগে বজা হবলৈ খাটনি ধৰিলে। বামে ক'লে যে পিতাৰ প্ৰতিজ্ঞা পালনৰ বাবে মই চৈধ্য বছৰ বনবাস খাটিব লাগে। তেতিয়া ভৰতে নিজে সিংহাসনত নবহি বামৰ নামত অতি উত্তম ভাৱে ৰাজ্য চলালে। ভৰত আৰু শত্ৰুঘ্নই নিঃস্বাৰ্থ ভাৱে নিজৰ কৰ্তব্য পালন কৰিলে।

চিত্ৰকূট পৰ্বতত দহ বছৰ অতিবাহিত কৰি বাম পঞ্চৱতীলৈ গ'ল আৰু তাত তেওঁ নিৰ্দয়ী ৰাক্ষসবোৰক সংহাৰ কৰিলে। ৰাক্ষস-ৰাজ লঙ্কাধিপতি দশানন ৰাৱণে এইবোৰ জানিবলৈ পালে। তেওঁ আহি ছলেৰে সীতাক হৰণ কৰি লৈ গ'ল। বাম আৰু লক্ষ্মণে সীতাক বিচাৰি সুদূৰ দক্ষিণলৈ যাত্ৰা কৰিলে। প্ৰস্ৰৱণ পৰ্বত আৰু পম্পা সৰোবৰৰ দাঁতিৰ কিষ্কিন্ধাত বানৰসকলৰ ৰাজ্য আছিল। সেই-সকলৰ ৰজা সুগ্ৰীৱৰ সাহাৰ্যত সীতা দশানন ৰাৱণৰ ৰাজ্যত থকাটো জানিব পৰা গ'ল। ৰাৱণৰ ওপৰত আক্ৰমণ কৰাৰ উদ্দেশ্যে বামে বানৰ সেনাৰ সৈতে অভিযান আৰম্ভ কৰিলে। ৰাৱণৰ ভায়েক বিভীষণ বামৰ পক্ষত আছিল। ৰাৱণক বধ কৰি সীতাক লগত লৈ পুষ্পক বিমানেৰে বাম উভতি আহিল আৰু ভৰতক লগ পালে। দুয়ো অযোধ্যালৈ আহিল। তাত বামৰ ৰাজ্যাভিষেক হ'ল। তাৰ পিছত বামৰ ৰাজ্যৰ এজন সাধাৰণ নাগৰিকে সীতাৰ চৰিত্ৰ সম্পৰ্কে শঙ্কা ব্যক্ত কৰিলে যে তেওঁ ভালেমান দিন ৰাৱণৰ ৰাজ্যত আছিল। ৰাণীৰ বিষয়ে প্ৰজাৰ মনত এনে লেশমানো সন্দেহৰ ভাব যদি থাকে তেনেহ'লে তেওঁ ৰাণীৰ যোগ্যা হব নোৱাৰে, এনে ধাৰণাৰ বশৱৰ্তী হৈ বামে সীতাক ত্যাগ কৰিলে। সেই সময়ত সীতা গৰ্ভৱতী আছিল। তেওঁৰ দুটি যঁজা সন্তান হ'ল। নৱ-জাতক দুটিৰ নাম ৰখা হ'ল— লৱ আৰু কুশ। বামে দুয়োটিকে গ্ৰহণ কৰিলে। বামৰ ৰাজ্যত আনৰ্তৰ পৰা অঙ্গ দেশলৈ আৰু পঞ্চনদৰ পৰা লঙ্কালৈ প্ৰদেশবোৰ অন্তৰ্ভুক্ত আছিল। তেওঁ নিঃস্বাৰ্থভাৱেৰে আৰু জনমতক সন্মান জনাই প্ৰজাক সুখী আৰু সমৃদ্ধ কৰিছিল। বামৰাজ্য আমাৰ ইতিহাসত

আদৰ্শ ৰাজ্য ৰূপে স্বীকৃত হ'ল। ৰাজপুত্ৰসকলৰ মাজত যিদৰে সৌহাৰ্দ আছিল সেইদৰে প্ৰজাসকলেও আচৰণ কৰিছিল। এই কালছোৱাৰ আছিল মহাভাৰত যুদ্ধৰ ৩৫ পীৰিৰ পূৰ্বৰ।

## কুৰু

পুৰু বংশৰ সংৱৰণৰ পুত্ৰ হৈছে কুৰু। কুৰুই পাঞ্চাল ৰাজ্যখন তেওঁৰ ৰাজ্যৰ লগত চামিল কৰি লৈছিল। তেওঁ চক্ৰৱৰ্তী ৰজা হৈছিল। হাবি কাটি সম্পূৰ্ণ ভূমি অঞ্চলত খেতি কৰিলে ৰৱযুণ কম হয় কাৰণে তেওঁ নিজৰ ৰাজ্যক খেতি-পথাৰ আৰু হাবি, এই দুই ভাগত ভগাই হাবি বঢ়োৱাৰ আঁচনি গ্ৰহণ কৰিছিল।

## শান্তনু আৰু ভীষ্ম

মহাভাৰতৰ যুদ্ধৰ চাৰি-পাঁচ পীৰিৰ পূৰ্বে হস্তিনাপুৰত শান্তনু নামৰ এজন ৰজা আছিল। তেওঁৰ সৰ্ত সাপেক্ষে গঙ্গাৰ লগত বিবাহ হৈছিল। তেওঁৰ এজন পুত্ৰ হ'ল যাৰ নাম দেৱব্ৰত। শান্তনুৰ তেওঁ একমাত্ৰ পুত্ৰ আছিল। শান্তনুৱে চৰ্ত পালন নকৰাত গঙ্গাই তেওঁক এৰি গুচি গৈছিল। পিছত সত্যৱতী নামৰ এগৰাকী ৰূপৱতী কন্যাৰ সৈতে শান্তনুৰ প্ৰেম হৈছিল আৰু সত্যৱতীক বিবাহ কৰাৰ প্ৰস্তাৱ দিছিল। সত্যৱতীয়ে চৰ্ত ৰাখিলে যে তেওঁৰ পুত্ৰইহে ভৱিষ্যতে ৰজা হ'ব আৰু তেওঁৰ বংশইহে ৰাজপাট খাব। দেৱব্ৰতে এই চৰ্তৰ কথা জানিবলৈ পাই আজীৱন ব্ৰহ্মচাৰী হৈ থকাৰ বাবে প্ৰতিজ্ঞা কৰাত শান্তনু আৰু সত্যৱতীৰ বিবাহ হ'ল। সত্যৱতীৰ বিচিত্ৰবীৰ্য আৰু চিত্ৰাঙ্গদ নামৰ দুজন পুত্ৰ হ'ল। দুয়োজন পুত্ৰৰে বিবাহ হ'ল। শান্তনুৰ মৃত্যুৰ পিছত এই দুয়োজনে এজনৰ মৃত্যুৰ পিছত আনজন ৰজা হয়, কিন্তু দুয়ো নিঃসন্তান হৈ মৃত্যু বৰণ কৰে। শান্তনুৰ বংশত কোনো পুৰুষ নাথাকিল। এই পৰিস্থিতিত স্বয়ং সত্যৱতীয়ে দেৱব্ৰতক বিবাহ কৰিবলৈ অনুমতি দিলে। যি কাৰণত দেৱব্ৰতে ব্ৰহ্মচাৰী হোৱাৰ

প্ৰতিজ্ঞা কৰিছিল সেই কাৰণে এতিয়া নিৰ্মূল হ'ল। তথাপি দেৱব্ৰতে নিজৰ ভীষ্ম প্ৰতিজ্ঞাত অটল হৈ পৰিল। সেইবাবে তেওঁৰ আন এটা নাম হ'ল ভীষ্ম। শান্তনুৰ সুয়োগৰাকী বোৱাৰীয়েকৰ পৰা ক্ষেত্ৰজ সন্তান উৎপন্ন কৰাৰ প্ৰস্তাৱ কৰা হ'ল। সুয়োৰে দুটি পুত্ৰ হ'ল—ধৃতৰাষ্ট্ৰ আৰু পাণ্ডু। ধৃতৰাষ্ট্ৰ অন্ধ আছিল বাবে ৰজা হ'ব নোৱাৰে। সেইবাবে পাণ্ডুৰ ৰাজ্যাভিষেক হ'ল। ধৃতৰাষ্ট্ৰৰ এশ আৰু পাণ্ডুৰ পাঁচটি পুত্ৰ হ'ল। ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলক 'কৌৰৱ' আৰু পাণ্ডুৰ পুত্ৰক 'পাণ্ডৱ' বোলা হয়।

## কৃষ্ণ আৰু কংস

সেই সময়ত যাদৱসকলৰ দুটি বংশই প্ৰসিদ্ধি লাভ কৰে—অন্ধক আৰু বৃষণী। অন্ধকৰ ৰজা কংস আৰু তেওঁৰ ভাগিনীয়েক বৃষণী বংশৰ কৃষ্ণৰ মাজত বৈৰীতা আছিল। কংস আছিল মগধৰ ৰজা জৰাসন্ধৰ জোঁৱায়েক। কৃষ্ণই যেতিয়া কংসক বধ কৰিলে তেতিয়া জৰাসন্ধই কৃষ্ণৰ ৰাজ্যক ১৭ বাৰ আক্ৰমণ কৰে। জৰাসন্ধ প্ৰবল প্ৰতাপী আছিল তথাপি কৃষ্ণই বিজয় লাভ কৰি আছিল। কিন্তু বাৰে বাৰে হোৱা যুদ্ধৰ ফলত ঘটা প্ৰজাৰ হানিৰ বাবে কৃষ্ণই মথুৰা ত্যাগ কৰি দ্বাৰকালৈ স্থানান্তৰিত হৈছিল।

## মহাভাৰতৰ যুদ্ধ

পুত্ৰ প্ৰাপ্তি হোৱাৰ অলপ দিন পিছতে পাণ্ডুৰ মৃত্যু হ'ল আৰু ধৃতৰাষ্ট্ৰই ৰাজকাৰ্য চলাবলৈ ধৰিলে। কৌৰৱ-পাণ্ডৱক শিক্ষা দিয়াৰ উদ্দেশ্যে তেওঁলোকক কোনো গুৰু-গৃহলৈ পঠিওৱাৰ সলনি ঘৰৰ কাষতে ৰখাৰ নিৰ্ণয় ভীষ্মই গ্ৰহণ কৰিলে। সেই সময়ত আৰ্থিক বিপন্নত পৰা দ্ৰোণাচাৰ্যক কুৰুবংশৰ বালকসকলৰ গুৰু নিযুক্তি কৰিলে। সেইবাবে গুৰু কুলত হব পৰা সংস্কাৰ কৌৰৱ-পাণ্ডৱৰ নহ'ল। পাণ্ডৱৰ জ্যেষ্ঠ জন আছিল যুধিষ্ঠিৰ আৰু কৌৰৱৰ দুৰ্যোধন। শিক্ষা সমাপ্তিৰ পিছত

ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰৰ যুৱৰাজ্যাভিষেক কৰিলে। দুৰ্যোধনে পাণ্ডৱসকলক বাৰাণবাতলৈ পঠিয়াই এক লাক্ষাগৃহত ৰাখি জলাই দিয়াৰ অভিসন্ধি কৰিলে। তাৰ পৰা পাণ্ডৱসকল পলাই সাৰিল আৰু দ্ৰৌপদীক জয় লাভ কৰি প্ৰসিদ্ধ হ'ল। তেতিয়া ধৃতৰাষ্ট্ৰই নিজৰ ৰাজ্যক দুভাগ কৰি কৌৰৱ-পাণ্ডৱৰ মাজত সমানে ভাগ কৰি দিলে। পাণ্ডৱে ৰাজসূয় যজ্ঞ কৰিলে। পাণ্ডৱৰ ঐশ্বৰ্য দেখি দুৰ্যোধনে ঈৰ্ষাত জলি পুৰি মৰিব ধৰিলে। যুদ্ধত তেওঁলোকক পৰাস্ত কৰা সম্ভৱ নোহোৱা হেতুকে দুৰ্যোধনে নিজৰ মোমায়েক শকুনিৰ পৰামৰ্শৰে তেওঁলোকক পাশা খেলত ঘটুৱাই বাৰ বছৰ বনবাস আৰু এবছৰৰ অজ্ঞাতবাসলৈ পঠিয়ালে। তেৰ বছৰৰ পিছত পাণ্ডৱসকল প্ৰকট হ'ল। তেতিয়া নিজৰ ৰাজ্যৰ বেজীৰ সমান মাটিও পাণ্ডৱক নিদিবলৈ দুৰ্যোধন বদ্ধ পৰিপক হ'ল। কেৱল যুদ্ধৰ পথ খোলা থাকিল। তেতিয়া ভাৰতৰ সকলোবোৰ ৰজালৈ দূত পঠিয়াই কৌৰৱ আৰু পাণ্ডৱে নিজৰ নিজৰ সেনা বাহিনীত অংশ গ্ৰহণ কৰাৰ বাবে চেষ্টা চলালে। দ্বাৰকাৰ ৰজা কৃষ্ণ পাণ্ডৱৰ পক্ষে আছিল আৰু তেওঁৰ সেনা কৌৰৱৰ পক্ষে। এই যুদ্ধত পাণ্ডৱৰ পক্ষে সাত অক্ষৌহিণী আৰু কৌৰৱৰ পক্ষে এঘাৰ অক্ষৌহিণী সেনা গোট খালে। কৌৰৱ-পাণ্ডৱৰ দৰে আন ৰাজ্যবোৰৰ পৰা ভাতৃ-বান্ধৱ পৰস্পৰে পৰস্পৰৰ বিৰুদ্ধে যুঁজিবলৈ একত্ৰিত হ'ল। ভীষ্ম আৰু দোণাচাৰ্যই কৌৰৱৰ হৈ যুদ্ধ কৰিলে কাৰণ তেওঁলোকে কৌৰৱৰ লোণ খাইছিল।

যুদ্ধ ওঠৰ দিনলৈ চলিল য'ত সম্মিলিত সকলো সেনা আৰু ৰজাৰ মৃত্যু হ'ল। পাণ্ডৱৰ পক্ষত কেৱল পাঁচ পাণ্ডৱ আৰু কৃষ্ণ বাচি থাকিল। যুদ্ধৰ পিছতো ভীষ্মই শৰশয্যাত পৰি উত্তৰায়ণলৈ বাট চালে আৰু যুধিষ্ঠিৰক বিভিন্ন বিষয়ৰ উপদেশ দিলে। যুদ্ধৰ পিছত যুধিষ্ঠিৰৰ ৰাজ্যাভিষেক হ'ল। পাণ্ডৱৰ তৃতীয় ভাতৃৰ অৰ্জুনৰ বোৱাৰীয়েক অভিমন্যুৰ পত্নী উত্তৰা যুদ্ধৰ সময়ত গৰ্ভৱতী আছিল। যুদ্ধৰ পিছত

তেওঁৰ ওপজা পুত্ৰৰ নাম পৰীক্ষিত ৰখা হ'ল। কালক্ৰমত পাণ্ডৱৰ একমাত্ৰ বংশধৰ পৰীক্ষিত বজা হ'ল।

যুদ্ধৰ ছয়ত্ৰিশ বছৰ পিছত কৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ হ'ল। তাৰ পিছত যুধিষ্ঠিৰাদি পাণ্ডৱে পৰীক্ষিতৰ ৰাজ্যাভিষেক পাতি নিজে বনলৈ গুচি গ'ল য'ত পাঁচিশ বছৰ কটাই হিমালয়ত মহাপ্ৰস্থান কৰাৰ সময়ত দেহ ত্যাগ কৰিলে।

## অধ্যায় ঃ তিনি

# কলিযুগৰ আৰম্ভণিৰ পৰা হৰ্ষবৰ্দ্ধনলৈ

### কালানুক্ৰমৰ মতানৈক্য

মহাভাৰতৰ-যুদ্ধৰ পূৰ্বৰ ঘটনাৱলীৰ কালনিৰ্ণয় কৰাৰ চেষ্টা প্ৰায় নোহোৱাৰ কাৰণে পিছৰ অধ্যায়ত ঘটনাৰ কোনো নিশ্চিত বৰ্ষ দিয়াৰ সলনি কেৱল পীৰিৰ সংখ্যা দি সন্তুষ্ট থাকিবলগীয়া হৈছে। মহাভাৰতৰ যুদ্ধৰ পৰা হৰ্ষবৰ্দ্ধনৰ সময়লৈ কাল নিৰ্ণয়ৰ কিছু প্ৰচেষ্টা দেখিবলৈ পোৱা যায় যদিও ইয়াৰ মতানৈক্য নথকা নহয়। প্ৰাচীন ভাৰতীয় সাহিত্য আৰু পৰম্পৰাৰ আধাৰত কিছুমান ভাৰতীয় বিদ্বানে নিৰ্ণয় কৰা কালানুক্ৰম আৰু পছিমীয়া বিদ্বানে যুগুতোৱা কালানুক্ৰমৰ মাজত ১৩০০ বছৰৰ প্ৰভেদ আছে। এই মতানৈক্যৰ বাবে নানান সংশয়ৰ সৃষ্টি হয়। সেইবাবে এই কালখণ্ডৰ কালানুক্ৰম যুগুতোৱাৰ যি প্ৰয়াস কৰা হৈছে তাৰ বিষয়ে এই অধ্যায়ত কিছু আলোকপাত কৰা হৈছে।

### মহাভাৰতৰ যুদ্ধৰ পিছৰ প্ৰাকৃতিক বিপৰ্যয়

মহাভাৰতৰ যুদ্ধৰ পিছত কোনো প্ৰাকৃতিক বিপৰ্যয়ৰ কাৰণে পশ্চিম ভাৰতৰ আৰু বিশেষকৈ সৰস্বতী নদীৰ উপকূলৰ প্ৰদেশাঞ্চল ধ্বংস হৈ যোৱাৰ কথা অনুমান কৰিব পাৰি। যুদ্ধৰ ৩৫/৪০ বছৰৰ পিছত দ্বাৰকা নগৰী সাগৰে বুৰাই পেলালে আৰু ১০০/১৫০ বছৰৰ পিছত যমুনা নদীৰ বানে হস্তিনাপুৰৰ ৰাজধানী বুৰাই পেলালে। এই দুৰ্য্যোধন সেই সময়ৰ অতি প্ৰসিদ্ধ চহৰ হোৱা কাৰণে আজিও স্মৰণীয় হৈ আছে। কিন্তু তথ্যৰ অভাৱত হয়তো অনেক স্মৰণীয়

নগৰ-চহৰো বিস্মৃতিৰ অতল গৰ্ভত হেৰাই গৈছে। মহাভাৰতৰ যুদ্ধৰ সময়ত কৰা বলৰামৰ তীৰ্থযাত্ৰাৰ বৰ্ণনাত সৰস্বতী নদী কিছু শুকাই যোৱা বুলি উল্লেখ পোৱা যায়। প্ৰাচীন ভাৰতীয় সাহিত্যৰ মতে মহাৰতৰ যুদ্ধৰ সময় হৈছে কল্কি-পূৰ্ব ৩৬ (খৃঃপূঃ ৩১৩৮)। আধুনিক অনুসন্ধান মতে প্ৰায় সেই সময়তে হৰপ্পাৰ সভ্যতাও বিনষ্ট হৈ পৰিছিল। সৰস্বতী নদী শুকোৱাৰ কাৰণ যিয়েই নহওক কিছুমান বিদ্বানৰ মতে এই প্ৰাকৃতিক বিপৰ্যয় সেইসময়ত কেবা শ বছৰ জুৰি চলিছিল।

## যুধিষ্ঠিৰ সম্বৎ আৰু কলিযুগৰ পৰম্পৰাৰ মহত্ব

মহাভাৰতৰ যুদ্ধৰ ঘটনা ভাৰতৰ ইতিহাসৰ বাবে অতি তাৎপৰ্য-পূৰ্ণ। এই যুদ্ধত সমগ্ৰ ভাৰতৰ অধিকাংশ ৰজাই সসৈন্যে উপস্থিত হৈছিল আৰু তাত মৃত্যু বৰণ কৰিছিল। যুদ্ধৰ পিছত সকলো ৰাজ্যতে নতুন ৰজাৰ ৰাজ্যাভিষেক হৈছিল। সমগ্ৰ দেশ জুৰি এবছৰৰ ভিতৰতে এই পৰিৱৰ্তন হোৱা কাৰণে যুদ্ধৰ পিছত যুধিষ্ঠিৰৰ ৰাজ্যাভিষেকৰ সময়ৰ পৰা যুধিষ্ঠিৰ সম্বৎ আৰু ইয়াৰ ছয়ত্ৰিশ বছৰ পিছত শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ পৰা কলিযুগ আৰম্ভ হ'ল। এই দুয়োটি কালগণনা সেই সময়ৰ পৰা চলি আহিছে। ভাৰতৰ সকলো পঞ্জিকাত এই দুয়োটি কাল গণনাৰ ব্যৱহাৰ প্ৰচলিত হৈ আহিছে। ১৮ মাৰ্চ, ১৯৮৮ খৃঃৰ পৰা বৰ্ষ প্ৰতিপদা কলিযুগৰ ৫০৯০ বৰ্ষ আৰম্ভ হৈছে।

সকলোৱে জানে যে মহাভাৰতৰ যুদ্ধৰ ১৩০০ বছৰৰ পিছত হৈছে বুদ্ধৰ কাল। বুদ্ধৰ বিষয়ে বহুতো সাহিত্য পোৱা যায়, সেই সময়ৰ কিছু পুৰাতাত্ত্বিক প্ৰমাণ পোৱা গৈছে। কিন্তু বুদ্ধৰ সময় নিৰ্দিষ্ট কৰা কোনো বিশেষ বৰ্ষৰ উল্লেখ পোৱা নাযায়। এনে পৰিপ্ৰেক্ষিতত ভাৰতীয় ইতিহাসৰ কালগণনা যুধিষ্ঠিৰ সম্বৎ আৰু কলিযুগৰ কাল-গণনাৰ ওপৰত আধাৰিত হোৱাটো স্বাভাৱিক। এই কালগণনা পৰম্পৰা অনুসৰি চলি আহিছে। আধুনিক অনুসন্ধানৰ তথ্য মতে

সৰস্বতী সংস্কৃতিৰ হৰপ্পাদি স্থান বিনষ্ট হোৱাৰ সময় এই কালগণনাৰ আৰম্ভণি বুলি ঠাৱৰ কৰা হৈছে।

## মৌখিক অভিলেখাগাৰ

ভূতত্ব আৰু নৃতত্ব শাস্ত্ৰৰ অধ্যয়নৰ ফলস্বৰূপে মানৱ জাতিৰ ইতিহাস সুদূৰ অতীতৰ গৰ্ভত নিহিত হৈ আছে। সৰস্বতী নদীৰ অৱবাহিকাত পোৱা ৰামাপিথাকস নামৰ মানৱৰ জীৱাশ্ম অতি প্ৰাচীনতম কালৰ। কেবালাখ বছৰ পুৰণি বুলি প্ৰমাণিত হোৱাত সৃষ্টিৰ উৎপত্তিৰ খৃষ্টীয় ধাৰণা মৰিমূৰ হৈ যায়। আধুনিক ভূতত্ত্ববিদসকলৰ মতে সৃষ্টি নিৰ্মাণৰ ২০০ কোটি বছৰ হৈছে। অত্যধিক পুৰণি কালৰ শিলালেখ আদি পোৱা নাযায়। সেইবাবে এতিয়া ঐতিহাসিকসকলৰ কালনিৰ্ণয়ৰ ক্ষেত্ৰত দৃষ্টি প্ৰাচীন পৌৰাণিক কাহিনী আদিত নিবদ্ধ হৈ পৰিছে। লোকগীততো এতিয়া তেওঁলোকে ইতিহাস দেখিবলৈ পাইছে। সেই-বাবে আজিকালি এইবোৰক মৌখিক অভিলেখাগাৰ বুলি কোৱা হয়। বিদ্বানসকলৰ যুক্তি হৈছে যে পৰম্পৰাৰ বিৰুদ্ধে প্ৰামাণিক তথ্য পালেহে পাৰম্পৰিক প্ৰয়াস বাদ দিব লাগিব, তাৰ আগতে নহয়।

## সুব্যৱস্থিত ভাৰতীয় ৰাজবংশাৱলী

ভাৰতৰ লিখিত ইতিহাসতো মহাভাৰতৰ যুদ্ধৰ কালক বিশেষ গুৰুত্ব দিয়া হৈছে। যুদ্ধৰ পূৰ্বকালীন কেৱল মুখ্য ৰজাসকলৰ নামহে তাত দিয়া হৈছে। সেইসকলো হৈছে ভিন ভিন বংশৰ। সেইবোৰ অধ্যয়ন কৰাৰ পিছত বৰ্তমানৰ বিদ্বানসকলে এই নিৰ্ণয়ত উপনীত হৈছে যে সেইসকল এশ পীৰিমানৰ হব। ইয়াৰ আধাৰত দ্বিতীয় অধ্যায়ত মহাভাৰতৰ যুদ্ধৰ পূৰ্বৰ ৰজাসকলৰ বিষয়ে বৰ্ণনা কৰা হৈছে। কিন্তু মহাভাৰতৰ যুদ্ধৰ পিছত ভিন ভিন ঠাইত শাসন কৰা ৰাজবংশ আৰু প্ৰতিটো বংশৰ ৰজাৰ একজনৰ পিছত পিছত আন একজনৰ ক্ৰমিক বৰ্ণনা পুৰাণত সুন্দৰভাৱে দিয়া হৈছে। বায়ু, মৎস্য, ব্ৰহ্মাণ্ড, বিষ্ণু, ভাগৱত

আৰু ভৱিষ্যত পুৰাণত এনে বৰ্ণনা সুন্দৰ ক্ৰমত পোৱা যায়। এই পুৰাণবোৰৰ ক'ৰবাত পাঠান্তৰো পোৱা যায়। সেই সকলো অধ্যয়ন কৰি সমন্বয়ৰ দৃষ্টিৰে আজি কিছু শতাব্দী পূৰ্বে 'কলিযুগৰাজ-বৃত্তান্ত' নামৰ গ্ৰন্থ এখন প্ৰস্তুত কৰা হৈছে। পুৰাণবোৰত হস্তিনাপুৰৰ চন্দ্ৰবংশ আৰু অযোধ্যাৰ সূৰ্যবংশৰ ৰজাসকলৰ ক্ৰমিক বৰ্ণনা মহাভাৰতৰ যুদ্ধৰ পৰা ১৪৬৮ বছৰলৈকে পোৱা যায়। মগধৰ ৰজাসকলৰ যুদ্ধৰ পৰা ৩৫০০ বছৰৰ পিছলৈ বিস্তৃত বিৱৰণ পোৱা যায়। এই সুদীৰ্ঘ কাললৈ তাত শাসন কৰা ৰাজবংশাৱলীৰ ক্ৰমিক নাম আৰু সেইসকলৰ শাসনকাল তথা প্ৰত্যেক বংশৰ ৰজাৰ ক্ৰমিক নাম আৰু প্ৰতিজন ৰজাৰে শাসনকাল সম্বন্ধে লিপিবদ্ধ আছে। মগধৰ ৰজাসকলৰ এই তথ্য জনাৰ পিছত তাত মহাভাৰতৰ যুদ্ধৰ পিছত কোন ৰজাই কিমান বছৰলৈ শাসন চলাইছিল তাক সহজে অনুমান কৰিব পাৰি।

নেপাল আৰু কাশ্মীৰৰ ৰজাসকলৰ বিষয়ে এনেবোৰ তথ্য স্বকীয়া গ্ৰন্থত দেখিবলৈ পোৱা যায়। ঐতিহাসিকসকলে এনে ধৰণৰ সূচী প্ৰস্তুত কৰাৰ কাৰণে তাঁকৰ তথ্য হিচাবে গ্ৰহণ কৰে। মিছৰ আৰু বেবিলনৰ প্ৰাচীন সভ্যতাৰ এইদৰে তালিকা তৈয়াৰ কৰি গ্ৰীক ঐতিহাসিকসকলে সেইবোৰৰ কাল-নিৰ্ণয় কৰিছিল। ভাৰতীয় পুৰাণবোৰত প্ৰাপ্ত ৰাজবংশাৱলীৰ বিষয়ে লিখাৰ সময়ত এচ. এচ. উইলচনে নিজে ইংৰাজীলৈ অনুবাদ কৰা বিষ্ণুপুৰাণৰ পাতনিত এই বংশাৱলীবোৰ সঠিক আৰু বিশ্বাসনীয় বুলি ঠাৱৰ কৰিছে।

## কলিযুগৰ ওপৰত আধাৰিত আৰু বৰ্তমানৰ পাঠ্যপুথিত থকা কালক্ৰম

কলিযুগৰ প্ৰাৰম্ভৰ বছৰটোক মূলাধাৰ ৰূপে গ্ৰহণ কৰি পুৰাণ, কলিযুগৰাজ বৃত্তান্ত আৰু নেপাল তথা কাশ্মীৰৰ বংশাৱলীৰ আধাৰত ভাৰতীয় ইতিহাসৰ মহাভাৰতৰ যুদ্ধৰ পৰা অৰ্বাচীন কাললৈ কালগণনা কৰাৰ যত্ন কোটা-বেঙ্কটাচলমৰ দৰে অনেক ভাৰতীয়ই কৰিছে।

বৰ্ত্তমানৰ পাঠ্যপুথিবোৰত থকা কালক্ৰম হৈছে পছিমীয়া পণ্ডিতসকলে আধাৰ হিচাবে লোৱা অন্য এক কালক্ৰম। পছিমীয়াসকলে যুগুতোৱা ভাৰতীয় ইতিহাসৰ কালক্ৰম, যিবোৰৰ কিছুমান ঘটনাৰ বছৰৰ উল্লেখ পোৱা যায় সেয়া খৃ. ২৬ শতাব্দীৰ (খৃঃপূঃ ৬ষ্ঠ শতাব্দী) পৰা আৰম্ভ হৈছে, যিসময়ত ইৰাণে ভাৰতৰ ওপৰত আক্ৰমণ কৰিছিল। তেওঁলোকৰ মতে বুদ্ধৰ সময়ো একেই। ইয়াৰ অৰ্থ হৈছে যে যোৱা ২৬০০ বছৰৰ যি ইতিহাসৰ কালক্ৰম তেওঁলোকে নিৰূপণ কৰিলে তাৰ পূৰ্বৰ কালডোখৰ তেওঁলোকৰ দৃষ্টিত অন্ধকাৰ যুগ আছিল। পুৰাণৰ আধাৰত ভাৰতীয়সকলে নিৰ্ণয় কৰা কালক্ৰম কলিযুগ আৰম্ভৰ ৩৬ বছৰ পূৰ্বে মহাভাৰতৰ যুদ্ধৰ সময়ৰ পৰা আৰম্ভ হৈছে অৰ্থাৎ ৫১০০ বছৰ পুৰণি। কোটা বেঙ্কটাচলমৰ মতে এই কাল ৬১০০ বছৰৰ। আন কিছুমানে কলিযুগৰ পূৰ্বৰ বৈৱস্বত মনুৰ কিছুমান ঘটনাৱলীৰ বছৰ নিৰ্ণয় কৰিছে যদিও ইয়াৰ অবিৰত ক্ৰম দিয়া নাই। ভালে সংখ্যক ব্যক্তিয়ে অখণ্ড কালক্ৰম মহাভাৰতৰ যুদ্ধৰ সময়ৰ পৰা নিৰূপণ কৰিছে। সেয়া অৱশ্যে মগধৰ ৰজাসকলৰ।

কলিযুগক মূলাধাৰ হিচাপে লৈ আৰু পুৰাণবোৰৰ আধাৰত নিৰূপণ কৰা কালক্ৰমণিকা আৰু পছিমৰ মূলাধাৰৰ ভেটিত যুগুতোৱা কালক্ৰমণিকাৰ প্ৰভেদ তালিকা যোগে দেখুওৱা হ'ল।

| ঘটনাৱলী | কলি কালৰ ওপৰত যুগুতোৱা কালক্ৰমণিকা | | পছিমীয়া গণনাৰ ওপৰত যুগুতোৱা কালক্ৰমণিকা | |
|---|---|---|---|---|
| | খৃষ্টীয় | কলিকাল | খৃষ্টীয় | কলিকাল |
| বুদ্ধৰ নিৰ্বাণ | ১৮০৭ খৃঃপূঃ | ১২৯৫ | ৪৮৩ খৃঃপূঃ | ২৬১৯ |
| চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজ্যাভিষেক | ১৫৩৪ খৃঃপূঃ | ১৫৬৮ | ৩২০ খৃঃপূঃ | ২৭৮২ |
| অশোক মৌৰ্যৰ ৰাজ্যাভিষেক | ১৪৭২ খৃঃপূঃ | ১৬৩০ | ২৫৮ খৃঃপূঃ | ২৮৪৪ |
| আদি শঙ্কৰাচাৰ্যৰ জন্ম | ৫০৯ খৃঃপূঃ | ২৫৯২ | ৭৮৮ খৃঃপূঃ | ৩৮৯০ |

এইদৰে মগধৰ ভিন ভিন ৰাজবংশৰ কালাৱধিৰ ক্ষেত্ৰতো এই দুয়ো প্ৰকাৰৰ কালক্ৰমণিকাৰ মতে প্ৰভেদ দেখিবলৈ পোৱা যায়। পছিমীয়াসকলে প্ৰত্যেক বংশৰ কালক্ৰমণিকা দিছে আৰু তেওঁলোকে কেৱল নন্দ বংশৰ পৰাইহে আৰম্ভ কৰিছে। নন্দৰ পূৰ্বৰ মগধ বংশৰ কাল-ক্ৰমণিকাৰ প্ৰতি তেওঁলোকে সন্দেহ ব্যক্ত কৰিছে।

| ৰাজবংশ | পুৰাণ ভিত্তিক | পছিমীয়া মুলাধাৰ অনুসৰি ভিনচেণ্ট স্মিথৰ গ্ৰন্থৰ আধাৰত |
|---|---|---|
| ১। নন্দ | ১০০ (বছৰ) | ৪৫ (বছৰ) |
| ২। মৌৰ্য | ৩১৬ | ১৩৭ |
| ৩। শুঙ্গ | ৩০০ | ১১২ |
| ৪। কণ্ব | ৮৫ | ৪৫ |
| ৫। অন্ধ্ৰ | ৫০৬ | ২৮৯ |
| ৬। গুপ্ত | ২৪৫ | ১৯৪ |
| মুঠ বৰ্ষ | ১৫৫২ | ৭৭৭ |

যোৱা ১০০/১২৫ বছৰে পছিমীয়াসকলে যুগুতোৱা কালক্ৰমণিকাকেই ভাৰতৰ পাঠ্যপুথিত অক্ষুণ্ণ ৰখা হৈছে। এয়া কেনেকৈ হ'ল তাৰ বিষয়ে জনাটো সমীচিন হব।

## পৌৰাণিক বংশাৱলীৰ প্ৰতি জোন্সৰ অবিশ্বাস

চাৰ উইলিয়াম জোন্স হৈছে পছিমীয়া প্ৰথম বিদ্বান যিয়ে ভাৰতীয় ঐতিহাসিক কালক্ৰমণিকা যুগুতোৱাৰ প্ৰয়াস কৰিছিল। তেওঁ খৃঃপূঃ ৩১০২ কলিযুগৰ প্ৰাৰম্ভিক বৰ্ষ আৰু ভাগৱত পুৰাণত বৰ্ণিত ৰাজবংশাৱলীৰ আধাৰত কালক্ৰমণিকাৰ প্ৰথম তালিকা প্ৰস্তুত কৰিছিল যাৰ মতে মহাভাৰতৰ যুদ্ধৰ ঘটনা কলিযুগ আৰম্ভ হোৱাৰ (৩১০০ খৃঃ পূঃ) আগলৈ যায়। এই ঘটনা ইমান বছৰ আগেয়ে সংঘটিত হোৱা বুলি তেওঁৰ বিশ্বাস ওপজা নাছিল। বিশ্বাস নোহোৱাৰ কাৰণ আছিল খৃষ্টীয় চিন্তাধাৰা। বেভাৰেণ্ড জন আশৰ যেতিয়া আয়াৰলেণ্ডৰ আৰ্কবিশপ

আছিল তেতিয়া তেওঁ যু. ৪৭৬৬ (১৬৬৪ খৃঃ) ত ঘোষণা কৰিছিল যে সৃষ্টিৰ উৎপত্তি খৃঃ পূঃ ২৩-১০-৪০০৪ ৰ পুৱা ৯ বজাত হৈছিল আৰু যিসকলে ইয়াৰ বিৰোধিতা কৰিব তেওঁলোকক ধৰ্ম বিৰোধী বুলি অভিহিত কৰা হব। বি. চি. গোল্ডষ্টাকাৰৰ মতে মেক্সমূলাৰৰ এনে বিশ্বাসৰ কাৰণো ই আছিল।

## গ্ৰীক লিখনিৰ আধাৰত নিৰ্ণীত পাশ্চাত্য মূলাধাৰ

ভাৰতীয় সাহিত্যৰ প্ৰতি অবিশ্বাস হোৱা কাৰণে জোন্সে যু. ২৮ৰ (খৃঃ পূঃ চতুৰ্থ) শতাব্দীৰ পৰা যু. ৩৩ (খৃঃ পূঃ দ্বিতীয়) শতাব্দীলৈ গ্ৰীক, ৰোমান সকলে লিখা ভাৰতীয় সাহিত্য অধ্যয়ন কৰিলে। তাত তেওঁ ভাৰতৰ তিনিজন ৰজাৰ নাম পালে। এজন আছিল ষেণ্ড্ৰেম্পচ নামৰ পালিবোথ্ৰাৰ ৰজা যিজনক অপদস্থ কৰি আন এক বংশৰ চেণ্ড্ৰোকোট্টাচ ৰজা হয়। এই চেণ্ড্ৰোকোট্টাচৰ পুত্ৰ আছিল চেণ্ড্ৰোচিপটাচ। এই তিনিটা নামৰ ভিতৰত জোন্সে কেৱল চেণ্ড্ৰোকোট্টাচৰ নাম গ্ৰহণ কৰিলে। এই নামৰ উচ্চাৰণ সাম্য মগধৰ ৰজা চন্দ্ৰগুপ্ত মৌৰ্যৰ লগত থকা কাৰণে চন্দ্ৰগুপ্ত মৌৰ্যকে চেণ্ড্ৰোকোট্টাচ আৰু পালিবোথ্ৰাক পাটলিপুত্ৰ বুলি যু. ৪৮৯৫ (১৭৯৩ খৃঃ) অনুমান কৰিছে। ইয়াৰ আধাৰত তেওঁ চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজ্যাৰোহণ বছৰ যু. ২৭৮২ (খৃঃ পূঃ ৩২০) বুলি নিৰ্ণয় কৰিছে। এয়েই হৈছে পছিমীয়া পণ্ডিতৰ দ্বাৰা নিৰ্ণীত ভাৰতীয় ঐতিহাসিক কালক্ৰমণিকাৰ মূলাধাৰ। এই মূলাধাৰ অনুসৰি চন্দ্ৰগুপ্ত মৌৰ্যৰ নাতিয়েক অশোকৰ সময় যু. ২৯ (খৃঃ পূঃ তৃতীয়) শতাব্দী হয়। অশোকৰ শিলালিপিত যি যৱন ৰজাৰ নাম পোৱা যায় সেই সকলৰ আৰু অশোকৰ সময়ৰ যু. ২৯শতাব্দী (খৃঃ পূঃ তৃতীয় শতাব্দী) সাদৃশ্য দেখিবলৈ পোৱা যায়। পছিমীয়া পণ্ডিতে দিয়া আন এক মূলাধাৰ ইয়ো। যু. ৫০ (খৃঃ ঊনবিংশ) শতাব্দীৰ মাজ ভাগত যেতিয়া এনেবোৰ কথা বিবেচনা কৰা হৈছিল তেতিয়া ইংৰাজ এই দেশৰ শাসক আছিল। তেওঁলোকে এই কাল নিৰ্ণয় গ্ৰহণ কৰি পাঠ্য পুথিত প্ৰৱৰ্তন কৰালে।

## পাশ্চাত্য মূলাধাৰৰ বিৰোধ

আৰম্ভণিৰ পৰা এই পাশ্চাত্য মূলাধাৰৰ বিৰোধিতা হৈ আহিছে। এম. ট্ৰয়াৰ নামৰ এজন পছিমীয়া পণ্ডিতে য়ু. ৫০ (খৃঃ উনবিংশ) শতাব্দীৰ মাজ ভাগত এই বুলি উক্ত মূলাধাৰৰ বিৰোধ কৰিছিল যে পুৰাণৰ বংশাৱলীত গুপ্ত বংশৰ আৰু এজন চন্দ্ৰগুপ্ত নামৰ ৰজাৰ উল্লেখ হৈছে। সেইজনেই দৰাচলতে চেণ্ড্ৰাকোট্টচ, মৌৰ্য বংশৰ চন্দ্ৰগুপ্ত নহয়। এই সম্পৰ্কে মেক্সমূলাৰে কেৱল ইমানেই লিখিছে যে 'এম. ট্ৰয়াৰৰ দৰে কিছুমান ব্যক্তিয়ে মূলাধাৰৰ বিৰোধ কৰে কিন্তু আমি যি কৈছো সেয়ে সত্য।' অৰ্থাৎ কাৰণ নেদেখুৱাকৈ তেওঁ নিজৰ সিদ্ধান্তত অবিচল থাকিল। মাদ্ৰাজত য়ু. ৫০৮৩ (১৯৮১ খৃঃ) ত অনুষ্ঠিত এক সংগোষ্ঠীত সম্ৰাট অশোকৰ কাল য়ু. ১৭ (খৃঃ পূঃ ১৫) শতাব্দী বুলি সিদ্ধান্ত গ্ৰহণ কৰা হৈছে।

পণ্ডিত ভগৱত দত্তই কৈছে যে, 'পালিবোথ্ৰা পাটলীপুত্ৰ হব নোৱাৰে। পাটলীৰ পা ৰ যদি গ্ৰীকত পা উচ্চাৰণ হয় তেনেহ'লে পুত্ৰৰ পু'ৰ উচ্চাৰণ বো হোৱাৰ কোনো কাৰণ নাই। গ্ৰীকৰ পালিবোথ্ৰাৰ চেণ্ড্ৰাকোট্টচ পাটলীপুত্ৰৰ চন্দ্ৰগুপ্ত নাছিল, সম্ভৱতঃ তেওঁ পৰিভদ্ৰ ৰাজ্যৰ চন্দ্ৰকেতু আছিল।' চন্দ্ৰগুপ্ত মৌৰ্য আৰ্য চাণক্যৰ বাবে ৰজা হৈছিল কিন্তু গ্ৰীক লেখকসকলে আৰ্য চাণক্যৰ ক'তো উল্লেখ কৰা নাই। অশোকৰ শিলালিপিত যৱন ৰজা গ্ৰীচৰ কাষৰ-পাজৰৰ বুলি উল্লেখ কৰা হৈছে। কিন্তু সেই পাঁচ শতাব্দীৰ গ্ৰীক লেখকসকলে অশোক বা বৌদ্ধ পন্থৰ কোনো উল্লেখ কৰা নাই। এনেবোৰ প্ৰশ্নৰ কোনো সমাধান নকৰাকৈ এই মূলাধাৰৰ পক্ষধৰসকলে শাসনৰ আঁৰত নিজৰ ভ্ৰান্ত-মত নিৰ্বিঘ্নে চলাই গৈছে।

## পছিমীয়াসকলে বুদ্ধ নিৰ্বাণৰ আধুনিকতম বছৰ গ্ৰহণ কৰিলে

এই মূলাধাৰৰ মতে পছিমীয়াসকলে বুদ্ধৰ নিৰ্বাণৰ বছৰ য়ু. ২৬১৯ (খৃঃ পূঃ ৪৮৩) বুলি স্বীকাৰ কৰিছে। লঙ্কাতো বুদ্ধ নিৰ্বাণৰ

এই বছৰটো গ্ৰহণ কৰা হয়। লঙ্কাৰ প্ৰাচীন গ্ৰন্থাৱলীত দিয়া ইতিহাসৰ কালক্ৰমণিকা পছিমীয়া পণ্ডিতসকলে স্বীকাৰ কৰিছে যদিও ভাৰতৰ কালক্ৰম স্বীকাৰ কৰা নাই। লঙ্কাৰ বুদ্ধ নিৰ্বাণৰ বছৰ বৰ্তমানৰ অধিক সমীপৰ। এই বছৰটোকেই ভাৰতীয় পুথিত শিকোৱা হয়, কিন্তু ভাৰত চৰকাৰৰ দ্বাৰা যু. ৫০৫৮ (১৯৫৬ খৃ:) ত পালন কৰা ২৫০০ তম বুদ্ধ নিৰ্বাণৰ বছৰ এই যু. ২৬১৯ (খৃ: পূঃ ৪৮৩) ৰ আধাৰত নহয়, বৰং যু. ২৫৫৮ (খৃ: পূঃ ৫৪৪) ৰ ভেটিত পালন কৰা হৈছে যিটো ব্ৰহ্মদেশত প্ৰচলিত। শিকোৱা হয় এটা আৰু উৎসৱ পালন কৰা হয় আন এটা সময়ত। বুদ্ধ নিৰ্বাণৰ বছৰ সম্বন্ধে আন আন দেশতো নানান মতভেদ আছে। থাইলেণ্ডত যু. ২৫ (খৃ: পূঃ সপ্তম) শতাব্দী, তিব্বতত যু. ২৩ (খৃ: পূঃ নৱম) শতাব্দী আৰু চীনত যু. ২১ (খৃ: পূঃ একাদশ) শতাব্দী বুলি বিশ্বাস কৰা হয়। এইবোৰৰ ভিতৰত পছিমীয়া বিদ্বান সকলে ভাৰতীয় কালক্ৰমৰ লগত অমিল শ্ৰীলঙ্কাৰ বৰ্ষ গণনাকেই (যু. ২৮ (খৃ: পূঃ পঞ্চম) স্বীকাৰ কৰিছে। ইয়াত তেওঁলোকৰ ভাৰতীয় ইতিহাসৰ প্ৰাচীনতা হ্ৰাস কৰাৰ অভিপ্ৰায় নিহিত থকা বুলি আন কিছুমান পণ্ডিতে মত প্ৰকাশ কৰিছে।

আন এটা উদাহৰণ হৈছে আদি শঙ্কৰাচাৰ্যৰ কাল বিষয়ক অৱধাৰণা। দ্বাৰকা, পুৰী আৰু কাঞ্চীৰ শঙ্কৰাচাৰ্যৰ মঠত থকা গুৰু পৰম্পৰাৰ তালিকা মতে আদি শঙ্কৰাচাৰ্যৰ জন্মবৰ্ষ হৈছে যু. ২৫৯২ (খৃ: পূঃ ৫০৯) পছিমীয়া বিদ্বানসকলে এই তিনিওটি মঠৰ তালিকা বাদ দি কেৱল শৃঙ্গেৰী মঠৰ তালিকাৰ আধাৰত নিজৰ হিচাপ মিলাই এই বৰ্ষ নিৰূপণ কৰিছে যু. ৩৮৯০ (৭৮৮ খৃ:) অৰ্থাৎ ইয়াৰ দ্বাৰা ১৩০০ বছৰ পিছুৱাই দিয়া হ'ল। উদয়বীৰ শাস্ত্ৰীয়ে তেওঁৰ 'এজ অফ শঙ্কৰ' গ্ৰন্থত এই বুলি লিখিছে যে ভাৰতীয় প্ৰাচীন ঘটনাৱলীৰ কাৰণে পছিমীয়া বিদ্বানসকলে যি কাল নিৰ্ণয় কৰিছে তাক ১৩০০ বছৰ অতীতলৈ হোহকাই নিলেহে প্ৰকৃত কালক্ৰমণিকা পাব পৰা যাব। এইবোৰ দেখি শুনি অনেক

চিন্তাবিদে মত প্ৰকাশ কৰিছে যে পাঠ্যক্ৰমত প্ৰচলিত কালক্ৰমৰ পুনৰ পৰীক্ষা কৰাৰ প্ৰয়োজনীয়তা আছে।

## সকলো বিষয়ৰ কালক্ৰম পাশ্চাত্য মূলাধাৰৰ ওপৰত প্ৰতিষ্ঠিত

মেক্সমূলাৰ আদি পছিমীয়া বিদ্বানসকলে কোনো পৰীক্ষা-নিৰীক্ষা নকৰাকৈয়ে জোন্সৰ দ্বাৰা যু. ৪৮৯৫ (১৭৯৩ খৃঃ) ত প্ৰতিপাদিত যু. ২৭৮২ (খৃঃ পূঃ ৩২০) ৰ মূলাধাৰ বৰ্ষক ঠিক সেই দৰেই স্বীকাৰ কৰিলে যিদৰে মেক্সমূলাৰৰ দ্বাৰা প্ৰসঙ্গত উল্লিখিত 'আৰ্য' শব্দৰ আধাৰ আন লোকে আৰ্য জাতিৰ সিদ্ধান্ত বুলি গ্ৰহণ কৰিলে। এই মূলাধাৰকে অকাট্য বুলি গ্ৰহণ কৰি পছিমীয়া আৰু ভাৰতীয় গৱেষকসকলে ইয়াৰ ভেটিত সাহিত্য, শাস্ত্ৰ, কলা আদি অনেক বিষয়ৰ প্ৰাচীন কালৰ সৈতে সম্বন্ধিত মহান ব্যক্তিসকলৰ আৰু মহান ভাৰতীয় ঘটনাৱলীৰ কালগণনা কৰিলে আৰু সেই মূলাধাৰৰ ভ্ৰামক তথ্যবোৰকে সমৰ্থন জনালে। এই সংখ্যা ইমান বেছি যে যদি কোনোৱে মূলাধাৰৰ বিষয়ে সন্দেহ ব্যক্ত কৰেও আৰু এনে সন্দেহ প্ৰাসঙ্গিক বুলি কাৰোবাৰ বিশ্বাস জন্মিলেও ইমানবোৰ ঘটনাৰ কালক্ৰমণিকা কেনেদৰে সলাব পৰা যাব সেই লৈ নানান আশঙ্কা আৰু ভয় নজন্মাকৈ নাথাকে। কিন্তু মূলাধাৰেই যদি ভুল হয় তেনেহ'লে তাৰ ওপৰত প্ৰতিষ্ঠিত ভৱণ যিমান ডাঙৰ নহ'লেও ভাগি পৰাৰ সম্পূৰ্ণ আশঙ্কা থাকে।

## সৰ্বসন্মত কালক্ৰম নিৰ্ণয়ৰ প্ৰয়োজন

প্ৰাচীন ভাৰতীয় সাহিত্যৰ ভেটিত যুগুতোৱা কালক্ৰম আৰু বৰ্তমানৰ পাঠ্যপুথিত থকা কালক্ৰমৰ প্ৰভেদ ভালেখিনি আছে। যুঃ ৫০৪৯ (১৯৪৭ খৃঃ) ত ভাৰত স্বাধীন হোৱাৰ পিছত কোটা বেঙ্কটাচলমে ভাৰতীয় ইতিহাস কংগ্ৰেছলৈ নিজে যুগুতোৱা এখন কালক্ৰমণিকা বিদ্বানসকলৰ মাজত চৰ্চা কৰি যোগ্যজনৰ দ্বাৰা তাৰ

মীমাংসা কৰিবলৈ পঠিয়ায়। কিন্তু ভাৰতীয় ইতিহাস কংগ্ৰেছে ইয়াক গণ্য নকৰিলে। ভৱিষ্যতে এই বিষয়ে কেতিয়া আলোচনা হব তাৰ বাবে অপেক্ষা কৰিব লাগিব।

বৰ্তমানে পাঠ্যপুথিত প্ৰচলিত কালক্ৰমণিকা সৰ্বজনবিদিত। ইয়াক প্ৰাচীন ভাৰতীয় ইতিহাসৰ কালক্ৰমৰ আধাৰত পুনৰ পৰীক্ষা কৰাৰ থল আছে বুলি বহুতে মত প্ৰকাশ কৰিছে যদিও যেতিয়ালৈকে আন এক কালক্ৰম যুগুত হৈ নুঠে তেতিয়ালৈকে আগৰ ব্যৱস্থাকেই অক্ষুণ্ণ ৰখা যুক্তিসংগত হ'ব। বিস্তৃত আলোচনা কৰি এক সৰ্বসম্মত সিদ্ধান্তত উপনীত হোৱাৰ আশা প্ৰকাশ কৰি সদ্যহতে বিকল্প নোহোৱালৈকে পাঠ্যপুথিৰ কালক্ৰমৰে আধাৰত ইতিহাসৰ চৰ্চা কৰা হ'ব।

## বুদ্ধ আৰু মহাবীৰ

পুৰাণ আৰু বৌদ্ধ সাহিত্য অনুসৰি গৌতম বুদ্ধৰ নিৰ্বাণ কাল শিশুনাগবংশৰ ৰজা অজাতশত্ৰুৰ সময়ত হৈছিল। গৌতম বুদ্ধ বা সিদ্ধাৰ্থ আৰু তেওঁৰ পিতাক শুদ্ধোধন দুয়োৰে নাম পুৰাণৰ সূৰ্যবংশৰ সূচীত আছে। বৈদিকপন্থীসকলৰ আচাৰ অনুষ্ঠানত সোমাই পৰা কুসংস্কাৰবোৰ আঁতৰাবৰ কাৰণে বুদ্ধই যত্ন কৰিছিল। নিজৰ পয়ত্ৰিশ বছৰ বয়সত বুদ্ধই এই কথা উপলব্ধি কৰিছিল। তেতিয়াৰ পৰা জীৱনৰ অন্তিম কাললৈ অৰ্থাৎ আৰু ৪৫ বছৰ নিৰন্তৰ ভ্ৰমণ কৰি তেওঁ জনসাধাৰণৰ লগত মিলামিচা কৰিছিল আৰু প্ৰয়োজনীয় উপদেশ দিছিল। নিজৰ জীৱনৰ আদৰ্শেৰে নিষ্ঠাসহ কাম কৰাৰ চানেকি ডাঙি ধৰাৰ ফলস্বৰূপে তেওঁ ভালেমান নিষ্ঠাবান কৰ্মী লাভ কৰিছিল। এইদৰে এটা উত্তম সংগঠন গঢ়ি উঠিছিল আৰু তেওঁলোকে এই কাৰ্যক নিজৰ জীৱনৰ ব্ৰত ৰূপে গ্ৰহণ কৰি সকলো প্ৰকাৰৰ দুখ-যাতনা সহি দূৰ-দূৰণিলৈ গৈ বুদ্ধৰ বাণী প্ৰচাৰ কৰিছিল। এছিয়া মহাদেশত আজিও বৌদ্ধৰ সংখ্যা অতি লেখত লবলগীয়া।

জৈন পন্থৰ ২৪ তম তীৰ্থংকৰ মহাবীৰৰ সময় হৈছে যুঃ ২৬ (খৃঃ পূঃ ষষ্ঠ) শতাব্দী। সদ্য প্ৰচলিত পাঠ্যপুথিত মহাবীৰক কৃষ্ণৰ সমকালীন বুলি কোৱা হৈছে।

## ইৰাণৰ আক্ৰমণ

যুঃ ২৬ (খৃঃ পূঃ ৬ষ্ঠ) শতাব্দীত ইৰাণত অখমেনিয়া সাম্ৰাজ্য আছিল। বোগজকোইত যুঃ ১৭০২ (খৃঃ পূঃ ১৪০০) ৰ এক শিলালিপি পোৱা গৈছে, য'ত ইৰাণ আৰু পাঞ্জাবৰ ঘনিষ্ঠ সম্বন্ধৰ উল্লেখ পোৱা যায়। সোম, সপ্তাহ, সিন্ধু আদি শব্দ ইৰাণত হোম, হফ্তা, হিন্দু বুলি উচ্চাৰিত হৈছিল। ইৰাণৰ প্ৰাচীন গ্ৰন্থ আবেস্তা আৰু ঋগ্বেদত কুম্ভা, কুমূ আৰু গোমতী নদীৰ সমান বৰ্ণনা পোৱা যায়। অখমেনিয়াৰ প্ৰথম সম্ৰাট চাইৰাচে (যুঃ ২৫৪৪-২৫৭২, খৃঃ পূঃ ৫৫৮-৫৩০) বেলুচিস্তানৰ মাজেৰে আহি ভাৰত আক্ৰমণ কৰিছিল যদিও বেয়াকৈ পৰাজিত হৈছিল। গ্ৰীক ঐতিহাসিক ষ্ট্ৰেবোই লিখিছে যে কেৱল সাতজন সৈনিকৰ বাহিৰে সকলোবোৰ সৈন্য নিহত হৈছিল। ইয়াৰ পিছত চাইৰাচৰ নাতিয়েক ডেৰিয়চে (যুঃ ২৫৮০-২৬১৬; খৃঃ পূঃ ৫২২-৪৮৬) গান্ধাৰ জয় কৰিছিল। ইৰাণত প্ৰাপ্ত শিলালেখ অনুসৰি এইজনা ডেৰিয়চ আৰু তেওঁৰ পুত্ৰ ক্ষয়াৰ্ষৰ ৰাজত্ব কালত গান্ধাৰ ইৰাণৰ পুৱসীমান্তৰ ৰাজ্য আছিল। ইয়াৰ অভিপ্ৰায় হৈছে যে ৭৫ বছৰলৈ গান্ধাৰ ইৰাণৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত থাকি স্বাধীন হয় কিন্তু ডেৰিয়চৰ সময়ৰ পৰা গ্ৰীক সম্ৰাট আলেকজেণ্ডাৰৰ সময়লৈ দুশ বছৰ গান্ধাৰৰ সেনা ইৰাণ বাহিনীত আছিল। আলেকজেণ্ডাৰে ইৰাণ জয় কৰাৰ পিছত হোৱা সন্ধি মতে গান্ধাৰৰ সৈনিকসকল যেতিয়া পৰিয়ালবৰ্গৰ সৈতে নিজৰ ঘৰলৈ উভতিছিল আলেকজেণ্ডাৰে সকলোকে বধ কৰিছিল।

## আলেকজেণ্ডাৰৰ আক্ৰমণ

গ্ৰীচ দেশৰ সম্ৰাট আলেকজেণ্ডাৰে বিশ্ব-বিজয়ৰ অভিযান ৰূপে সুবৰ্ণভূমি ভাৰতৰ ফালে প্ৰস্থান কৰিলে। ইৰাণৰ সাম্ৰাজ্য দুবছৰ-

মানৰ ভিতৰত জয় কৰি যুঃ ২৭৭৫ ( খৃঃ পূঃ ৩২৭ ) ত ভাৰতৰ ওপৰত আক্ৰমণ কৰে। সেই সময়ত হিন্দুকুশ পৰ্বতৰ পৰা সপ্তসিন্ধুলৈ অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ গণৰাজ্য আছিল। তক্ষশীলাৰ অম্ভীৰৰ দৰে মুঠিচেৰেক দেশদ্ৰোহীয়ে আলেকজেণ্ডাৰক সহায় কৰিছিল। বাকী ৰজাবোৰে কেতিয়াবা অকলশৰীয়াকৈ আৰু কেতিয়াবা দুই-চাৰিজনে মিলি আলেকজেণ্ডাৰৰ সন্মুখীন হৈছিল। পাঞ্জাবৰ ব্যাস নদীলৈকে আগবাঢ়ি অহা গ্ৰীক সৈনিকবোৰ ভাগৰি পৰিছিল আৰু ইয়াৰ পৰা পুনৰ আগবাঢ়িবলৈ অমান্তি হৈছিল। কিন্তু অহা পথেৰে প্ৰত্যাবৰ্তন কৰা সম্ভৱ নাছিল। গান্ধাৰৰ হিন্দু ৰজাই স্বতন্ত্ৰ হৈ সম্পূৰ্ণ যো-জাৰে আলেকজেণ্ডাৰৰ প্ৰত্যাবৰ্তনৰ বাবে অপেক্ষা কৰিছিল। গতিকে দক্ষিণৰ ফালে সিন্ধুত উপস্থিত হৈ আধা সেনা সাগৰীয় পথেৰে আৰু আধা সেনা বেলুচিস্তানৰ স্থলপথেৰে ঘূৰাই লৈ যাবলৈ আলেকজেণ্ডাৰে থিৰ কৰিছিল। কিন্তু সেইফালেৰে যোৱা স্বত্বেও কেবাখনো ঠাইত আলেকজেণ্ডাৰে আক্ৰমণৰ সমুখীন হব লগাত পৰিছিল। মালৱ আৰু শূদ্ৰক ৰাজ্যই লগ হৈ যুঁজ দিছিল। সেই সময়ত আলেকজেণ্ডাৰে যি আঘাত পালে সেই জখমেৰে গ্ৰীচ পোৱাৰ আগেয়ে বেবিলনত যুঃ ২৭৭৯ (খৃঃপূঃ ৩২৩) ত ইহলীলা সম্বৰণ কৰে। বিশ্ব-বিজয় কৰিবলৈ ওলোৱা আলেকজেণ্ডাৰে পাঞ্জাবৰ পাঁচটি নদীত পাৰ হবলৈ নাপালে।

ইংৰাজ ঐতিহাসিক ভি. এ. স্মিথে 'আৰ্লী হিষ্ট্ৰী অফ ইণ্ডিয়া' নামৰ তেওঁৰ গ্ৰন্থত প্ৰায় চল্লিছ পৃষ্ঠামান আলেকজেণ্ডাৰৰ মহানতা আৰু তেওঁৰ ভাৰতৰ ওপৰত কৰা বৰ্ণনাৰে পূৰাই পেলাইছে। ভাৰতৰ দৃষ্টিত দেশৰ এচুকত তিনি-চাৰি বছৰ চলা এই আক্ৰমণ ইমান তুচ্ছ আছিল যে সেই সময়ৰ কোনো ভাৰতীয় গ্ৰন্থত ইয়াৰ সামান্য উল্লেখকণো দেখিবলৈ পোৱা নাযায়।

## কৌটিল্যৰ অৰ্থশাস্ত্ৰ

যুঃ ২৮ ( খৃঃ পূঃ চতুৰ্থ ) শতাব্দীত মগধত নন্দ বংশৰ ধনানন্দৰ ৰাজ আছিল। ধনানন্দই পাঞ্চাল, হৈহয়, কাশী, কলিঙ্গ, অশ্বক,

মিথিলা, শূৰসেন, বীতিহোত্ৰ আদি ৰজাৰ ৰাজ্যও নিজৰ সাম্ৰাজ্যৰ লগত শামিল কৰি লৈছিল। নিজৰ দুৰ্ব্যৱহাৰৰ কাৰণে ধনানন্দ জনাজাত আছিল। এনে অসৎ আচৰণৰ সম্ৰাট প্ৰজাৰ কাৰণে মঙ্গলকাৰী নহয় বুলি ভাবি কৌটিল্য অৰ্থাৎ চাণক্যই তেওঁক সিংহাসনৰ পৰা পদচ্যুত কৰি চন্দ্ৰগুপ্ত মৌৰ্যক মগধৰ ৰজা পাতিলে।

কৌটিল্যৰ অৰ্থশাস্ত্ৰ এখন অতি উত্তম গ্ৰন্থ। যুঃ ৫০০৭ (১৯০৫ খৃঃ) লৈ সেই গ্ৰন্থখন পশ্চিমীয়াসকলে পোৱা নাছিল। তেতিয়ালৈকে তেওঁলোকৰ ধাৰণা আছিল যে ৰোমৰ লোকসকলে শাসন ব্যৱস্থাত যি পাৰদৰ্শিতা লভিছিল তেনে পাৰদৰ্শিতা ভাৰতীয়সকলে লাভ কৰা নাছিল। কিন্তু কৌটিল্যৰ অৰ্থশাস্ত্ৰ পঢ়াৰ পিছত তেওঁলোকৰ ধাৰণা সলনি হ'ল। যুঃ ৫০০৭ (১৯০৫ খৃঃ) ত তঞ্জাবৰ এজন পণ্ডিতে অৰ্থশাস্ত্ৰৰ প্ৰতি এখন মহীশূৰৰ তৎকালীন গ্ৰান্থগাৰিক ড০ ৰাম শাস্ত্ৰীক উপহাৰ দিছিল। ড০ ৰাম শাস্ত্ৰীয়ে গ্ৰন্থখন সংস্কৃতৰ পৰা ইংৰাজীলৈ অনুবাদ কৰিলে। সেই সময়ৰ পৰা য়ুৰোপীয় লেখক-সকলৰ ধাৰণাৰ আমূল পৰিৱৰ্তন হয়। এতিয়া সকলো বিদ্বানে একমুখে স্বীকাৰ কৰিছে যে মেকিয়াভেলীৰ অৰ্থনীতি বিষয়ক গ্ৰন্থ 'দি প্ৰিন্স'তকৈ চাণক্যৰ গ্ৰন্থ অধিক মৌলিক আৰু ওখ খাপৰ।

## ধৰ্মচক্ৰৰ প্ৰৱৰ্তক অশোক

চন্দ্ৰগুপ্ত মৌৰ্যৰ নাতি অশোক এজন বৰ ডাঙৰ সম্ৰাট আছিল। তেওঁৰ শিলালিপিবোৰ প্ৰসিদ্ধ। এই শিলালিপিবোৰৰ দ্বাৰা তেওঁৰ সাম্ৰাজ্যৰ বিস্তাৰ যে ভালেখিনি ভাৰতত হৈছিল ই প্ৰমাণিত হয়। কলিঙ্গৰ ৰজাৰ লগত তেওঁৰ ভয়াময়া যুদ্ধ হৈছিল। কিন্তু পিছলৈ পৰিৱৰ্তিত হৈ বৌদ্ধ ধৰ্ম গ্ৰহণ কৰে আৰু নিজৰ জীৱন তথা ৰাজকীয় শক্তি এই ধৰ্মৰ প্ৰচাৰ কাৰ্যত লগায়। কোনো এক ধৰ্মমতৰ প্ৰচাৰৰ কাৰণে ৰাজকীয় শক্তিক এইদৰে বহুল ভাবে প্ৰয়োগ কৰা সম্ভৱতঃ অশোকেই একমাত্ৰ হিন্দু ৰজা আছিল। অশোকৰ পুত্ৰ, নাতিয়েক

আৰু তেওঁৰ পীৰিৰ লোকসকলে ৰণভেৰীৰ সলনি ধৰ্মভেৰীৰ আৱাজ শুনিছিল। গতিকে ই একো আচৰিত কথা নহয় যে আৰ্য চাণক্য আৰু চন্দ্ৰগুপ্তই প্ৰতিষ্ঠা কৰা মৌৰ্য সাম্ৰাজ্য অশোকৰ উত্তৰাধিকাৰী-সকলে সুৰক্ষা কৰিব নোৱাৰিলে। ভাৰতৰ ক্ষত্ৰিয় বৃত্তি অপদস্থ হৈ পৰিল কাৰণ আলেকজেণ্ডাৰৰ দৰে বীৰৰ নেতৃত্ব লভা যি গ্ৰীক সৈন্য-বাহিনী ষাঠি-সত্তৰ বছৰ পূৰ্বে ভাৰতীয়সকলৰ ভয়ত ভাৰতবৰ্ষৰ সীমা এৰি পলাবলৈ বাধ্য হৈছিল, সেইসকলে অশোকৰ মৃত্যুৰ পঁচিশ বছৰ পিছতেই তেওঁৰ সাম্ৰাজ্যৰ সীমা হিন্দুকুশ পৰ্বত অতিক্ৰম কৰিছিল। অলপ দিনৰ পিছতে এই গ্ৰীকসকল আহি অযোধ্যাত উপনীত হৈছিলহি। অশোকৰ মৃত্যুৰ অলপ দিন পিছতে চৈত্ৰৰথে কলিঙ্গ স্বতন্ত্ৰ কৰি লৈছিল। চৈত্ৰৰথৰ নাতিয়েক খাৰবেল অতি পৰাক্ৰমী আছিল। তেওঁৰ বিষয়ে ভুৱনেশ্বৰৰ দাঁতিৰ হাতীগুহাৰ শিলালিপিৰ পৰা ভালেমান কথা জানিব পাৰি। উত্তৰ-পশ্চিম কোণৰ পৰা অযোধ্যালৈ আগুৱাই অহা গ্ৰীক সৈনিকক তেওঁ পঞ্চনদলৈ শিশুপাল খেদা দিছিল আৰু এই বিজয়ৰ আনন্দত ৰাজসূয় যজ্ঞ অনুষ্ঠিত কৰিছিল।

## পুষ্যমিত্ৰ শুঙ্গ

অশোকৰ পিছত কলিঙ্গ, অন্ধ্ৰ আদি ৰাজ্য স্বাধীন হ'ল। অযোধ্যালৈ আগবঢ়া যৱনসকলৰ আক্ৰমণ এবাৰ খাৰবেলে নিৰস্ত কৰিছিল। দ্বিতীয়বাৰ তেওঁলোক অযোধ্যা পাইছিল। মৌৰ্য ৰজাৰ দুৰ্বলতা দেখি প্ৰজাসকলে পৰিবৰ্তন বিচাৰিছিল। প্ৰজাসকলে মৌৰ্য বংশৰ শেষ ৰজা বৃহদ্ৰথৰ সেনাপতি পুষ্যমিত্ৰ শুঙ্গৰ মাজত এই যোগ্যতা বিচাৰি পাইছিল। পুষ্যমিত্ৰই সেনাৰ বৰ সুন্দৰ সংগঠন কৰিছিল। এদিনাখন সেনাৰ সঞ্চালন কাৰ্য ৰজাৰ আগত প্ৰদৰ্শন কৰাৰ কাৰ্যসূচী লোৱা হ'ল। এই প্ৰদৰ্শনৰ কাৰ্যসূচী চলি থকা অৱস্থাতে পুষ্যমিত্ৰই ৰজাক আক্ৰমণ কৰি বধ কৰি পেলালে। সকলোৱে পুষ্যমিত্ৰৰ জয়ধ্বনি

দিলে। ৰাজ্যভাৰ চম্ভালিয়েই তেওঁ পোনতে গ্ৰীকসকলক আক্ৰমণ কৰিলে। অযোধ্যাৰ সমীপৱৰ্তী যুদ্ধত তেওঁ গ্ৰীকসকলক ঘটুৱালে আৰু তাৰ পিছত ক্ৰমান্বয়ে যুঁজি পিছ হোঁহকাই সিন্ধু নৈৰ পাৰলৈ বিতাৰিত কৰিলে। পুষ্যমিত্ৰই নিজৰ পুত্ৰ অগ্নিমিত্ৰক উজ্জয়িনীৰ শাসকনিযুক্ত কৰিলে। তেওঁ বীৰ আৰু বৰ নিপুণ আছিল। এবাৰ পুষ্যমিত্ৰই অশ্বমেধ যজ্ঞ কৰাৰ কথা পাতিলে। যজ্ঞৰ ঘোঁৰা ৰক্ষক নিযুক্ত কৰা হ'ল পুষ্যমিত্ৰৰ নাতিয়েক বসুমিত্ৰক। সিন্ধু নদীৰ পাৰলৈ কোনেও ঘোঁৰা নধৰিলে। কিন্তু সিন্ধু নৈৰ পাৰ হোৱাৰ পিছত গ্ৰীকসকলে বাধা দিলে। ফলত বসুমিত্ৰই গ্ৰীকসকলক ভালদৰে এশিকনি দিলে। মগধলৈ উলটি অহাত বসুমিত্ৰক ভব্য স্বাগত জনোৱা হ'ল। অশ্বমেধৰ যজ্ঞলৈ প্ৰসিদ্ধ পণ্ডিত শিৰোমণি পতঞ্জলি আহিছিল। পুষ্যমিত্ৰৰ সাম্ৰাজ্য পশ্চিমে জলন্ধৰৰ পৰা মগধলৈ আৰু দক্ষিণে বিন্ধ্যাচললৈ বিস্তৃত আছিল। পাঠ্যক্ৰমানুসৰি পুষ্যমিত্ৰৰ ৰাজ্যাৰোহণ বৰ্ষ হৈছে খ্ৰু. ২৯২০ (খৃঃপূঃ ১৮২)। শুঙ্গ বংশৰ দহজন ৰজা হোৱাৰ পিছত মগধত কণ্ব বংশৰ চাৰিজন ৰজা হৈছিল।

## সাতবাহন

মৌৰ্য সাম্ৰাজ্য পতন হোৱাৰ লগে লগে সাতবাহনে নিজ ৰাজ্য স্থাপন কৰিছিল যি চাৰে চাৰিশ বছৰলৈ চলিছিল। নাসিকত পোৱা শিলালেখ অনুসৰি ইয়াৰ গৌৰৱশালী দিনবোৰত এই ৰাজ্যৰ বিস্তৃতি আছিল সম্পূৰ্ণ দক্ষিণ ভাৰত আৰু উত্তৰে উজ্জয়িনীলৈ আৰু সম্ভৱতঃ মগধলৈ। পুৰাণবোৰত এইসকলক মগধৰ ৰজা বুলি কোৱা হৈছে আৰু এই বংশৰ ৩৩ জন ৰজাই ৪৬০ বছৰ কাল ৰাজত্ব কৰাৰ কথা উল্লেখ পোৱা যায়। পুৰাণবোৰৰ অনুসৰি এই বংশৰ প্ৰথম ৰজা সিমুকে কণ্ব বংশৰ ৰজা সুশৰ্মাক অপদস্থ কৰি স্বয়ং মগধৰাজ হৈছিল কিন্তু পুৰাণৰ সূচী অনুসৰি আৰম্ভণিৰ কেইগৰাকীমান ৰজাৰ অভিলেখ আৰু মুদ্ৰা দক্ষিণ-পশ্চিম ভাৰতৰ নাসিক, কাৰ্লে, নাণেঘাট আদিত পোৱা গৈছে।

পুৰাণৰ সূচীমতে ২৬ নং ৰজা গৌতমীপুত্ৰ শাতকৰ্ণী অতি পৰাক্ৰমী আছিল। এইজন আছিল শক, যৱনাদিৰ সংহাৰকৰ্তা। যু ৫০০৮ত (১৯০৬ খৃঃ) নাসিক জিলাৰ জোগলথাম্বীত যি ঢেৰাৰ মুদ্ৰা পোৱা গৈছিল সেইবোৰৰ দুই তৃতীয়াংশ মুদ্ৰাত মহাক্ষত্ৰপ নহপানৰ লগত গৌতমী পুত্ৰৰ নামো অঙ্কিত আছে। ত্ৰিশতম ৰজা যজ্ঞশাতকৰ্ণীৰ মুদ্ৰাতো জাহাজৰ চিত্ৰ অঙ্কিত হোৱাৰ অৰ্থ হৈছে যে তেওঁলোকৰ অধিকাৰৰ ক্ষেত্ৰ সমুদ্ৰও আছিল।

সাতবাহনৰ ৰজাসকল শৈৱ আছিল। তেওঁলোকে মনু আৰু যাজ্ঞবল্ক্যৰ স্মৃতিশাস্ত্ৰ অনুসৰি ৰাজ্য শাসন কৰিছিল। জ্যেষ্ঠ পুত্ৰই উত্তৰাধিকাৰীসূত্ৰে ৰজা হৈছিল। সমাজৰ ভালেমান অন্ধসংস্কাৰ এওঁলোকে আঁতৰাইছিল। এওঁলোকৰ ৰাজদৰবাৰত অসংখ্য বিদ্বান থাকিছিল। এই বংশৰ হাল নামৰ ৰজাজন প্ৰখ্যাত সাহিত্যিক আছিল। তেওঁৰ ৰচিত গাথা সপ্তসতী অতি প্ৰসিদ্ধ গ্ৰন্থ। প্ৰজাৰ পৰা সামান্য কৰ লোৱা হৈছিল। ভৰুচ, সোপাৰাৰ পশ্চিম উপকূল আৰু কৃষ্ণা তথা গোদাবৰী নদীৰ মাজত অৱস্থিত ভালেমান বন্দৰৰ পৰা মালয়, চীন, লঙ্কা, আফ্ৰিকা, আৰবদেশ, চিৰিয়া, মিচৰ, ৰোম আদি দেশলৈ ভাৰতৰ বেহা-বেপাৰ চলিছিল। ৰাজ্যৰ আন ঠাইতো অসংখ্য সমৃদ্ধ চহৰ আছিল। বৌদ্ধ আৰু জৈন ধৰ্মৰ প্ৰচাৰ অতি শীৰ্ষত আছিল। অন্ধ্ৰৰ অমৰাৱতীৰ স্তুপত বশিষ্ঠী পুত্ৰ পুলোমাৱীয়ে মাৰ্বল পাথৰ লগাইছিল।

সাতবাহনৰ নানান মূল্যবান শিলালেখ, মুদ্ৰা আৰু ঐতিহাসিক সাহিত্য পোৱা যায়।

## যৱন, শক, পহ্লৱ আৰু কুষাণ

মৌৰ্য সাম্ৰাজ্যৰ পতনৰ পিছত ভাৰতৰ উত্তৰ-পশ্চিম দিশত চাৰিখন শক্ত ৰাজ্য প্ৰবল হৈ উঠিছিল। এইবোৰ আছিল যৱন, শক, পহ্লৱ, আৰু কুষাণ। আৰম্ভণিতে যৱনৰ (গ্ৰীক) আক্ৰমণ খাৱৰেল আৰু

পুষ্যমিত্র শুঙ্গই নিবন্ত কৰি ভাৰতৰ ৰক্ষা কৰিছিল। যৱনৰ পিছত শক, পল্লৱ আৰু কুশানসকলে উত্তৰ-পশ্চিম আৰু পশ্চিম ভাৰতত নিজৰ ৰাজ্য স্থাপন কৰিছিল। যৱনৰ মুখ্য ৰজা আছিল ডেমিট্ৰিয়চ আৰু মিনাণ্ডৰ। পিছলৈ নহপান আৰু ৰুদ্ৰদামন শকৰ, মউঈজ আৰু গোণ্ডাফার্নিজ পল্লৱৰ তথা কডফিজেছ আৰু কণিষ্ক কুষাণৰ মুখ্য ৰজা আছিল। খৃ. ৩০ (খৃঃ পূঃ দ্বিতীয়) শতাব্দীৰ পৰা ৩৪ (খৃষ্টীয় তৃতীয়) শতাব্দীলৈ এই চাৰি, চাৰে চাৰি শ বছৰলৈ এই চাৰিও ৰাজ্যই ভাৰতৰ ওপৰত আক্ৰমণ চলাই আছিল। সিমান দিনলৈ সাতৱাহনে আক্ৰমণ প্ৰতিৰোধ কৰিছিল। ঔৰঙ্গাবাদ (মহাৰাষ্ট্ৰ) জিলাৰ পৈঠণৰ দক্ষিণ আৰু পুব ফালে ইমান সুদীৰ্ঘ দিনলৈ শক্ৰক অকণো আগবাঢ়িবলৈ নিদিয়াৰ গৌৰৱ সাতবাহনৰ প্ৰাপ্য। উজ্জয়িণী, গুজৰাত আদি প্ৰদেশ কেতিয়াবা শক্ৰৰ হাতত আৰু কেতিয়াবা সাতবাহনৰ হাতত আছিল।

## উত্তৰ ভাৰতৰ গণৰাজ্য

মৌৰ্য সাম্ৰাজ্যৰ পতনৰ পিছত পশ্চিমৰ ভালেমান গণৰাজ্য স্বাধীন হ'ল। যোধেয়, ৰাজন্য, অৰ্জুনায়ন, ঔডুম্বৰ, আগ্ৰেয়, শিবি, মালৱ, কুনীন্দ আৰু মহাৰাজ গণৰাজ্যৰ মুদ্ৰা পোৱা গৈছে। এই মুদ্ৰাবোৰ মৌৰ্যৰ পৰৱৰ্তী শুঙ্গকালৰ বুলি অনুমান কৰা হয়। যোধেয় গণৰাজ্য সতলজ নদীৰ দক্ষিণ পাৰে আছিল। ৰাজন্য আৰু মহাৰাজ গণৰাজ্য পূব-পাঞ্জাৱত আছিল। ঔডুম্বৰ গণৰাজ্য হিমাচল প্ৰদেশত আছিল, আগ্ৰেয় হাৰিয়ানাত, কুনীন্দ আম্বালাৰ ওচৰত আৰু শিবি, মালৱ, অৰ্জুনায়ন ৰাজস্থানত আছিল। এই গণৰাজ্যবোৰে শক-কুষাণাদিক বাধা প্ৰদান কৰাৰ চেষ্টা কৰিছিল। এওঁলোকৰ এই যত্ন খৃ. ৩৪ (তৃতীয় খৃষ্টাব্দ) শতাব্দীলৈ এই চাৰিওখন শক্ৰ ৰাজ্য নষ্ট হোৱালৈকে চলিছিল। কনিষ্ক আৰু ৰুদ্ৰদামনৰ দৰে প্ৰতাপী ৰজাৰ দিনত এই গণৰাজ্যবোৰ অলপ দিনৰ বাবে পৰাধীন হলেও সুযোগ পালেই পুনৰ স্বাধীন হৈছিল। তথাপিও চাৰি-চাৰে চাৰিশ বছৰলৈকে

ভাৰতৰ উত্তৰ-পশ্চিম কোনত এই চাৰিওখন শক্র ৰাজ্যৰ প্ৰভুত্ব অক্ষুণ্ণ আছিল। খ্ৰু. ৩৪ (তৃতীয় খৃষ্টাব্দ) শতীকাত যোধেয়, মালৱ, কুনীন্দ আদি গণৰাজ্যই অন্তিম শক্র কুষাণক পৰাভূত কৰি স্বতন্ত্ৰৰীয়া হৈছিল। তেতিয়াৰ পৰা সমুদ্ৰগুপ্তৰ সময়লৈ তেওঁলোক স্বাধীন আছিল। কুশানসকলক মথুৰাৰ পৰা কাশীলৈ বিতাৰিত কৰাৰ গৌৰৱ নাগবংশী ৰজাসকলৰ প্ৰাপ্য। নাগবংশী ৰজাৰ ভিতৰত বীৰসেন আৰু নৱনাগ প্ৰমুখ।

## বিক্ৰমাদিত্য ঃ শক সংহাৰক

যু: ৩১ (খৃ: পূঃ প্ৰথম) শতাব্দীত উজ্জয়িনীত (বা অৱন্তী বিক্ৰমসম্বৎৰ প্ৰৱৰ্তক বিক্ৰমাদিত্য নামেৰে মালৱগণৰ এক প্ৰবল প্ৰতাপী ৰজা আছিল। আলেকজেণ্ডাৰৰ আক্ৰমণৰ সময়ত মালৱজাতি পাঞ্জাৱত আছিল। তাৰপৰা ৰাজস্থানৰ মাজেৰে অতিক্ৰম কৰি যু. ৩০ (খৃ: পূঃ দ্বিতীয়) শতাব্দীত তেওঁলোকে নিগাজিকৈ থাকিবলৈ ল'লে। শকে সিন্ধু প্ৰদেশৰ পথেৰে ভাৰতত প্ৰৱেশ কৰিছিল। তাৰপৰা তেওঁলোক অৱন্তীৰ ফালে আগবাঢ়িল য'ত তেওঁলোকৰ যু. ৩০৪৫ (খৃ: পূঃ ৫৭) ত মালৱৰ লগত সংঘৰ্ষ হয়। সেই সময়ত মালৱগণৰ ৰজা বিক্ৰমাদিত্যই (যাৰ আন এটা নাম আছিল কৃত) শকসকলক বেয়াকৈ পৰাস্ত কৰি সিন্ধুৰ সীমালৈ খেদি নিছিল। শকক এইদৰে পৰাভূত কৰা কাৰণে বিক্ৰমাদিত্যই শকাৰি উপাধি পালে। যদিও এই ঘটনাৰ পৰা শকৰ আতঙ্ক চিৰদিনলৈ মুদা নমৰিল তথাপিও ই এক বৈপ্লবিক ঘটনা আছিল আৰু প্ৰায় ডেৰশ বছৰলৈ উজ্জয়িনী শকৰ অধীনলৈ অহা নাছিল। শকৰ বিপক্ষে কৰা ই জয়লাভৰ উপলক্ষত এক সম্বৎ বছৰ গণনা আৰম্ভ হ'ল আৰু তেওঁৰ কাৰণে মালৱসকলৰ স্থিতি সুদৃঢ় হোৱাৰ কাৰণে এই সম্বৎৰ আন এক নাম 'মালৱগণস্থিতি' বা 'মালৱ-গণকাল' হ'ল। সেই সময়ৰ গণৰ ৰজা বিক্ৰমাদিত্যৰ অন্য এক

নাম কৃত হোৱা কাৰণে এই সম্বৎক বিক্ৰম বা কৃত সম্বৎ বুলিও কোৱা হয়। এই সম্বৎ আজি দুহেজাৰ বছৰ জুৰি উত্তৰ ভাৰতত প্ৰচলিত হৈ আছিছে।

ভাৰতত গৌৰৱশালী ইতিহাসৰ প্ৰতি অশ্ৰদ্ধা থকা ব্যক্তিয়েও কিম্বদন্তী প্ৰসিদ্ধ এই বিক্ৰম সম্বৎ প্ৰৱৰ্তনৰ কথা অস্বীকাৰ কৰিব নোৱাৰে। কিন্তু পছিমীয়াসকলে সম্বৎ প্ৰৱৰ্তনৰ ঘটনা আৰু সম্বৎ প্ৰৱৰ্তকৰ কথা আঁৰ কৰি ৰাখিছে। ফাৰ্গুচনে কৈছে বিক্ৰম সম্বৎ যু. ৩০৪৫ (খৃঃ পূঃ ৫৭) ত নহলেও যু. ৩৬৪৬ (৫৪৪ খৃঃ) ত আৰম্ভ হৈছিল। কীলহৰ্ণৰ মতে যু. ৩০৪৫ (খৃঃ পূঃ ৫৭) শতাব্দীত বিক্ৰমাদিত্য নামৰ কোনো ৰজাই নাছিল। এইবোৰ বিভ্ৰান্তিকৰ তথ্যৰ কাৰণে আমাৰ পাঠ্যপুথিত খৃঃ পূঃ ত কোনো বিক্ৰমাদিত্য নাছিলেই! যু. ৩১৭০ (৬৮ খৃঃ) ত সাতবাহন ৰজাহালৰ গাথা সপ্তশতীত, জৈন পণ্ডিত মেৰুতুঙ্গাচাৰ্য ৰচিত পদাৱলীত, ধনেশ্বৰ সূৰী ৰচিত শত্ৰুঞ্জয়-মাহাত্ম্যত আৰু অন্যান্য গ্ৰন্থতো সেই শকাৰি বিক্ৰমাদিত্যৰ স্পষ্ট উল্লেখ পোৱা যায়। সদ্যহতে পোৱা শিলালিপি আৰু মুদ্ৰাৰ পৰাও প্ৰমাণ পোৱা গৈছে যে যু. ৩০৪৫ (খৃঃ পূঃ ৫৭) ত এই সম্বৎৰ প্ৰৱৰ্তক শকাৰি বিক্ৰমাদিত্য আছিল।

## সংগম সাহিত্য

দক্ষিণ ভাৰতৰ বিষয়ে জানিবলৈ পোৱা সামগ্ৰীৰ ভিতৰত ৰামায়ণ, মহাভাৰতকালৰ পিছত সাতবাহনৰ সময়ৰ তথ্য বিশেষ উল্লেখযোগ্য। সঙ্গমকালৰ তামিল সাহিত্য সবাতোকৈ প্ৰাচীন। সংগমৰ অৰ্থ হৈছে কবিসকলৰ সংস্থা। তামিল সঙ্গমৰ বিষয়ে পোন প্ৰথমে ইৰেইনিয়াৰ অগপ্পোৰুলৰ এখন গ্ৰন্থৰ প্ৰস্তাৱনাত পোৱা যায়। তেওঁৰ মতে তিনিটা তামিল সঙ্গম ৯৯৯০ বছৰলৈকে চলিছিল। এই সাহিত্যত ৫৮৯৮ জন কবিৰ ৰচনাই স্বীকৃতিলাভ কৰিছে আৰু

১৯৭ জন পাণ্ড্য ৰজাই ইয়াক পুৰস্কৃত কৰিছে। ড° শ্ৰীনিবাস আয়াঙ্গাৰে লিখিছে যে "তামিল সাহিত্যত সংগম যুগ এক মহান সাহিত্যিক গৌৰৱৰ যুগ। ইয়াৰ শেষ ভাগত তামিল মহাকাব্যৰ সৃষ্টি হৈছে। প্ৰত্যেকটো জ্ঞানৰ শাখাত সাহিত্যৰ ৰচনা হৈছে। কিন্তু পৰিতাপৰ বিষয় যে ইয়াৰ ভালেমান সাহিত্য আজি বিলুপ্ত হৈ পৰিছে। সেয়া আছিল এক জাগৰণৰ যুগ যি সময়ত কলা আৰু বিজ্ঞানে সমানভাৱে প্ৰগতি কৰিছিল, ফলত সকলো প্ৰকাৰৰ সামাজিক সুখ-সুবিধা পাব পৰা হৈছিল। সুদূৰৱৰ্তী বাণিজ্য আৰু বেহা-বেপাৰৰ বাবে ইয়াৰ লোকসকল সমৃদ্ধ আৰু শক্তিসম্পন্ন হৈছিল। আয়াঙ্গাৰৰ মতে সঙ্গম সাহিত্যৰ কাল পৰম্পৰাগত ১০,০০০ বছৰৰ সলনি ১০০০ বছৰৰ যু. ২৭০০ (খৃঃ পূঃ ৫০০) ৰ পৰা যু. ৩৬০০ (৫০০ খৃঃ) লৈ আছিল।

দক্ষিণ ভাৰতৰ ঐতিহাসিক নীলকণ্ঠ শাস্ত্ৰীয়ে এই সময় কিছু ভিন্ন বুলি মত পোষণ কৰে। সেই সাহিত্যত যিসকল ৰজা, চৰ্দাৰ আৰু কবিৰ নাম উল্লিখিত হৈছে তাৰ আধাৰত এনে অনুমান হয় যে ক্ৰমানুসাৰে চেৰ ৰজাৰ চাৰি-পাঁচ পীৰিলৈহে এই সাহিত্য সীমাবদ্ধ আছিল। আন ৰজাৰ নামোল্লেখ থাকিলেও এই সকলৰ ক্ৰম বুজা টান। চেৰ ৰজাৰ নাম হৈছে— (১) উদিয়ংশেৰলাদন্, (২) নেড়ুশেৰলাদন্, (৩) কুট্টুৱন আৰু (৪) শেঙ্গট্টুৱন্। উদিয়ং শেৰলাদনৰ তিনি পিৰীৰ পাচঁ গৰাকী ৰজাই ২০১ বছৰলৈ ৰাজত্ব কৰিছিল আৰু তেওঁলোকৰ আন এক বংশই ৫৮ বছৰ। চোল ৰজাসকলৰ প্ৰসিদ্ধ নাম হৈছে কৰিকালন্ আৰু পাণ্ড্যৰ নেণ্ডুশেলিয়ন। কৰিকালনৰ সময়ৰ কাবেৰী নদীৰ পানী বন্ধ কৰাৰ কাৰণে সজা এক পাথৰৰ বান্ধ আজিও আমি দেখিবলৈ পাওঁ। চেৰ ৰজা শেঙ্গট্টুৱন্ লঙ্কাৰ ৰজা প্ৰথম গজবাহুৰ সমকালীন আছিল। এই আধাৰৰ ভেটিত সঙ্গম সাহিত্যৰ কাল যু. ৩২০০ (১০০ খৃঃ) ৰ পৰা যু. ৩৩৫০ (২৫০ খৃঃ) লৈ ডেৰশ বছৰ।

সঙ্গম সাহিত্য তথা সমকালীন চীন আৰু ৰোমৰ সাহিত্যৰ আধাৰত কব পাৰি যে যু. ৩৪ (খৃষ্টীয় তৃতীয়) শতাব্দীত সাতবাহনৰ সাম্ৰাজ্য পতন হোৱাৰ আগলৈ ১০০০ বছৰ দক্ষিণ ভাৰত অতি সমৃদ্ধশালী আছিল। যু. ২৫ (খৃঃ পূঃ সপ্তম) শতাব্দীত চীনৰ সৈতে সমুদ্ৰ পথেৰে ভাৰতৰ চহকী বেপাৰ-বণিজ চলিছিল। যু. ৩১ (খৃঃ পূঃ প্ৰথম) শতাব্দীত লিখিত ৰোমান গ্ৰন্থ 'পেৰিপ্লাচ'ত ৰোম সাম্ৰাজ্যত চলা ভাৰতৰ সমৃদ্ধ বাণিজ্যৰ বৰ্ণনা পোৱা যায়। ৰোমৰ সম্ৰাট আগষ্টাচ যু. ৩০৭৭ (খৃঃ পূঃ ২৫) শতাব্দীৰ পৰা নীৰো যু. ৩১৫৬-৩১৭০ (খৃঃ ৫৪-৬৮)ৰ সময়ৰ ৰাজকীয় মুদ্ৰা দক্ষিণ ভাৰতৰ ভালেমান ঠাইত পোৱা গৈছে। যু. ৩০ (খৃঃ পূঃ দ্বিতীয়) শতাব্দীৰ এটা চীনা মুদ্ৰা কৰ্ণাটকৰ চন্দ্ৰাৱলীত পোৱা গৈছে। কৌটিল্যৰ অৰ্থ-শাস্ত্ৰত লিখা আছে যে উত্তৰ আৰু দক্ষিণ ভাৰতৰ যি ভূভাগত বেপাৰ চলিছিল সেয়া সেই সময়ত অতি ব্যস্ততামুখৰ আছিল। দক্ষিণৰ কোন প্ৰদেশৰপৰা কি ৰঙৰ হীৰা আহিছিল সেই বিষয়েও তাত উল্লেখ আছে।

সঙ্গম আৰু ইয়াৰ পৰৱৰ্তী তামিল সাহিত্য অনুসৰি দক্ষিণত বেদ আৰু বেদোক্ত কথনক বিশেষ গুৰুত্ব দিয়া হৈছে। বেদাধ্যয়ন কৰোঁতা আৰু তদনুসাৰে চলোঁতাসকলৰ বাবে সমাজত বিশেষ স্থান আছিল। বিৰোধীসকলৰ লগত এইসকলৰ আলোচনা হৈছিল। এই বিৰোধীসকলনো কোন আছিল, তেওঁলোকৰ নাম আৰু পন্থাৰ উল্লেখ সেই সাহিত্যত নাই। কিন্তু সেইসকল বৌদ্ধ আৰু জৈন হোৱা উচিত, কাৰণ সেই সময়ত এই দুই পন্থৰ অতি শ্ৰীবৃদ্ধি হৈছিল। সঙ্গমৰ প্ৰাৰম্ভিক সাহিত্যত সুখময় জীৱনৰ বৰ্ণনা পোৱা যায়। সেইদৰে মণিমেখলাঈৰ দৰে পৰৱৰ্তী সাহিত্যত বুদ্ধৰ চিন্তাধাৰাৰ দুঃখময় জীৱনৰ প্ৰভাৱ অধিক। এই অনুমানৰ আন এটা কাৰণ আছে। সঙ্গম কালৰ সমাপ্তিৰ পিছত সাধাৰণতে ৩০০ বছৰলৈ অৰ্থাৎ যু. ৩৭ (খৃঃ ষষ্ঠ) শতাব্দীলৈ চেৰ, চোল আৰু পাণ্ড্য ৰজা-

সকলৰ বিষয়ে সবিশেষ জনা নাযায়। খৃ. ৩৭ (খৃঃ ষষ্ঠ) শতাব্দীৰ আৰম্ভণিতে তাত কলভ্ৰ নামৰ বংশৰ সৰ্বব্যাপ্ত ৰাজ্যৰ বিষয়ে জানিবলৈ পোৱা যায় যিসকলে পোনতে তাত স্থাপিত ব্যৱস্থা বিনষ্ট কৰিছিল আৰু বৌদ্ধ তথা জৈন সকলক বিশেষভাৱে সহায় কৰা বুলি কিছুমান ঐতিহাসিকে লিখি থৈ গৈছে।

## গুপ্ত সাম্ৰাজ্যৰ স্থাপনা

কুশান সাম্ৰাজ্যৰ পতনৰ পিছত শ্ৰীগুপ্ত নামৰ এজন ৰজাই নালন্দাৰ পূবে নিজৰ ৰাজ্য স্থাপন কৰিছিল। এই বংশৰে প্ৰখ্যাত ৰজা হৈছে চন্দ্ৰগুপ্ত। শ্ৰীগুপ্তৰ নামেৰে এই বংশৰ নাম গুপ্তবংশ হৈছে। চন্দ্ৰগুপ্তৰ পৰাই মগধত গুপ্তসাম্ৰাজ্যৰ সূচনা হয়। পুৰাণৰ মতে মগধৰ অন্ধ্ৰ সাতবাহন বংশৰ অন্তিম ৰজা চন্দ্ৰশ্ৰী আৰু তেওঁৰ পুত্ৰক বধ কৰি চন্দ্ৰগুপ্তই মগধৰ সিংহাসনত আৰোহণ কৰিছিল। চন্দ্ৰগুপ্ত যু. ৩৪২২-৩৭ (খৃঃ ৩২০-৩৫) ৰ ৰাজ্যত উত্তৰ-প্ৰদেশ, বিহাৰ আৰু বংগৰ কিছু অংশ অন্তৰ্ভুক্ত আছিল।

## সমুদ্ৰগুপ্ত

চন্দ্ৰগুপ্তৰ পিছত তেওঁৰ পুত্ৰ সমুদ্ৰগুপ্ত (যু. ৩৪৩৭-৭৭, খৃঃ ৩৩৫-৭৫) ৰজা হৈছিল। সেই সময়ত উত্তৰ-ভাৰতত অনেক ক্ষুদ্ৰ-ক্ষুদ্ৰ ৰাজ্য আছিল। এই ৰাজ্যবোৰে প্ৰায় চাৰি-চাৰে চাৰিশ বছৰ জুৰি শক কুষাণাদিৰ বিৰুদ্ধে যুঁজিছিল। সেইবাবে এই সকলোবোৰ ৰাজ্যক একত্ৰ কৰি চক্ৰৱৰ্তী সাম্ৰাজ্য পাতিলে দেশ শক্তিশালী হৈ বিদেশীৰ হাতৰপৰা নিজকে ৰক্ষা কৰিব পাৰিব বুলি সমুদ্ৰগুপ্তই অনুভৱ কৰিছিল। এলাহাবাদত পোৱা শিলালিপি অনুসৰি তেওঁ উত্তৰে নখন আৰু দক্ষিণে এঘাৰখন ৰাজ্য জয় কৰিছিল। এওঁৰ ৰাজ্যৰ সীমা পশ্চিমে পঞ্জাব, পূবে বংগ, উত্তৰে কাশ্মীৰ আৰু দক্ষিণে মাদ্ৰাজ আছিল। পশ্চিমৰ মালৱা আৰু কাঠিয়াৱাড়ৰ শক ৰজা তথা পশ্চিম পঞ্জাব আৰু আফগাণিস্তানৰ কুশান ৰজাই সমুদ্ৰগুপ্তৰ সৰ্বোচ্চ সত্তা স্বীকাৰ কৰিছিল। সমগ্ৰ

উত্তৰ ভাৰতত সমুদ্ৰগুপ্তৰ সৰ্বাধিকাৰ বিৰাজ কৰিছিল। আৰু দক্ষিণৰ ৰজাই প্ৰতি বছৰে কৰ দি নিজৰ ৰাজ্য শাসন কৰাৰ বাবে স্বতন্ত্ৰ আছিল। এইজনা ৰজাৰ প্ৰতাপৰ বাবে তেওঁৰ সাম্ৰাজ্যৰ বিৰুদ্ধে কোনেও কতো মূৰ তুলিবলৈ সাহস নকৰিছিল। তেওঁ বৰ উত্তম প্ৰশাসক আছিল। সেইবাবে তেওঁৰ ইমান বিশাল সাম্ৰাজ্যত ক'তো কোনো বিপ্লৱ হোৱা নাছিল।

## বিদেশী শাসকৰপৰা দেশ মুক্ত

সমুদ্ৰগুপ্তৰ পিছত দ্বিতীয় চন্দ্ৰগুপ্তই ৰাজসিংহাসন লাভ কৰিলে (খৃ. ৩৪৭৮-৩৫১৭ ; খৃ: ৩৭৬-৪১৫)। তেওঁ ভাৰতবৰ্ষৰ পৰা বিদেশী শাসন সম্পূৰ্ণভাৱে বিনষ্ট কৰাৰ সংকল্প ল'লে। সৌৰাষ্ট্ৰ আৰু গুজৰাটৰ শকৰ ওপৰত যি ঠাইৰ পৰা আক্ৰমণ কৰাৰ সুবিধা আছিল তাত ৱাকাটকৰ ৰাজ্য আছিল। সেইবাবে চন্দ্ৰগুপ্তই নিজৰ কন্যাৰ সেই সময়ৰ ৱাকাটকৰ ৰজা ৰুদ্ৰসেনৰ লগত বিবাহ দিছিল। ইয়াৰ পিছত তেওঁ শকৰ ওপৰত আক্ৰমণ কৰি পৰাভূত কৰে আৰু সেইসকলৰ ৰাজ্য নিজৰ ৰাজ্যৰ লগত চামিল কৰি লয়। ইয়াৰ উপৰি উত্তৰ-পশ্চিম কোণত থকা কুশানসকলক পৰাভূত কৰি হিন্দুকুশ পৰ্বতৰ সিপাৰে থকা বাহলিকৃৰ ৰাজ্যও তেওঁ নিজৰ ৰাজ্যৰ লগত মিলাই লয়। ফলত ভাৰতৰপৰা বিদেশী শাসন সমাপ্ত হৈ পৰিল। পূৱে তেওঁ বংগ হস্তগত কৰিলে আৰু উত্তৰে সমগ্ৰ দিশত নিজৰ ৰাজ্যৰ বিস্তাৰ কৰিলে। দ্বিতীয় চন্দ্ৰগুপ্তৰ পিছত প্ৰথম কুমাৰগুপ্ত য়. ৩৫১৭-৫৮ ; (খৃ: ৪১৫-৫৫) ৰজা হ'ল। এইজনা ৰজাই নিজৰ ত্ৰকুৰি বছৰীয়া শাসন-কালত বিন্ধ্যপ্ৰদেশ অঞ্চলৰ এটা বিপ্লৱ দমন কৰাৰ বাবে এবাৰেই নিজৰ সৈন্য সঞ্চালন কৰিব লগা হৈছিল। কিন্তু তেওঁৰ শাসনকালত সেনাবাহিনী সদায় উত্তমভাৱে সজ্জিত হৈ থাকিছিল। সেইবাবে আগলৈ স্কন্দগুপ্তই এই সেনাৰ পৰা বেছ উপকৃত হৈছিল।

## স্কন্দগুপ্তৰ দ্বাৰা হুণ পৰাস্ত

কুমাৰগুপ্তৰ পিছত স্কন্দগুপ্ত মগধৰ সম্ৰাট হৈছিল। এওঁৰ শাসন-কালৰ অতি স্মৰণীয় ঘটনা হৈছে হুণসকলৰ দমন। হুণসকলে চীনৰ দাঁতি কাষৰীয়া সীমাত বাস কৰিছিল। খৃ. ৩৬ (খৃষ্টীয় পঞ্চম) শতিকাত হুণসকল বেছ প্ৰতাপী হৈ পৰিছিল। এইসকলৰ এটা দল ইউৰোপলৈ গৈছিল আৰু তেওঁলোকৰ নেতা আটিল্লাই তাত উপদ্ৰৱ কৰিছিল। তেওঁ ৰোম সাম্ৰাজ্য ধ্বংস কৰি দিছিল। দ্বিতীয় দলটো ইৰাণ আৰু ভাৰতৰ ফালে আগবাঢ়িছিল। তেওঁলোকে ইৰাণৰ ৰাজ্য বিনষ্ট কৰি তাৰ ভালেমান ক্ষতি কৰিছিল। ভাৰতলৈ আগবঢ়া হুণৰ দলটোক স্কন্দগুপ্তই প্ৰতিৰোধ কৰি পৰাস্ত কৰিছিল। ফলত তেওঁলোকে ৪০/৫০ বছৰলৈ ভাৰতৰ ফালে মূ কৰা নাছিল। তাৰপিছত তেওঁলোকে বল্খত নিজৰ ৰাজধানী পাতি মধ্য এছিয়াৰ ফালে নিজৰ ৰাজ্য বিস্তাৰ কৰিলে। সমগ্ৰ এছিয়া আৰু ইউৰোপৰ ভিতৰত তেওঁলোক প্ৰবল প্ৰতাপী হৈ পৰিছিল। হুণক পানী খুৱাই দিব পৰা সেইসময়ৰ একমাত্ৰ ডেকা বীৰ স্কন্দগুপ্ত আছিল। স্কন্দগুপ্ত যেনে প্ৰতাপী বীৰ আছিল তেনে উত্তম প্ৰশাসকো আছিল। তেওঁ সদায় প্ৰজাৰ সা-সুবিধাৰ প্ৰতি নজৰ দিছিল। গুজৰাতত চন্দ্ৰগুপ্ত মৌৰ্যৰ দ্বাৰা নিৰ্মিত পুখুৰী এওঁৰ শাসনকালৰ সময়ত ভাঙি যোৱাত ভালেখিনি খা-খৰচ কৰি তেওঁ সেই পুখুৰীৰ পুনৰ্নিমান কৰিছিল। স্কন্দগুপ্তৰ পিছত পুৰুগুপ্ত, নৰসিংহগুপ্ত আৰু বুধগুপ্তই যু ৩৫৯৭ (খৃ: ৪৯৫) শতিকালৈ ৰাজত্ব কৰিছিল। ইয়াৰ পৰৱৰ্তী গুপ্ত ৰজাসকল নিশকতীয়া হৈ পৰিছিল।

## গুপ্তকাল : ভাৰতৰ স্বৰ্ণযুগ

গুপ্তবংশৰ শাসনকালক ভাৰতৰ স্বৰ্ণযুগ বুলি কোৱা হয়। প্ৰথমাৱস্থাত ডেঢ়শ বছৰলৈ ইয়াৰ বিশাল সাম্ৰাজ্য আছিল। প্ৰতিজন ৰজাই বৰ প্ৰতাপী আছিল। এওঁলোকৰ শাসন আৰু আচাৰ-বিচাৰ হিন্দু শাস্ত্ৰ অনুসৰি চলিছিল। প্ৰজাই ৰজাক দেৱতাৰ দৰে জ্ঞান কৰিছিল।

ভাৰতীয় ৰাজনীতিৰ লেখক মনু আৰু কৌটিল্যই প্ৰজাসকলে যাতে ৰাজাজ্ঞা আৰু অনুশাসন পালন কৰে তাৰবাবে ৰজাক পৰমেশ্বৰৰ মৰ্যাদা প্ৰদান কৰিছিল, কোনেও উচ্ছৃংখল হব নোৱাৰিছিল। জনতাৰ সেৱা কৰাকেই ৰজাই নিজৰ কৰ্তব্য বুলি বিবেচনা কৰিছিল আৰু এনেধৰণৰ প্ৰজাপালক ৰজাইহে কৰ লগাব পাৰিছিল। যিজন ৰজাই প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিছিল তেওঁক ৰাক্ষস বুলি গণ্য কৰি সিংহাসনচ্যুত কৰাৰ অধিকাৰ ভাৰতীয় ৰাজনীতিজ্ঞসকলে প্ৰজাক দিছিল। গুপ্তসম্ৰাটে এই ৰাজধৰ্ম অনুসৰি আচৰণ কৰিছিল। তেওঁলোকে ইংলণ্ডৰ প্ৰথম জেমছ আৰু প্ৰথম চাৰ্লছৰ দৰে নিৰঙ্কুশ শাসন নকৰিছিল। ইমান বিস্তৃত সাম্ৰাজ্য সঞ্চালনত নিযুক্ত কৰ্মচাৰীসকলেও ৰজাৰ দৰে প্ৰজাৰ সেৱা কৰিছিল। সম্পূৰ্ণ শাসন ভাৰতৰ পাৰম্পৰীণ প্ৰথা অনুসাৰে চলিছিল। ফলত পৰস্পৰৰ মাজত সৌহাৰ্দ্যৰ ভাৱ গঢ়ি উঠিছিল। স্বৰ্ণযুগ কেৱল আধিভৌতিকেই নহয় মানসিক স্তৰতো আছিল। শাসক আৰু প্ৰজা উভয়ৰে এনে মানসিকতাৰ কাৰণে সমাজৰ প্ৰত্যেক ক্ষেত্ৰৰেপৰা উত্তমোত্তম ব্যক্তি ওলাইছিল আৰু সেইসকলে নিজৰ নিজৰ ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। সকলো শাস্ত্ৰ আৰু কলাৰ উন্নতি ঘটিছিল। ই সম্পূৰ্ণ ভাৰতৰ উপৰি দক্ষিণ পূৱ এছিয়ালৈ প্ৰসাৰিত হৈছিল। ৰাজভাষা সংস্কৃতত বিপুল সাহিত্যৰ ৰচনা হৈছিল। পশু-পক্ষীৰ কাহিনীৰ মাজেৰে উপদেশ লভা গ্ৰন্থ 'পঞ্চতন্ত্ৰ'ৰ ৰচনা এই সময়তেই হৈছিল যাৰ পৃথিৱীৰ অন্য ছকুৰি ভাষাত অনুবাদ হৈছে।

## হুণৰ সমাপ্তি

যু. ৩৬ (খৃষ্টীয় পঞ্চম) শতিকাৰ শেষৰ ভাগত তোৰমাণ নামৰ এজন হুণ চৰ্দাৰে পঞ্জাৱৰপৰা আগবাঢ়ি ভাৰতৰ অধিকাংশ ঠাই অধিকাৰ কৰিছিল। সেইসময়ৰ মুদ্ৰাত উল্লেখ কৰা মতে পঞ্জাব, কাশ্মীৰ, উত্তৰপ্ৰদেশ আৰু ৰাজস্থানৰ কিছু অংশ তেওঁৰ হস্তগত হৈছিল। ইয়াৰ পিছত তেওঁৰ পুত্ৰ মিহিৰগুল যু. ৩৬১৭ (খৃঃ ৫১৫) ত শাসক হৈছিল

(কোটা বেঙ্কটাচলমৰ মতে তোৰমাণ আৰু মিহিৰগুল শক নাছিল, কাশ্মীৰৰ ৰজা আছিল)। যু. ৩৭ (খৃষ্টীয় ষষ্ঠ) শতিকাৰ আৰম্ভণিতে হুণ আৰু নৰ্মদা নদীৰ পাৰৰ ৱাকাটক ৰজাৰ আক্ৰমণৰ কাৰণে মালৱাত অৰাজকতাই দেখা দিছিল। তাত গুপ্তসকলৰ অধিকাৰ দুৰ্বল হৈ পৰিছিল। সেইসময়ত মালৱাৰ এজন সামন্ত যশোধৰ্মনে নিজৰ স্বতন্ত্ৰতা ঘোষণা কৰিছিল। যিকোনো কাৰণতেই তেওঁৰ এই সফলতা স্থায়ী নহ'ল। তেওঁৰ উত্থান আৰু পতন যু. ৩৬৩২ ৰ পৰা ৩৬৪২ (খৃঃ ৫৩০-৫৪০) ৰ ভিতৰত হৈছিল। গুপ্তৰজা নৰসিংহই প্ৰথমে এবাৰ হুণকো হুকৰাইছিল। কনৌজৰ মৌখৰী ৰজা ঈশানবৰ্মণ আৰু সৰ্ববৰ্মনে হুণক দুবাৰো হুকৰাইছিল আৰু তেওঁৰ ৰাজ্য কাঢ়ি লৈছিল। যু. ৩৭ (খৃষ্টীয় ষষ্ঠ) শতিকাৰ শেষলৈ ভাৰতত হুণৰ শক্তি সম্পূৰ্ণভাৱে বিনষ্ট হৈ পৰিছিল। অৱশিষ্ট হুণখিনি ভাৰতীয় সংস্কৃতিত মিলি পৰিল। যু ৩৮ (খৃষ্টীয় সপ্তম) শতিকাত সমগ্ৰ ভাৰতত কোনো বিদেশী শত্ৰুৰ ৰাজ্য নাছিল।

## এক হেজাৰ বছৰীয়া বিদেশী আক্ৰমণ নিৰস্ত

ভাৰতৰ ইতিহাসৰ পৰা যিমানদূৰ জানিব পাৰি ইয়াৰ ওপৰত প্ৰথম আক্ৰমণ আছিল যু. ২৬ (খৃঃ পূঃ ষষ্ঠ) শতিকাত হোৱা ইৰাণৰ। সেই তেতিয়াৰপৰা যু ৩৭ (খৃষ্টীয় ষষ্ঠ) শতিকালৈ ভিন ভিন সময়ত হোৱা বিদেশী আক্ৰমণ হেজাৰ বছৰ জুৰি ভাৰতৰ ওপৰত চলিছিল। ইয়াৰ ভিতৰত গ্ৰীক ৰজা আলেকজেণ্ডাৰৰ আক্ৰমণ কেৱল অতি কম সময়ৰ বাবে অৰ্থাৎ মাত্ৰ চাৰি বছৰলৈহে চলিছিল। এই সকলোবোৰ আক্ৰমণ ভাৰতৰ উত্তৰ পশ্চিম বা পশ্চিম কোণৰপৰা হৈছিল। ভাৰতৰ প্ৰাকৃতিক অৱস্থানৰ কাৰণে আনফালেদি আক্ৰমণ কৰাৰ সুবিধা নাছিল। এই এহেজাৰ বছৰত ভাৰতক আক্ৰমণ কৰা বিদেশীসকলৰ ঘাই উদ্দেশ্য আছিল ভাৰতভূমি অধিকাৰ কৰা। তেওঁলোকৰ লক্ষ্য কোনো মত,

আদৰ্শ বা সংস্কৃতি প্ৰচাৰ কৰা নাছিল। কেৱল নিজৰ সমৰ শক্তিৰে ভাৰতক দখল কৰাই আচল উদ্দেশ্য আছিল।

অনাদিকালৰ পৰাই হিন্দুসকলে এই কথা উপলব্ধি কৰিছিল যে ৰাষ্ট্ৰৰ সুদৃঢ়তাৰ কাৰণে সৈন্য আৰু সামৰিক শক্তি সাজু কৰি ৰাখিব লাগে। সেইবাবে প্ৰতিজন ৰজাৰ সমুখত সাৰ্বভৌমত্বৰ আদৰ্শ ৰখা হৈছিল। কোনো ৰজাৰ ৰাজত্বকালত এখনো যুদ্ধ নোহোৱা ত্ৰুটি বুলি ভবা হৈছিল। ভাৰতৰ সামৰিকশক্তি সদায় সজ্জিত হৈ থাকিছিল। বিশ্ববিজেতা আলেকজেণ্ডাৰৰ লগত ভাৰতৰ উত্তৰ-পশ্চিম আৰু পশ্চিম দিশৰ ৰজাই যুঁজ দিছিল সেইবোৰ নিচেই ক্ষুদ্ৰ-ক্ষুদ্ৰ ৰাজ্য আছিল। সেই ৰাজ্যবোৰৰ লগত যুঁজ দিওঁতেই আলেকজেণ্ডাৰৰ সেনাৰ থৰকাচুটি হেৰুৱাইছিল। যুদ্ধৰ এনে খেলত প্ৰতিযোগিতাৰ ভাব নিহিত থকা কাৰণে কেতিয়াবা পৰাজয় বৰণ কৰিলেও পুনৰ বিজয় লাভৰ কাৰণে দুগুণ উৎসাহেৰে সমৰসজ্জা কৰিছিল। ইয়াৰ ফলত আলেকজেণ্ডাৰে ওভতা পথ পৰাজিত হিন্দু ৰাজ্যই সাহসেৰে ভেটিছিল কাৰণে তেওঁ নিজৰ প্ৰত্যাবৰ্তনৰ বাট সলাবলৈ বাধ্য হৈছিল।

এই কালছোৱাত আক্ৰমণ কৰা বিদেশী আক্ৰমণকাৰীসকল শস্ত্ৰ-সঞ্চালন, যুদ্ধনীতি আদি বিষয়ত অতি পাকৈত আছিল। আলেকজেণ্ডাৰৰ নেতৃত্বত যি সেনাই ভাৰতৰ ওপৰত আক্ৰমণ কৰিছিল সেইসকলে গ্ৰীচৰ বাজ ওলাই পূব আৰু পশ্চিমৰ শত্ৰু ৰাজ্যৰ নৌ-সেনা আৰু থল-সেনাক পৰাস্ত কৰি এনে আত্ম প্ৰত্যয় লভিছিল যে তেওঁলোকে অনায়াসে ভাৰতৰ ওপৰত বিজয় লাভ কৰিব পাৰিব। হুণেও ইৰাণৰ আৰু সম্পূৰ্ণ ইউৰোপৰ আদৰ্শস্থানীয় নগৰ ৰোম সাম্ৰাজ্য চকুৰ পচাৰতে ধ্বংস কৰি পেলাইছিল। সেইবাবে ইউৰোপীয় ভাষাত হুণ শব্দ শক্তিশালী আৰু ক্ৰূৰৰ অৰ্থত ব্যৱহৃত হয়। শক আৰু কুষাণৰ ব্যক্তিগত আৰু দৈনন্দিন জীৱন কাজিয়া-পেচালৰ অবিহনে সম্পন্ন নহৈছিল। এনেদৰে এটাতকৈ আনটো অধিক যুদ্ধপ্ৰিয়, শস্ত্ৰকুশল আৰু যুদ্ধ কৌশলত নিপুণ একাধিক সৈন্য-শক্তিৰ লগত এহেজাৰ বছৰ

যুদ্ধ দি ভাৰতে নিজৰ সৈন্য শক্তিৰে সকলোকে পৰাভূত কৰাৰ গৌৰৱ অৰ্জন কৰিছিল। মন কৰিবলগীয়া যে ভাৰতৰ সাংস্কৃতিক শক্তি শ্ৰেষ্ঠ হোৱা বাবে ভাৰতৰ সেইবোৰ আক্ৰমণৰ ফলত ৰোৱা অৱশিষ্ট শত্ৰু-সৈন্যসকলো ভাৰতীয় সংস্কৃতিৰ লগত আত্মস্থ হ'বলৈ বাধ্য হ'ল।

## বিশ্বত ভাৰতৰ গৌৰৱপূৰ্ণ স্থান

যুঃ ২৬ (খ্ৰীঃপূঃ ষষ্ঠ) শতিকাৰ পূৰ্বে কোন বিদেশীয়ে ভাৰত আক্ৰমণ কৰিছিল তাৰ বিষয়ে প্ৰকৃত তথ্য পোৱা নাযায়। পৰম্পৰানুসৰি, মহাভাৰতৰ যুদ্ধ যু. পূ ৩৬ (খ্ৰীঃ পূঃ ৩১৩৮) ত হৈছিল। তেতিয়াৰ পৰা ২৫০০ বছৰলৈ কোন বিদেশীয়ে আক্ৰমণ কৰিছিল, সেই বিষয়ে জানিবলৈ পোৱা নাযায়। বৰ্তমানে পোৱা তথ্য মতে আমি ইমানকে কব পাৰোঁ যে বৈদিক কালৰ পৰা নিৰ্মিত ভাৰতীয় ব্যৱস্থা যু. ২৬ (খ্ৰীঃ পূঃ ষষ্ঠ) শতিকাৰ পিছত ১০০০ বছৰলৈ আক্ৰমণৰ বাবে সদায় প্ৰস্তুত হৈ থাকিব লগাত পৰিছিল। যুদ্ধৰ খেলৰ প্ৰতিযোগিতাৰ মনোভাৱৰ কাৰণে এই বিশাল দেশখনত অনেক ৰাজ্য থকাত প্ৰতি-স্পৰ্দ্ধী বিচাৰি ভাৰতৰ বাহিৰলৈ যোৱাৰ প্ৰয়োজন নাছিল। ইয়াৰ অৰ্থ এয়া নহয় যে হিন্দুসকলে ভাৰতৰ বাহিৰলৈ নগৈছিলেই। অৱশ্যে গৈছিল কিন্তু শস্ত্ৰবলৰ প্ৰয়োগৰ নিমিত্তে নহয় বৰং 'কৃণ্বন্তো বিশ্বমাৰ্যম্'ৰ উদ্দেশ্যে।

হিন্দুসকলে অনাদিকালৰ পৰাই নিজৰ ঠাইত নিৰ্মাণ কৰা সমাজ-ব্যৱস্থা, ব্যক্তিক সংস্কাৰিত কৰাৰ ব্যৱস্থা কেৱল হিন্দুসকলৰ কাৰণে কৰা নাছিল বৰং সমগ্ৰ মানৱ সমাজৰ বাবে কৰিছিল। ইয়াৰ বিষয়ে বিশ্ববাসীক জনোৱা, এনে সংস্কাৰৰ প্ৰশিক্ষণ দিয়া আদি কাম কৰিবলৈ হিন্দুসকল হেজাৰ হেজাৰ বছৰ ধৰি বিদেশলৈ গৈছিল।

বুদ্ধ ধৰ্ম প্ৰচাৰৰ বাবে হিন্দুসকলে হিমালয় এলেকালৈ, চীনলৈ গৈছিল। বৌদ্ধ ধৰ্মৰ প্ৰচাৰকসকলৰ উপৰি আন ধৰ্মৰ প্ৰচাৰক-সকলেও মধ্য এছিয়াৰ বিভিন্ন ঠাইলৈকে গৈছিল। দক্ষিণ-পূৱ দিশলৈ

ভাৰতীয়সকলে সমুদ্ৰ পাৰ হৈ সুমাত্ৰা, জাভা, বোৰ্ণিয়ো, মালয়েছিয়া, ফিলিপাইন আদি দেশলৈ যোৱাৰ প্ৰমাণ পোৱা গৈছে। ইয়াবে কিছুমান লোক ৰজাও হৈছিল কিন্তু তাৰ নিবাসীসকলৰ প্ৰাৰ্থনা অনুসৰি সেই ঠাইৰ পৰিস্থিতি সাপেক্ষে তেওঁলোকে শাসনভাৰ চলাইছিল। ভাৰতত আৰম্ভণিতে যি ত্যাগ আৰু কৰ্তব্যবোধক প্ৰাথমিকতা দিয়াৰ নিয়ম প্ৰচলিত আছিল তেনে ব্যৱস্থা তেওঁলোকে সেই ঠাইতো নিজৰ উদাহৰণেৰে প্ৰৱৰ্তন কৰিছিল। সেইবাবে সেই ভাৰতীয়সকলৰ বিষয়ে আৰু তেওঁলোকৰ কাৰণে ভাৰতৰ বিষয়ে আজিও তেওঁলোকৰ মনত গৌৰৱৰ ভাৱ আছে। সেই ঠাইৰ নিবাসীসকলে মনুক সমাজব্যৱস্থাৰ বাবে যথোপযোগী নিয়ম প্ৰস্তুত কৰোঁতা প্ৰথম মানৱ বুলি গ্ৰহণ কৰিছিল। ফিলিপাইনত মনুক 'দি ফাষ্ট ল গিভাৰ' বুলি কোৱা হয়। থাইলেণ্ডত থকা অংকোৰ্ভাট হৈছে এক বিশাল হিন্দু মন্দিৰ। ভাৰতৰ বাহিৰত জন্ম গ্ৰহণ কৰোঁতা যিসকল সংখ্যাগৰিষ্ঠই ইছলামক গ্ৰহণ কৰিছে তেওঁলোকৰ দেশতো ভাৰতৰ প্ৰতি গৌৰৱ আৰু শ্ৰদ্ধাৰ ভাৱ আজিও অক্ষুন্ন আছে।

# অধ্যায় : চাৰি

## হৰ্ষৰ পৰা যুঃ ৪৮৭৪ ( খৃঃ ১৭৭২ ) লৈ

সংগম সাহিত্য আৰু সাতবাহনৰ তথ্যৰ বাহিৰে যুঃ ৩৭ (খৃষ্টীয় ৬ষ্ঠ) শতিকালৈ দক্ষিণ ভাৰতৰ ৰাজ্য আৰু ৰাজবংশাৱলীৰ বিষয়ে বিশেষ একো জানিবলৈ পোৱা নাযায়। কিন্তু যুঃ ৫১ ( খৃঃ ২০ ) শতিকাৰ আৰম্ভণিতে অন্ধ্ৰৰ নাগাৰ্জুনকোণ্ডত পোৱা শিলালিপিৰ পৰা এইটো স্পষ্ট হৈ পৰে যে অন্ধ্ৰত সাতবাহনৰ পিছত যুঃ ৩৪ (খৃষ্টীয় তৃতীয়) শতিকাত ইক্ষ্বাকু বংশৰে আৰম্ভ হৈ সালঙ্কায়ন, বৃহৎপলায়ন আৰু বিষ্ণুকুণ্ডিন বংশৰ ৰাজ্য ক্ৰমশঃ যুঃ ৩৮ (খৃষ্টীয় সপ্তম) শতিকাৰ আৰম্ভণিলৈ চলি থাকিল। এওঁলোকৰ সময়ত সমাজ সুখী আৰু সমৃদ্ধিশালী আছিল। বৈদিক, বৌদ্ধ, জৈন আদি সকলো হিন্দু পন্থই ৰাজপৃষ্ঠ-পোষকতা লাভ কৰিছিল আৰু সকলোৰে বিকাশ হৈছিল। অশ্বমেধাদি যাগ-যজ্ঞও চলিছিল। বিষ্ণুকুণ্ডিন বংশৰ জনাশ্ৰয় নামৰ এজন ৰজাই 'জনাশ্ৰয়ী' নামৰ এখন ছন্দ শাস্ত্ৰৰ গ্ৰন্থ ৰচনা কৰিছিল। তেওঁৰ ৰাজত্বকাল আছিল যুঃ ৩৬৫৮ ৰ পৰা যুঃ ৩৭১৮ লৈ (৫৫৬-৬১৬ খৃঃ)। এই সময়ছোৱাত সাহিত্য, কলাৰ যথেষ্ট বিকাশ ঘটিছিল।

### চালুক্য, পল্লৱ আৰু পাণ্ড্য

দক্ষিণ ভাৰতত যুঃ ৩৭ (খৃষ্টীয় ষষ্ঠ) শতাব্দীৰ পৰা ৪০ ( নৱম ) শতাব্দীলৈ সুদীৰ্ঘ তিনি শ বছৰ বাদামীৰ চালুক্য, কাঞ্চীৰ পল্লৱ আৰু মাদুৰায়ৰ পাণ্ড্য বংশৰ ৰজাসকলৰ সংঘৰ্ষৰ কাল। তিনিওখন ৰাজ্যৰ জন্ম সময় হৈছে যুঃ ৩৭ ( খৃষ্টীয় ষষ্ঠ )। বাদামীৰ চালুক্যৰ ৰাজ্য

খৃঃ ৬৯ খৃষ্টীয় অষ্টম) শতিকাৰ মাজ ভাগত সমাপ্ত হোৱাত সেই স্থান মলখেড়ৰ ৰাষ্ট্ৰকূটে গ্ৰহণ কৰে। সেই সময়ত চালুক্যৰ দুটি শাখা দেখা যায়—লাট আৰু বেঙ্গী। কৰ্ণাটকত গঙ্গ বংশৰ ৰাজ্য আছিল।

এই বিভিন্ন ৰাজ্যবোৰৰ মাজত ঘটা সংঘৰ্ষ স্বত্বেও সংস্কৃতিৰ অবাধ গতিৰে বিকাশ সাধন ঘটিছিল। সমাজে ৰাজ অনুগ্ৰহৰ প্ৰতি বিশেষ হাবিয়াস নকৰিছিল আৰু ৰাজশাসকসকলেও সমাজৰ জনজীৱনৰ ওপৰত বিশেষ প্ৰভুত্ব আৰোপ নকৰিছিল। ৰজাই সামাজিক নিয়ম মতে সমাজৰ কাম যাতে সুকলমে চলে তাৰ প্ৰতি লক্ষ্য ৰখা তথা আভ্যন্তৰিক আৰু বৰ্হিশত্ৰুৰপৰা সমাজক ৰক্ষা কৰাটোকেই নিজৰ কৰ্তব্য বুলি বিবেচনা কৰিছিল। সমাজৰ সকলোবোৰ ৰীতি-নীতি বেদ, উপনিষদ আৰু জ্যেষ্ঠসকলৰ নিৰ্দেশ মতে চলিছিল। সমাজৰ সামাজিক, আৰ্থিক আৰু ধৰ্মীয় কামবোৰ স্বতন্ত্ৰৰূপে চলিছিল। এইবোৰৰ নিয়ন্ত্ৰণ গাঁও, জাতি আৰু ধাৰ্মিক পঞ্চায়তে কৰিছিল। এই পঞ্চায়তৰ গঠন সকলোৰে জনা নিয়ম-নীতি অনুসাৰে হৈছিল। এই পঞ্চায়তবোৰৰ কাৰণে কেতিয়াবা ৰজাৰ কুশাসন বা শাসন ব্যৱস্থাৰ শিথিলতাই সংস্কৃতিবান জনজীৱনৰ অনিষ্ট সাধন কৰিব নোৱাৰিছিল। নিজস্ব পৰম্পৰামতে সমাজৰ কাম আগবাঢ়িছিল।

এই সময়ছোৱাত মৰ্মস্পৰ্শী ভক্তি সাহিত্য আৰু প্ৰগত তত্ত্বজ্ঞানৰ ভালেমান পুথি ৰচিত হৈছিল। স্থাপত্য, শিল্প, চিত্ৰকলা আৰু সঙ্গীতৰ বেছ উন্নতি হৈছিল যাৰ প্ৰভাৱ দক্ষিণ-পূৱ এছিয়াৰ দেশবোৰলৈ বিয়পিছিল। চালুক্যসকলৰ ভিতৰত দ্বিতীয় পুলকেশী, পল্লৱসকলৰ ভিতৰত নৰসিংহবৰ্মণ আৰু পাণ্ড্যসকলৰ ভিতৰত শ্ৰীমাৰবল্লভে অতি প্ৰতাপী ৰজা বুলি খ্যাতি লভিছিল।

## সম্ৰাট হৰ্ষবৰ্দ্ধন

গুপ্ত সাম্ৰাজ্যৰ পতনৰ পিছত যিবোৰ স্বতন্ত্ৰ ৰাজ্য স্থাপিত হৈছিল সেইবোৰৰ ভিতৰত কুৰুক্ষেত্ৰৰ দাঁতিত স্থানেশ্বৰ নামৰ এখন ৰাজ্য

আছিল। এই ৰাজ্যত সম্রাট হৰ্ষবৰ্দ্ধন আছিল। হৰ্ষবৰ্দ্ধনৰ ককায়েকৰ মৃত্যুৰ পিছত মন্ত্ৰীসকলে হৰ্ষবৰ্দ্ধনক সিংহাসনত বহিবলৈ অনুৰোধ জনাইছিল যদিও তেওঁ বৰ অনিচ্ছাকৃতভাৱে ইয়াক গ্ৰহণ কৰিছিল (যুঃ ৩৭০৮, খৃঃ ৬০৬)। তেওঁৰ প্ৰয়াত ভিনীয়েকৰ কনৌজ ৰাজ্য মালৱাৰ দেৱগুপ্তই অধিকাৰ কৰিছিল। সেই ৰাজ্য হৰ্ষই স্বাধীন কৰাত তেওঁৰ বায়েক আৰু কনৌজৰ চৰ্দাৰসকলে বৰ আগ্ৰহ কৰাত হৰ্ষই কনৌজৰ শাসনভাৰ গ্ৰহণ কৰিলে। তাৰ পিছত তেওঁ ৰাজধানী কনৌজলৈ স্থানান্তৰিত কৰিলে। হৰ্ষৰ পূৰ্বৰে পৰা বংগত মহাত্বাকাংক্ষী শশাঙ্কই ৰাজত্ব কৰিছিল। এইজনা শশাঙ্কই ষড়যন্ত্ৰ কৰি হৰ্ষৰ ককায়েক ৰাজ্যবৰ্দ্ধনক হত্যা কৰোৱাইছিল। শশাঙ্কৰ মহাত্বাকাংক্ষাৰ কাৰণে অসমৰ ভাস্কৰবৰ্মাৰ লগতো তেওঁৰ শত্ৰুতা আছিল। সেইবাবে হৰ্ষ আৰু ভাস্কৰ দুয়ো লগ হৈ শশাঙ্কক ঘটুৱাই তেওঁৰ ৰাজ্য সমানে দুভাগ কৰি লৈছিল। হৰ্ষবৰ্দ্ধনে নিজৰ ৰাজ্যৰ ভালেখিনি বিস্তাৰ সাধন কৰিছিল। তেওঁৰ ৰাজ্যৰ সীমা আছিল পশ্চিমে পূৱ-পঞ্জাৱৰ পৰা পূৱে পশ্চিমবঙ্গলৈ আৰু উত্তৰে হিমালয়ৰ পৰা দক্ষিণে বিন্ধ্যলৈ। হৰ্ষৰ সময়ত দক্ষিণত পুলকেশী দ্বিতীয় নামৰ এজন চালুক্য ৰজা অতি প্ৰতাপী আছিল। তেওঁৰ ৰাজ্য বিন্ধ্যৰ পৰা পল্লৱসকলৰ ৰাজ্যলৈ বিস্তৃত আছিল। সম্পূৰ্ণ দেশত হিন্দুসকলৰেই ৰাজ্য বা সাম্ৰাজ্য আছিল। পুলকেশী পৰাক্ৰমী হোৱা হৰ্ষবৰ্দ্ধনে সম্পূৰ্ণ প্ৰস্তুতিৰে তেওঁৰ ওপৰত আক্ৰমণ (সাধাৰণতে যুঃ ৩৭২৮, খৃঃ ৬২৬) কৰিছিল যদিও পুলকেশী বিজয়ী হৈছিল। পুলকেশীৰ জীৱনত আছিল ই অতি স্মৰণীয় ঘটনা।

হৰ্ষই যুঃ ৩৭০৮ (খৃঃ ৬০৬) ৰ পৰা যুঃ ৩৭৪৯ (খৃঃ ৬৪৭) শক্তিৰে শাসন কৰিছিল। প্ৰজাৰ প্ৰতি তেওঁ সদায় পিতৃসুলভ ব্যৱহাৰ কৰিছিল। তেওঁৰ দৰবাৰী কবি বাণভট্টই লিখিছে যে এবাৰ এজন খেতিয়কৰ শস্য চোৰে চুৰ কৰাত সম্পূৰ্ণ ক্ষতিপূৰণ ভৰিছিল। তেওঁ কেৱল এজন বীৰেই নহয়, এজন দক্ষ প্ৰশাসক আৰু সু-সাহিত্যিকো আছিল। সকলো ধৰ্মৰ প্ৰতি তেওঁ উদাৰ আছিল।

প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে তেওঁ দান মহোৎসৱৰ আয়োজন কৰিছিল য'ত নিজৰ প্ৰতিৰক্ষা পুঁজিৰ বাহিৰে সম্পূৰ্ণ আয় দান কৰিছিল। সেই উৎসৱৰ সময়ত সূৰ্য, শিৱ আৰু বুদ্ধ তিনিওৰে উপাসনা কৰা হৈছিল। হৰ্ষৰ ৰাজ্যৰ পশ্চিমফালে প্ৰতিহাৰসকলৰ আৰু দক্ষিণে পুলকেশীসকলৰ ৰাজ্য আছিল যদিও হৰ্ষৰ ৰাজ্য তিনিওখনৰ ভিতৰতে বিশাল আছিল।

হৰ্ষৰ ৰাজ্যকালৰ সময়তে ( যুঃ ৩৭০৮-৩৭৪৯ ; খৃঃ ৬০৬-৬৪৭ ) ভাৰতৰ পশ্চিম ফালে মুছলমানসকলৰ আক্ৰমণ হৈছিল।

## অসমৰ ভাস্কৰবৰ্মা

হৰ্ষৰ সমকালীন অসমৰ ৰজা ভাস্কৰ বৰ্মাৰ তাম্ৰলিপি পোৱা গৈছে। হিউৱেনচাঙৰ বিৱৰণৰ পৰা জানিব পৰা গৈছে যে অসম অৰ্থাৎ কামৰূপ বা প্ৰাগজ্যোতিষত মহাভাৰতৰ যুদ্ধৰ পূৰ্বে নৰকাসুৰ নামৰ এজন ৰজা আছিল। মহাভাৰতৰ যুদ্ধৰ সময়ত তেওঁৰ পুত্ৰ ভগদত্ত আছিল। এই ভগদত্তৰ বংশত এশ পিৰীৰ পিছত অৰ্থাৎ তিনি হেজাৰ বছৰ পিছত ভাস্কৰবৰ্মা ৰজা হৈছিল। ভাস্কৰবৰ্মাৰ পূৰ্বৰ তেৰ পিৰীৰ বিষয়ে জানিবলৈ পোৱা যায়। সেইবোৰৰ ভিতৰত প্ৰথম নাম পোৱা যায় পুষ্যবৰ্মাৰ।

## ৰাষ্ট্ৰকূট, প্ৰতিহাৰ আৰু পাল

উত্তৰ ভাৰতত যুঃ ৩৮ (খৃষ্টীয় সপ্তম) শতিকাৰ পৰা ৪১ (খৃঃ দশম) শতিকালৈ ৰাজস্থানৰ প্ৰতিহাৰ, বঙ্গৰ পাল আৰু মলখেদৰ ৰাষ্ট্ৰকূট আছিল প্ৰধান ৰাজ্য। প্ৰথমে ৰাষ্ট্ৰকূটৰ ৰজা ধ্ৰুৱ আৰু গোবিন্দ তৃতীয়ই তথা পালৰজা ধৰ্মপাল আৰু দেৱপালে চক্ৰৱৰ্তী ৰাজ্যস্থাপন কৰাৰ যত্ন কৰিছিল। এইসকলৰ পিছত মিহিৰভোজ আৰু মহেন্দ্ৰ পালৰ নেতৃত্বত প্ৰতিহাৰীসকলে এনে উদ্যোগ চলাইছিল। এই সকলোকেইজন ৰজাই নিজৰ ৰাজ্যৰ যথেষ্ট উন্নতি কৰিছিল যদিও

সি সৰহদিনলৈ নিটিকিল। এই সকলৰ ভিতৰত প্ৰতিহাৰীসকলৰ সাফল্য মন কৰিবলগীয়া। এই ৰাজ্য হৰ্ষৰ সাম্ৰাজ্যতকৈও অধিক দিন স্থায়ী আৰু বিস্তৃত আছিল। বিস্তৃতিতকৈও মুখ্য আছিল সেই সময়ৰ ৰাজনৈতিক পৰিস্থিতিত এই ৰাজ্যৰ ভৌগোলিক অৱস্থান আৰু ইয়াৰ দ্বাৰা সম্পাদিত কাৰ্য। এই ৰাজবংশই পশ্চিমৰ পৰা হোৱা মুছলমানসকলৰ আক্ৰমণ তিনি শ বছৰলৈ কৃতিত্বৰে প্ৰতিৰোধ কৰিছিল।

## স্পেইনলৈ বিস্তৃত আৰবৰ মুছলিম ৰাজ্য

খৃঃ ৩৮ (খৃঃ সপ্তম) শতিকাৰ আৰম্ভণিতে আৰবত ইছলামীয় পন্থা স্থাপিত হয়। পন্থাৰ সংস্থাপক হজৰত মহম্মদৰ খৃঃ ৩৭৫৪



(খৃঃ ৬৩২) ত হোৱা দেহাৱসানৰ পিছত এশ বছৰৰ ভিতৰত আৰবে বায়জণ্টাইন সাম্ৰাজ্যৰ চিৰিয়া, ফিলিস্তাইন আৰু ইজিপ্ত তথা সসানীড সাম্ৰাজ্যৰ পাৰ্চিয়া আৰু ইৰাক দখল কৰে। ইমান কম সময়ৰ ভিতৰত ইমান বিশাল সাম্ৰাজ্যৰ স্থাপনা পৃথিৱীৰ এক বিৰল ঘটনা।

তাওঁলৈকে আচৰিত কথা যে ইমান বিস্তৃত এলেকাত থকা চিৰিয়া-বাসী, ইৰাণী, তুৰ্কী, নীগ্ৰো আদি সকলোৱে ইছলাম ধৰ্ম গ্ৰহণ কৰি আৰব সংস্কৃতিক স্বীকাৰ কৰে। যিসকল ইৰাণীয়ে নিজৰ ধৰ্ম ত্যাগ কৰা নাছিল তেওঁলোকে নিজৰ দেশ ত্যাগ কৰিব লগাত পৰিল আৰু যুঃ ৩৮ (খৃঃ সপ্তম) শতিকাৰ ধৰ্ম-সহিষ্ণু ভাৰতলৈ আহিল। ভাৰতৰ ওপৰত সেই সময়ত আৰবৰ আক্ৰমণ আৰম্ভ হৈছিল কিন্তু আৰবসকলে ৰাজনৈতিক আৰু সাংস্কৃতিক দৃষ্টিৰে এক ভিন্ন অভিজ্ঞতাহে লাভ কৰিছিল।

## আৰব সিন্ধুত পৰাজিত

যুঃ ৩৭৩৪ (খৃঃ ৬৩২)ত হজৰত মহম্মদৰ দেহাৱসানৰ পিছত যুঃ ৩৭৩৮ (খৃঃ ৬৩৬)ত আৰবসকলে সমুদ্ৰ পথেৰে ভাৰতৰ বোম্বাইৰ কাষৰ ঠাণেত প্ৰথম আক্ৰমণ কৰিছিল। ইয়াৰ অলপ দিন পিছতে সমুদ্ৰ পথেৰে দ্বিতীয় আক্ৰমণ গুজৰাতৰ ভৰুচত আৰু তৃতীয় আক্ৰমণ সিন্ধুৰ দেৱল বন্দৰত কৰিছিল। তিনিওখন ঠাইতে আৰবসকল পৰাজিত হৈছিল আৰু দেৱলৰ ৰণত আৰবসকলৰ সেনাপতি মুঘাই-ৰাহ মৃত্যু মুখত পৰিছিল। গতিকে সমুদ্ৰ পথেৰে আক্ৰমণ কৰাৰ চিন্তা আৰবসকলে এৰি পেলাইছিল। যুঃ ৩৭৬২ (খৃঃ ৬৬০)ত আৰবসকলে স্থল পথেৰে হৰচৰ নেতৃত্বত সিন্ধু ৰাজ্যৰ পছিমীয়া কিকান প্ৰদেশৰ ওপৰত আক্ৰমণ কৰি বেয়াকৈ পৰাজিত হ'ল আৰু আৰবলৈ উভতি গ'ল। যুঃ ৩৭৬৩ ৰ পৰা ৩৭৮২ (খৃঃ ৬৬১ ৰ পৰা ৬৮০) লৈ আৰবে ছবাৰ কিকান প্ৰদেশ হস্তগত কৰিবৰ প্ৰয়াস কৰি বিফল হৈছিল।

## আৰব গান্ধাৰত পৰাভূত

যু. ৩৭৪৫ (খৃঃ ৬৪৩)ত আৰবে ইৰাণ হস্তগত কৰাৰ পিছত তেওঁ-লোকৰ ৰাজ্যৰ সীমা গান্ধাৰৰ হিন্দু ৰাজ্য কাবুল আৰু জাবুলৰ লগত

মিলি পৰিছিল। গোটেই পৃথিৱীক বিজয় কৰা আৰু মূৰ্ত্তি পূজকসকলক মৰিমূৰ কৰাৰ সংকল্পেৰে যু. ৩৭৫২ (খৃঃ ৬৫০) ত আৰবে কাবুল ঘাটিৰ চিস্তানৰ ওপৰত আক্ৰমণ কৰিছিল কিন্তু পৰাভূত হৈ উভতিবলৈ বাধ্য হৈছিল। যু. ৩৭৬৫ (খৃঃ ৬৬৩) ত তেওঁলোকে কাবুল কিছুদিনৰ কাৰণে হস্তগত কৰিছিল যদিও কাবুলৰ হিন্দু ৰজাই আন হিন্দু ৰজাসকলৰ সহযোগত তেওঁলোকক কাবুলৰ পৰা বিতাৰিত কৰিছিল। যু. ৩৭৮৫ (খৃঃ ৬৮৩)ত চিস্তানৰ চুবেদাৰ য়জীদ ইব্‌ন জিয়াদক কাবুলৰ ৰজা ৰণবলে আক্ৰমণ কৰি বধ কৰে আৰু চিস্তান হিন্দুসকলৰ হাতলৈ আহে। এই সময়ত আবু উবৈদা নামৰ যিজন মুছলমান চুবেদাৰ কৰায়ত্ত হৈছিল, তেওঁক মুক্ত কৰিবৰ কাৰণে ৰণবলে পাঁচলাখ দিৰহম লৈছিল। যু. ৩৭৯৪ ৰ পৰা ৩৮০২ (খৃঃ ৬৯২ ৰ পৰা ৭০০) ৰ ভিতৰত তিনিবাৰ মুছলমান সেনাক ৰণবলে পৰাভূত কৰিছিল। আৰবী সাহিত্যত ৰণবলৰ পৰাক্ৰমৰ ভালেমান জয়গাথা পোৱা যায়। অৱশেষত উপায়ন্তৰ হৈ ইৰাণৰ হজ্জাজে ৰণবলৰ লগত সন্ধি কৰিছিল।

## যু: ৩৮১৪ (খৃঃ ৭১২) ত আৰব সিন্ধ বিজয়

কাবুলৰ ফালৰ পৰা হতাশ হোৱাত আৰবে পুনৰ সিন্ধলৈ চকু দিছিল। যু. ৩৮১০ (খৃঃ ৭০৮) ত বুদেলৰ সেনাপতিত্বত হজ্জাজে পঠিওৱা সেনাই সমুদ্ৰৰ পথেৰে সিন্ধৰ পাৰত উপস্থিত হৈছিল, য'ত তেওঁলোকৰ ঘোৰ পৰাজয় হৈছিল আৰু বুদেল মৰা পৰিছিল। তেতিয়া হজ্জাজে আৰবসকলৰ পৰাজয়ৰ কাৰণসমূহ বিশ্লেষণ কৰি সেইমতে এক বিশাল সেনা বাহিনী প্ৰস্তুত কৰি যু. ৩৮১৪ (খৃঃ ৭১২) ত মহম্মদ বিন কাছিমৰ নেতৃত্বত সিন্ধলৈ পঠিয়াইছিল। এই সেনাবাহিনীয়ে পৰাজয়ৰ মুখ দেখিলেহেঁতেন যদি হিন্দুসকল আগৰদৰে সংগঠিত হৈ থাকিলেহেঁতেন। কিন্তু এইবাৰ অনেক ঠাইত হিন্দুসকলে শত্ৰুপক্ষক সহায় কৰিছিল। দেৱল বন্দৰত এজন হিন্দুৱে কাছিমক বুদ্ধি দি তাৰ প্ৰধান দেৱালয়ত আৰবৰ পতাকা উৰুৱাইছিল। হিন্দুসকলৰ বিশ্বাস আছিল যে পতাকা

অৱনমিত হোৱাৰ উদ্দেশ্য হৈছে হিন্দু ৰাষ্ট্ৰ ধ্বংস হোৱা। নেকণত ভাণ্ডাৰকাৰ সামনী নামৰ এজন বৌদ্ধই কাছিমক সহায় কৰিছিল আৰু সেইদৰে জোৰনাহৰ ৰাজপুত মোকাইয়ো সাহার্য দিছিল। তথাপিও সিন্ধৰ ৰজা দাহিৰে ৰাৱেৰৰ যুঁজত কাছিমক পৰাভূত কৰিছিলেই কিন্তু দৈৱাৎ হাতীৰ ওপৰত আৰোহণ কৰা দাহিৰৰ গাত বাণ লাগিল আৰু তেওঁৰ মৃত্যু হোৱাত হিন্দুসকল পৰাজিত হ'ল। হাতীৰ ওপৰত আহোৰণ কৰা ৰজা বা হাতী আহত হোৱাৰ পিছত ভালে কেইবাৰ হিন্দুসকল পৰাজিত হব লগাত পৰিল। হাতীৰ ওপৰৰ হাওদাত বহা ৰজাক অতি সহজে চিনাক্ত কৰিব পৰা গৈছিল আৰু তেওঁক লক্ষ্য কৰা অতি সহজ আছিল। গজাৰোহীয়ে গজাৰোহীৰ লগতেই যুদ্ধ-কৰিব লাগে বুলি থকা ধৰ্ম যুদ্ধৰ নিয়ম আৰৱসকলে পালন কৰা নাছিল। দাহিৰৰ পিছত তেওঁৰ ৰাণী আৰু পুত্ৰই যদিও যুদ্ধ কৰিছিল, কিন্তু পৰাজিত হোৱাত সিন্ধু আৰৱৰ হাতলৈ গৈছিল।

## হিন্দু দেৱতাৰ মূৰ্তিৰ আঁৰত মুছলমানৰ প্ৰাণৰক্ষা

সিন্ধু হস্তগত হোৱাৰ পিছত আৰৱসকলে গুজৰাত, ৰাজস্থান আৰু পঞ্জাব আক্ৰমণ কৰিছিল। কিন্তু সেইবোৰত লাটৰ চালুক্য, ৰাজস্থানৰ গুৰ্জৰ, প্ৰতিহাৰ (নাগভট্ট প্ৰথম), কাশ্মীৰৰ ললিতাদিত্য মুক্তাপীড়, নান্দিপুৰীৰ জয়ভট্ট চতুৰ্থ, কনৌজৰ যশোৱৰ্মণ, চিতোৰৰ বাপ্পা ৰাৱলৰ দৰে অনেক বীৰৰ হাতত সেইসকলৰ বাৰুকৈয়ে পৰাজয় হৈছিল। ফলত আৰৱসকলৰ অগ্ৰগতিয়ে বাধাপ্ৰাপ্ত হোৱা নাছিল, বৰং সিন্ধুতো নিশকতীয়া হৈ পৰিছিল। সেইসময়ত সিন্ধৰ মুলতান আৰু মঞ্জুৰাহ নামৰ দুখন ৰাজ্যহে আৰৱসকলৰ হাতত আছিল। এই দুখন ক্ষুদ্ৰৰাজ্য বৰ্তি থকাৰ কাৰণ আছিল। এই কাৰণ হৈছে যে যেতিয়া হিন্দুসকলে এই দুখন ৰাজ্য আক্ৰমণ কৰিবলৈ আহিছিল তেতিয়া তাৰ মুছলমানসকলে সেই ৰাজ্যৰ প্ৰধান মন্দিৰবোৰ ভাঙি দিয়াৰ ভয় দেখুৱাইছিল। ফলত হিন্দুসকল উভতি গৈছিল। মূৰ্তিভঞ্জক

সকলে হিন্দুৰ মূৰ্তিৰ আঁৰত নিজকে ৰক্ষা কৰাৰ বাবে বিবশ হৈ পৰিছিল।

## সিন্ধুত একেৰাহে ৩৭৫ বছৰলৈ আৰবৰ ৰাজনৈতিক আৰু সাংস্কৃতিক পৰাজয়

ভাৰতৰ ওপৰত আৰবৰ প্ৰথম আক্ৰমণ যু. ৩৭৩৮ (খৃঃ ৬৩৬) ত হৈছিল। তেতিয়াৰ পৰা একেৰাহে তেওঁলোকে ৩৭৫ বছৰ মুছলিম ৰাজ্য স্থাপনা আৰু ইছলাম ধৰ্ম প্ৰচাৰৰ যত্ন কৰিছিল যদিও অৱশেষত তেওঁলোকৰ দুখন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য হিন্দু মন্দিৰৰ কৃপাত ৰক্ষা পৰিছিল। আন সকলো ঠাইতে ৰাজনৈতিক পৰাভৱৰ সমুখীন হৈছিল। নিজৰ ধৰ্ম-মত প্ৰচাৰৰ দৃষ্টিৰেও বিফল হৈছিল। আৰম্ভণিতে সিন্ধুসকলক জোৰ জুলুমকৈ মুছলমান কৰা, হিন্দুসকলৰ মন্দিৰ ধ্বংস কৰা, মূৰ্তি নষ্ট কৰা আদিৰ যত্ন তেওঁলোকে কৰিছিল যদিও যিবোৰে মুছলমান হৈছিল সিবোৰে সুযোগ পালেই পুনৰ হিন্দু হৈছিল। আৰবে সিন্ধু বিজয় কৰাৰ ১৫০ বছৰ পিছত চুলেমান নামৰ এজন আৰব বেপাৰীয়ে লিখিছে যে স্থানীয় হিন্দুসকলৰ এজনো মুছলমান হোৱা নাছিল আৰু কোনেও আৰবী ভাষা স্বীকাৰ কৰা নাছিল। অল বালাধুৰীয়ে লিখিছে যে কাচা নামৰ ঠাইৰ বাহিৰে আন সকলোবোৰ ঠাইৰে লোক পুনৰ মূৰ্তিপূজক হৈছিল আৰু মুছলমানসকল থাকিবৰ বাবে কোনো সুৰক্ষিত ঠাই নাছিল।

প্ৰাৰম্ভৰ ৩৭৫ বছৰ ভাৰতত মুছলমানসকলে ৰাজনৈতিক বা সংস্কৃতিকভাৱে সফলতা লাভ কৰিব পৰা নাছিল। মন কৰিবলগীয়া যে যু. ৩৮ (খৃঃ সপ্তম) শতিকাত ভাৰত আক্ৰমণ কৰা আৰবসকল সেই সময়ত পৃথিৱীৰ ভিতৰত অতি শ্ৰেষ্ঠ আৰু প্ৰতাপী আছিল। তেওঁ-লোকৰ মাজত কোনো পাৰস্পৰিক ভেদ ভাৱ নাছিল। জিব্ৰাল্টৰ পৰা সিন্ধুলৈ বিশাল আৰু এছিয়া, আফ্ৰিকা তথা ইউৰোপত পৰিব্যাপ্ত সাম্ৰাজ্যৰ সুসংগঠিত শক্তি তেওঁলোকে লাভ কৰিছিল। সংসাৰৰ

সকলোকে মুছলমান পন্থলৈ আনিব পৰা যাব বুলি তেওঁলোকৰ বদ্ধমূল ধাৰণা আছিল। এনে পৰিপ্ৰেক্ষিতত তেওঁলোকে ভাৰতত লাভ কৰা বিফলতাই সেইসময়ৰ ভাৰতৰ ৰাজনৈতিক, প্ৰতিৰক্ষা আৰু সাংস্কৃতিক মহত্ব আৰু শক্তিৰ পৰিচয় দিয়ে। চৰাচৰ জগতৰ সকলোতে আত্মা পৰিব্যাপ্ত হৈ থকাৰ দৃঢ় ধাৰণা আৰু হেজাৰ-হেজাৰ বছৰ জুৰি হিন্দু-সকলৰ মনত থকা এনে ধাৰণা যে সকলো মানুহ সমান, পাৰস্পৰিক ভাতৃত্বৰ আদৰ্শ কোনো নতুন কথা নাছিল। হিন্দুৱে প্ৰতিজন মানুহৰ মাজত আত্মাৰ অংশ দেখা পাইছিল আৰু সেই কাৰণে সকলোৰে কল্যাণ কামনা কৰা, সত্যতা আৰু সহিষ্ণুতা পালন কৰা এক সাধাৰণ কথা আছিল। এনে আচাৰ-নীতি কেবা পৌৰি ধৰি হিন্দুসকলৰ মাজত বদ্ধমূল হৈ পৰিছিল। ইয়াৰ আধাৰত তেওঁলোকৰ সামাজিক জীৱন গঢ় লৈছিল। সংযুক্ত পৰিয়াল ব্যৱস্থা, গ্ৰাম পঞ্চায়ত আৰু বৃত্তি পঞ্চায়তৰ দ্বাৰা জীৱন নিয়ন্ত্ৰিত হোৱা কাৰণে তেওঁলোকে কেৱল নিজৰ বাবেই নহয়, আন বন্ধু-বান্ধৱৰ বাবেও জীয়াই থাকিবলৈ আৰু মৰিবলৈ অভ্যস্ত হৈ পৰিছিল। ফলত এই মানসিকতা আৰু ব্যৱস্থাৰ বাবে হিন্দুসকলে মুছলমানৰ ৰাজনৈতিক তথা সাংস্কৃতিক আক্ৰমণৰ গৌৰৱেৰে সমুখীন হৈছিল।

## তঞ্জোৰৰ চোল সাম্ৰাজ্য

দক্ষিণ ভাৰতৰ তঞ্জোৰত যুঃ ৩৯৫২ (খ্ৰঃ ৮২০) ত চোল ৰাজ্যৰ স্থাপনা হৈছিল। তেতিয়াৰ পৰাই ৩০০ বছৰৰ কালখণ্ডৰ ভিতৰত দক্ষিণ আৰু পূৱ ভাৰতত এই বংশই উল্লেখযোগ্য স্থান অধিকাৰ কৰিছিল। ভাৰতৰ তুঙ্গভদ্ৰা নদীৰ দক্ষিণৰ লঙ্কাসহ সম্পূৰ্ণ অংশ এই শাসনৰ সময়ত উত্তমভাৱে সংগঠিত হৈছিল। সেই সময়ত তুঙ্গভদ্ৰাৰ উত্তৰ কালে আৰম্ভণিতে ৰাষ্ট্ৰকূট আৰু পিছলৈ কল্যাণীৰ চালুক্য, এই দুই বংশ বৰ শক্তিশালী আছিল যাৰ লগত অনবৰত চোলৰ সংঘৰ্ষ চলিছিল। এইসকলৰ শক্তিশালী নৌসেনা আছিল। চোল ৰজা ৰাজ

ৰাজমহানে (যু. ৪০৮৭-৪১১৬; খৃঃ ৯৮৫-১০১৪) নিজৰ ৰাজ্যকালৰ আৰম্ভণিতে চেৰ ৰজা ভাস্কৰ ৰবিবৰ্মণৰ নৌসেনাক সম্পূৰ্ণভাৱে পৰাজিত




কৰিছিল। এওঁ লঙ্কাৰ উত্তৰ খণ্ড জয় কৰি যুঃ ৪০৯৩ (খৃঃ ৯৯১) ত নিজৰ ৰাজ্যৰ লগত চামিল কৰি লৈছিল, যি ১২৫ বছৰলৈ চোল ৰাজ্যৰ অংশ আছিল। এইজনা ৰজাই কলিঙ্গ আক মালদ্বীপসমূহো জয় কৰিছিল। ৰাজ-ৰাজমহানৰ পিছত ৰাজেন্দ্ৰ প্ৰথমে (যু. ৪১১৪-৪৬,

খৃঃ ১০১২-৪৪) ৰাজ্য লাভ কৰে। তেওঁ আন্দামান নিকোবৰ জয় কৰি সুমাত্ৰা আৰু মালয় দ্বীপ আক্ৰমণ কৰিছিল যিসময়ত তাত শৈলেন্দ্ৰ সাম্ৰাজ্যৰ প্ৰভুত্ব বৰ্তিছিল। তাৰ ৰজা সংগ্ৰামসিংহ বিজয়োত্তুঙ্গ-বাৰ্মাৰ ৰাজ্যৰ বিভিন্ন অংশ তেওঁ দখল কৰি লৈছিল। সম্পূৰ্ণ লঙ্কাও তেওঁ বিজয় কৰিছিল। ৰাজেন্দ্ৰৰ সেনাপতিয়ে ভাৰতৰ উত্তৰ-পূবে গঙ্গা নৈ পাৰ হৈ তাৰ ৰজাক পৰাজিত কৰি উভতোতে পাল ৰজা মহিপালৰ সেনাকো পৰাভূত কৰিছিল। গঙ্গা নদীৰ পানী আনি চোলৰ নতুন ৰাজধানী গঙ্গাঈকোণ্ডচোলপুৰমৰ কাষৰ চোলগঙ্গম পুখুৰীত ঢলা হৈছিল। কোনো সুদূৰবৰ্তী দক্ষিণৰ ৰজাই উত্তৰৰ গঙ্গা ঘাটিত বিজয় লাভ কৰাৰ হৈছে এইটো প্ৰথম উদাহৰণ। এতিয়া-লৈকে পোৱা তথ্য অনুসাৰে ভাৰতৰ নৌ-শক্তিৰ দ্বাৰা মালয়, সুমাত্ৰা বিজয় লাভৰো এয়ে হৈছে প্ৰথম উদাহৰণ।

এই কালখণ্ডৰ শাসন আৰু সমাজব্যৱস্থা সম্বন্ধে এনে ধাৰণা হয় যে এই ব্যৱস্থাই সমাজৰ উচ্চ স্তৰৰ লোকৰ লাভ আৰু সুখ প্ৰাপ্তিতহে সহায় কৰিছিল আৰু সাধাৰণ লোকৰ কল্যাণৰ প্ৰতি পৰাঙ্মুখ আছিল। কিন্তু বাস্তৱতে ই সত্য নহয়। উচ্চ স্তৰৰ লোকে পোৱা সা-সম্পত্তিৰ ব্যৱহাৰ সৰ্বসাধাৰণৰ কাৰণেহে অধিক হৈছিল। ফলত সম্পত্তিৰ একত্ৰীকৰণৰ পৰা হোৱা দুষ্পৰিণাম নহৈছিল। হিন্দু সংস্কাৰৰ কাৰণে উচ্চ-স্তৰৰ লোকৰ মাজত এক প্ৰকাৰৰ স্পৰ্দ্ধা দেখা গৈছিল যাতে তেওঁলোকৰ সা-সম্পত্তিৰ সম্পূৰ্ণ ব্যৱহাৰ সমাজৰ কাৰণে হওক। আৰ্থিক সমতা জোৰ-জুমকৈ অনাৰ প্ৰচেষ্টা নচলিছিল বৰং ব্যক্তি সংস্কাৰৰ কাৰণে গোটেই সমাজখন নিজৰদৰে বোধ হৈছিল। দানী হলে সমাজত সন্মান পোৱা গৈছিল আৰু ৰজা, চৰ্দাৰ, বেপাৰীয়ে নিজৰ ধনৰ ব্যৱহাৰ মন্দিৰ নিৰ্মাণত, অতিথিশালা আৰু চিকিৎসালয় নিৰ্মাণত আৰু সেইবোৰৰ কাৰণে ধনৰ ব্যৱস্থা কৰাত, পুখুৰী খনোৱা আদি সামাজিক কামৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল।

## গান্ধাৰৰ জয়পালৰ গজনীৰ ওপৰত আক্ৰমণ

দক্ষিণ-পূব ভাৰতত যেতিয়া চোলসকলৰ নেতৃত্বত কিছু গৌৰৱ-পূৰ্ণ ঘটনা ঘটিব ধৰিছিল সেই সময়তে পশ্চিমোত্তৰ দিশৰ পৰা বিপদৰ এক কলীয়া ডাৱৰে ভাৰতৰ আকাশত ভূমুকি মাৰিছিল। চিস্তানৰ য়াকুব-ইব্‌ন-লাইথে জাবুলৰ হিন্দু ৰজাৰ লগত সন্ধি কৰাৰ নামত অভিসন্ধি কৰি তেওঁক হত্যা কৰিছিল আৰু জাবুল দখল কৰি লৈছিল। এইজনা য়াকুবক অলপ্তগীন নামৰ এজন গুলাম চৰ্দাৰে যুঃ ৪০৬৫ (খৃঃ৯৬৩) ত জাবুলৰ ৰাজধানী গজনীৰ পৰা খেদাই নিজে গজনী অধিকাৰ কৰিছিল। জাবুলৰ কাষৰ কাবুলত শাহী ৰাজবংশৰ জয়পাল ৰজা আছিল। অলপ্তগীন আৰু তেওঁৰ পুত্ৰ সুবুক্তগীনে জয়পালৰ ৰাজ্যৰ ওপৰত আক্ৰমণ চলাইছিল। জয়পালে সুবুক্তগীনক আক্ৰমণ কৰাৰ সিদ্ধান্ত ল'লে। মুছলিম শত্ৰুৰাজ্যৰ ওপৰত আক্ৰমণ কৰা অলপ সংখ্যক হিন্দু ৰজাসকলৰ ভিতৰত জয়পালো এজন আছিল। যু. ৪০৮৮ (খৃঃ ৯৮৬) ত জয়পালে গজনী আক্ৰমণ কৰিছিল। ভালেমান দিন যুদ্ধ চলিল আৰু তেওঁ সুবুক্তগীনক পৰাজয় কৰিব ধৰিছিলেই, এনেতে হঠাতে হিমপাত আৰম্ভ হোৱাত জয়পালৰ আঁচনি সফল নহ'ল আৰু দুয়োৰে মাজত সন্ধি হ'ল। কিন্তু এই সন্ধি সৰহ দিনলৈ নিটিকিল। গজনীৰ ৰাজ্য ধ্বংস কৰাৰ কাৰণে জয়পালে ভাৰতৰ আন হিন্দু ৰজাৰ পৰা সাহাৰ্য্য বিচাৰিলে। দিল্লী, আজমেৰ, কলিঙ্গৰ আৰু কনৌজৰ ৰজাই সাহাৰ্য্য আগবঢ়ালে। যুদ্ধ জয়পালৰ ৰাজ্যৰ লামধনত হৈছিল। সুবুক্তগীনে হিন্দু সেনাৰ দলবোৰক একে স্থানতে এটাৰ পিছত আনটোক ভয়ানক ভাৱে আক্ৰমণ কৰিলে। এই সেনাবোৰক একেৰাহে নানান যোগান ধৰিবলগীয়া হোৱাত জয়পালৰ ৰণ-কৌশল বিফল হ'ল আৰু হিন্দুসকল পৰাজিত হ'বলগীয়াত পৰিল। লামধন প্ৰদেশ গজনীৰ অধীন হ'ল।

## অনঙ্গপালৰ অনুচিত উদাৰতা

সুবুক্তদীনৰ পিছত গজনীৰ ৰাজসিংহাসন লাভ কৰিছিল মহম্মদে।

তেওঁ যূঃ ৪১০৩ (খৃঃ ১০০১) ত জয়পালৰ ৰাজ্য আক্রমণ কৰিলে আৰু পেশাৱৰলৈ আগবাঢ়িল। জয়পালে সম্পূর্ণ প্রস্তুতিৰে পেশাৱৰলৈ গ'ল কিন্তু তেওঁৰ সেনাৰ ব্যূহ ৰচনা হোৱাৰ আগতে মহম্মদে আক্রমণ কৰিলে। যুদ্ধক্ষেত্রত উপস্থিত শত্রু পক্ষৰ সম্পূর্ণ প্রস্তুতিৰ পিছত উভয় পক্ষৰ সম্মতি সাপেক্ষে যুদ্ধ কৰাৰ হিন্দুসকলৰ নিয়ম মহম্মদে পালন কৰাৰ প্রশ্নই নুঠিছিল। 'যিকোনো প্রকাৰে ৰণ জিনা' ই আছিল তেওঁলোকৰ নীতি। জয়পাল পৰাজিত হৈ বন্দী হৈছিল। বন্দী হোৱাৰ পিছত নিজে ৰজা হৈ থকাৰ অযোগ্য বুলি জানি তেওঁ চিতা সাজি আত্মদাহ গৈছিল। জয়পালৰ পুত্র অনঙ্গপালে উত্তৰাধিকাৰী সূত্রে ৰাজ্য শাসন হাতত লৈছিল।

যু. ৪১০৭ (খৃঃ১০০৫) ত চুলতান মহম্মদে মুলতানৰ মুছলিম ৰাজ্য আক্রমণ কৰাৰ কাৰণে অনঙ্গপালৰ ৰাজ্যৰ মাজেৰে যাব বিচাৰিছিল, কিন্তু অনঙ্গপালে অনুমতি নিদিলে। সেই সময়ত হোৱা যুদ্ধত অনঙ্গপাল হাৰিল আৰু কাশ্মীৰৰ ফালে পলাই গ'ল। অনঙ্গপালৰ পুত্র সুখপালক মহম্মদে পোৱাত মহম্মদে তেওঁক মুছলমান কৰিলে। গজনীত হোৱা আভ্যন্তৰিক সংঘর্ষৰ কাৰণে মহম্মদ গজনীলৈ উভতিব লগাত পৰিল। তেওঁ গজনীলৈ যোৱা সময়ত সুখপালক গান্ধাৰৰ বিজিত প্রদেশবোৰৰ শাসক নিযুক্ত কৰিলে। অলপদিন পিছতে সুখপাল পুনৰ হিন্দু হ'ল। মহম্মদৰ বিপর্যয়ৰ সুযোগ গ্রহণ কৰাৰ কথা অনঙ্গপালে নেভাবিলে। ইয়াৰ বিপৰীতে এবাৰ মুছলমান হৈ পুনৰ হিন্দু হোৱা নিজৰ পুত্র সুখপালৰ লগত কাম নকৰিবলৈ অনঙ্গপালে সিদ্ধান্ত লোৱাৰ উপৰিও মহম্মদৰ বিপদৰ সময়ত সহায় কৰাৰ কাৰণে প্রতিশ্রুতি দিছিল।

## অনঙ্গপালৰ পৰাজয়

যু. ৪১১০ (খৃঃ ১০০৮) ত মহম্মদে অনঙ্গপালৰ ওপৰত আক্রমণ কৰাৰ সিদ্ধান্ত ল'লে। অনঙ্গপালে আন হিন্দু ৰজাৰ সহায় ভিক্ষা বিচাৰিলে। তেতিয়া উজ্জয়িনী, গোৱালিয়ৰ, কন্নৌজ, কালিঞ্জৰ, দিল্লী

আৰু আজমেৰৰ ৰজাসকলে এক বিশাল বাহিনী সংগঠন কৰিলে। অনঙ্গপালৰ নেতৃত্বত এই সেনাই শত্ৰুসেনাৰ সমুখত ৰণহিন্দত বাহৰ পাতিলে। চল্লিচ দিনলৈ দুয়ো সেনা সমুখা-সমুখী হৈ থাকিল। হিন্দু সেনা প্ৰতিদিনে বাঢ়িছিল। এই কাৰ্যৰ কাৰণে অনেক তিৰোতাইয়ো নিজৰ আ-অলঙ্কাৰ দান কৰিছিল। হিন্দু সেনাই মোৰ্চা চম্ভলা কাৰণে মহম্মদে আক্ৰমণ কৰাৰ সুযোগ পোৱা নাছিল। এদিনাখন মহম্মদে ৬০০০ ধনুৰ্ধাৰীক আক্ৰমণৰ কাৰণে পঠিয়াই হিন্দু সেনাক নিজৰ স্থানচ্যুত কৰি মহম্মদৰ সুৰক্ষিত ছাউনী আক্ৰমণ কৰাৰ বাবে উত্তেজিত কৰিলে। মহম্মদৰ এই আঁচনি প্ৰসিদ্ধ হৈ পৰিল যদিও এই আঁচনিৰে তেওঁৰ বিশেষ লাভ নহ'ল আৰু হিন্দু সেনা বিজয়ৰ পথত আগ-বাঢ়িল। তেতিয়া মহম্মদে নিজৰ পৰাজয় এৰাবৰ কাৰণে অন্তিম প্ৰয়াস কৰিলে। য'ত অনঙ্গপালৰ হাতী আছিল তাত নিজৰ আক্ৰমণৰ সকলো শক্তি প্ৰয়োগ কৰিলে। ফলত অগ্নিবানৰ পৰা ভয় পাই অনঙ্গপালৰ হাতীয়ে অনঙ্গপালক লৈ ৰণক্ষেত্ৰৰ পৰা পলাল। ৰণক্ষেত্ৰৰ পৰা ৰজা যোৱাৰ পিছত হিন্দুসকলে পৰাজয় বৰণ কৰিলে।

## চাৰিশ বছৰৰ যত্নৰ মূৰত পঞ্জাৱত মুছলমান বিজয়ী

অনঙ্গপালৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ ত্ৰিলোচন পাল ৰজা হ'ল। যু. ৪১১৫ (খৃঃ ১০১৩) ত মহম্মদে তেওঁক আক্ৰমণ কৰিলে। তেতিয়া ত্ৰিলোচন পালে কাশ্মীৰৰ কিছুমান দুৰ্গম পাহৰুৱা ঠাইত মহম্মদৰ সমুখীন হোৱাৰ মানসেৰে তালৈ গ'ল। তেওঁ সাহাৰ্য্য বিচৰাত কাশ্মীৰৰ ৰজা সংগ্ৰামসিংহই নিজৰ সেনাপতি তুঙ্গৰ নেতৃত্বত এক বিশাল সেনা পঠিয়ালে। ত্ৰিলোচনপালে তুঙ্গক পাহাৰৰ মাজত অৱস্থান কৰি থাকিবলৈ দিহা দিছিল যদিও তেওঁ অত্যুগ্ৰ উছাহত তোসী নদী পাৰ হৈ পাহাৰৰ বাজ ওলোৱাত ধ্বংস প্ৰাপ্ত হৈছিল। ত্ৰিলোচন পাল আৰু তেওঁৰ পুত্ৰ ভীমপালে লোহৰাৰ পাহাৰৰ পৰা যুদ্ধ চলাই আছিল। যুদ্ধ কৰি থাকোতে ত্ৰিলোচনপালে যুঃ ৪১২৩ (খৃঃ ১০২১) ত

আৰু ভীমপালে যুঃ ৪১২৮ (খৃঃ ১০২৬) ত নিহত হ'ল। পৃথিৱীৰ সৰ্বোত্তম সেনানায়ক গজনীৰ মহম্মদক ২০-২৫ বছৰ শাহী বংশৰ চাৰি পীৰিৰ ৰজাই বাধা দিছিল আৰু চাৰিশ বছৰৰ নিৰন্তৰ মুছলিম আক্ৰমণৰ পিছত এজন সৰ্বোত্তম সেনানায়কৰ বাবে পঞ্জাব মুছলমানৰ অধীনলৈ আহিল। পিছলৈ মহাৰাজ ৰণজিৎ সিংহই উনৈশ শতিকাত কৰা ৰাজ্য স্থাপনাৰ সময়লৈ পঞ্জাব মুছলমান সকলৰ অধীন আছিল। শাহী বংশৰ ৰজাসকলৰ পৰাজয়ৰ পিছত ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চল বিদেশীসকলৰ বাবে মুক্ত হৈ পৰিল।

## গজনীৰ মহম্মদে বুন্দেলখণ্ডৰ বিদ্যাধৰক পৰাস্ত কৰিব নোৱাৰিলে

অনঙ্গপালৰ মৃত্যুৰ পিছত মহম্মদে কনৌজ আৰু মথুৰা আক্ৰমণ কৰিলে। "কনৌজৰ প্ৰতিহাৰৰ ৰজা ৰাজ্যপালে বিনা যুদ্ধে মহম্মদৰ বশ্যতা স্বীকাৰ কৰি লৈছিল। তেতিয়া মহম্মদে মথুৰাৰ মন্দিৰ ধ্বংস কৰিলে। ফলত ৰাজ্যপালৰ বিৰুদ্ধে হিন্দুৰ অসন্তোষ বাঢ়িল। বুন্দেলখণ্ডত কালিঞ্জৰৰ চন্দেল ৰজা গণ্ডই ৰাজ্যপালক বধ কৰিলে। গণ্ডে অনঙ্গপাল আৰু ত্ৰিলোচনপালৰ সাহাৰ্য্যও কৰিছিল। গণ্ডৰ পুত্ৰ বিদ্যাধৰক মহম্মদে যুঃ ৪১২১ (খৃঃ ১০১৯) ত আক্ৰমণ কৰিলে। তেতিয়া অসংখ্য হিন্দুৱে স্বেচ্ছাৰে বিদ্যাধৰক সাহাৰ্য্য কৰিলে আৰু কলিঞ্জৰৰ দাঁতিত এক বিশাল হিন্দু সেনা সাগৰ প্ৰস্তুত হৈ পৰিল। সেই বিশাল সেনা দেখি গজনীৰ মহম্মদৰ বুকু কঁপি উঠিল আৰু তেওঁ বিজয় লাভৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালে। যুদ্ধত জয়-পৰাজয়ৰ সিদ্ধান্ত নোহওঁতেই মহম্মদে গজনীলৈ প্ৰত্যাৱৰ্তন কৰিলে। তিনি বছৰ পিছত যুঃ ৪১২৪ (খৃঃ ১০২২) ত মহম্মদে বিদ্যাধৰক পুনৰ আক্ৰমণ কৰিছিল কিন্তু সফলতা লাভ নকৰি সন্ধি কৰি উলটি গৈছিল।

## গজনীৰ মহম্মদৰ দ্বাৰা সোমনাথ আক্ৰমণ

যুঃ ৪১২৮ (খৃঃ ১০২৬) ত মহম্মদে গুজৰাটৰ সমৃদ্ধ মন্দিৰ সোমনাথ মন্দিৰ লুটাৰ উদ্দেশ্যে আক্ৰমণ কৰিলে। কেইখনমান ঠাই যুদ্ধ হোৱাৰ

পিছত তেওঁ সোমনাথ পালে আৰু দেৱালয় ঘেৰি ধৰিলে। ৫০,০০০ৰো অধিক ভক্তই আত্মৰক্ষাৰ বাবে তাত একত্রিত হৈছিল। তিনি দিনলৈ ঘেৰবন্দী চলিল। ভক্তসকলে প্রাণ টাকি যুঁজি জীৱন আহুতি দিছিল। গুজৰাটৰ ৰজা ভীমসেনে তৃতীয় দিনাখন বাহিৰৰ পৰা ঘেৰ ভাঙিবলৈ যত্ন কৰিছিল যদিও বিফল হৈছিল। ৫০,০০০ হিন্দুক বধ কৰি মহম্মদে যশস্যা লাভ কৰিলে। মন্দিৰ ভাঙি তেওঁ লুটপাত কৰিলে। কিন্তু সোমনাথৰ পৰা গজনীলৈ ঘূৰি যোৱা এক সমস্যা হ'ল। অনহিলৱাডৰ ৰজা ভীম, অজমেৰৰ ৰজা বিশাল দেৱ আৰু মালৱাৰ ৰজা ভোজে মহম্মদৰ প্রত্যাৱৰ্তনৰ বাবে বাট চাই আছিল। মহম্মদে মুলতানলৈ ঘূৰি যোৱাটো থিৰ কৰিলে। সেইসময়ত তেওঁক বাট দেখুৱাই দিয়াৰ নাটক কৰি কিছু হিন্দুৱে তেওঁৰ সেনাক মৰুভূমিৰ মাজলৈ লৈ গ'ল। ফলত অনেক সৈন্য মৰা পৰিল। বাটত সিন্ধৰ জাটবোৰেও মহম্মদৰ সেনাৰ ওপৰত আক্রমণ চলালে। তথাপি মহম্মদে লুটৰ মাল লৈ যোৱাত সফল হ'ল।

## মুছলমানৰ আক্রমণ হিন্দুৱে ১৭৫ বছৰলৈ ৰোধ কৰিলে

গজনীৰ মহম্মদ পৃথিৱীৰ প্রথম শ্রেণীৰ সেনাপতিবোৰৰ এজন আছিল। উত্তুঙ্গ পর্বত, বিশাল নদী-প্রবাহ, বিস্তীর্ণ মৰুভূমি, ভয়ঙ্কৰ ধুমুহা, শত্রুৰ অসংখ্য সেনা বা হাতী আদি কোনো কঠিন বাধাই তেওঁক হতাশ কৰিব নোৱাৰিছিল। এনে সেনাৰে হিন্দুসকল সমুখীন হৈছিল। অৱশেষত হিন্দুসকল পৰাজিত হৈছিল যদিও মহম্মদে হিন্দুৰ শক্তি বাককৈয়ে উপলব্ধি কৰিছিল। মহম্মদৰ পিছতো ভাৰতৰ ওপৰত অনবৰত মুছলমানৰ আক্রমণ চলিছিল কিন্তু সেয়া মহম্মদৰ দৰে যোগ্য সেনাপতিৰ নেতৃত্বত হোৱা নাছিল। মহম্মদৰ বিজয়ৰ কাৰণে হিন্দুসকল দুর্বল বুলি ভাবি কিছুমান মুছলমান আক্রমণ হৈছিল। মসুদ বহৰাইচৰ (অযোধ্যাৰ কাষ) লৈ আহিছিল। তাত তেওঁ হিন্দুসকলৰ দ্বাৰা এইদৰে আবদ্ধ হৈ পৰিছিল যে তাৰ পৰা নিজে বা তেওঁৰ কোনো

সৈনিক উভতিব নোৱাৰিলে। কলচুৰিৰ কৰ্ণ, পৰমাৰ ভোজ, গহদাৱলৰ গোবিন্দচন্দ্ৰ, চালুক্যসকলৰ জয়সিংহ, সিদ্ধৰাজ আৰু কুমাৰপাল তথা চাহমান বিগ্ৰহৰাজ চতুৰ্থৰ দৰে ৰজাৰ কাৰণে মহম্মদৰ পিছত ১৭৫ বছৰলৈ মুছলমানসকলৰ আক্ৰমণ সফল হব পৰা নাছিল। যুঃ ৪১৪৫ (খৃঃ ১০৪৩) ত কিছুমান হিন্দুৰজাই দিল্লীৰ তোমৰ ৰাজ মহিপালৰ নেতৃত্বত এক সংগঠন তৈয়াৰ কৰি হাঁসী, থানেশ্বৰ আৰু নগৰকোট স্বতন্ত্ৰ কৰি লৈছিল।

গজনৱী বংশৰ পিছত পাৰস্য মূলৰ মহম্মদ ঘোৰীয়ে গজনী অধিকাৰ কৰিছিল। এইজনা নতুন শাসকে যুঃ ৪৩ (খৃঃ দ্বাদশ শতিকা) ৰ শেষৰ ফালে ভাৰতৰ ওপৰত আক্ৰমণ আৰম্ভ কৰিলে। সেই সময়ত উত্তৰ ভাৰতত গুজৰাটৰ চালুক্য ৰজা মূলৰাজ দ্বিতীয় ( যুঃ ৪২৭৮-৮০ ; (খৃঃ ১১৭৬-৭৮) আৰু ভীম দ্বিতীয় ( যুঃ ৪২৮০-৪৩৪৩ ; খৃঃ ১১৭৮-১২৪১ ), দিল্লী আৰু অজমেৰৰ চৌহান ৰজা পৃথীৰাজ তৃতীয় (যুঃ ৪২৭৯-৯৪ ; খৃঃ ১১৭৭-৯২) আৰু কনৌজৰ গহদাৱল ৰজা জয়চন্দ্ৰ (যুঃ ৪২৭২-৯৬ ; খৃঃ ১১৭০-৯৪) এই তিনি প্ৰধান ৰাজশক্তি আছিল। এই তিনিওৰে মুছলমানৰ বিদেশী আক্ৰমণৰ বিষয়ে সবিশেষ জানিছিল আৰু প্ৰতিজন ৰজাই অকলে মুছলমানক হৰুৱাবৰ সামৰ্থ ৰাখিছিল।

## মহম্মদ ঘোৰী নায়কীদেৱী ৰাণীৰে আৰু পৃথ্বিৰাজৰ হাতত পৰাস্ত

পোন প্ৰথমে মহম্মদ ঘোৰীয়ে মুলতানৰ মুছমান ৰাজ্য হস্তগত কৰিছিল আৰু যুঃ ৪২৮০ (খৃঃ ১১৭৮) ত গুজৰাট আক্ৰমণ কৰিছিল। সেই ঠাইৰ ৰজা মূলৰাজ নাবালক হোৱা কাৰণে তেওঁৰ মাতৃ নায়কী দেৱীয়ে চালুক্য সেনাৰ নেতৃত্ব কৰিছিল। সেনাপতিৰ সকলো গুণেৰে তেওঁ বিভূষিতা আছিল। তেওঁ আবু পাহাৰৰ সমীপস্থ গড়ৰাৰঘট্টা নামৰ সুৰক্ষিত স্থান নিৰ্বাচন কৰি তাৰ পৰা ৰণ কৰিছিল আৰু মহম্মদ ঘোৰীক পৰাস্ত কৰিছিল। ৰাণী নায়কী দেৱীৰ দ্বাৰা পৰাজিত হোৱাৰ পিছত ঘোৰীয়ে ভাৰত বিজয়ৰ নিজৰ আঁচনি সলালে। তেওঁ পঞ্জাবৰ মুছলিম

ৰাজ্যৰ ওপৰত খৃঃ ৪২৮১ আৰু ৪২৮৮ (খৃঃ ১১৭৯ আৰু ১১৮৬) ত তুৰাৰ আক্ৰমণ কৰি হস্তগত কৰিলে। খৃঃ ৪২৯৩ (খৃঃ ১১৯১) ত তেওঁ পৃথ্বীৰাজৰ সৰহিন্দ থানা অধিকাৰ কৰিলে ফলত পৃথিৰাজে সেনা সংগঠন কৰি তৰাইনত ঘাটিত মহম্মদ ঘোৰীৰ সেনাৰ সমুখীন হ'ল। মুছলমান সকল শোচনীয় ভাবে পৰাজিত হ'ল। স্বয়ং মহম্মদ আহত হোৱাত তেওঁৰ এজন সৈনিকে ৰণক্ষেত্ৰৰ পৰা বাজ কৰি নিলে। নিজৰ সেনাপতি ৰণক্ষেত্ৰৰ পৰা পলোৱা দেখি মুছলমান সেনাসকল এইদৰে পলাল যে সুৰক্ষিত স্থানতহে থিতাপি ল'লে। মহম্মদকো তুলি তালি লৈ যোৱা হ'ল। তাৰ পৰা মুছলমান সেনাই প্ৰত্যাবৰ্তন কৰিলে। আহত শত্ৰুৰ ওপৰত তৰোৱাল উঠোৱা উচিত নহয় বুলি হিন্দু যুদ্ধ-নীতিৰ কথা জানি পৃথিৰাজে নিজৰ উদাৰতা দেখুৱাই পুনৰ আক্ৰমণ নকৰিলে। শত্ৰুৱে কোনোৱে নীতি-নিয়ম নামানে বুলি জানিও পৃথিৰাজে শত্ৰুৰ প্ৰতি যি উদাৰতা দেখুৱালে সেয়ে তেওঁৰ বাবে কাল হ'ল।

## বিশ্বাসঘাতেৰে মহম্মদ ঘোৰীৰ পৃথ্বিৰাজৰ ওপৰত জয়লাভ

খৃঃ ৪২৯৪ (খৃঃ ১১৯২) ত নিৰ্বাচিত ১,২০,০০০ সেনাৰে মহম্মদ ঘোৰীয়ে পৃথিৰাজৰ ওপৰত আক্ৰমণ কৰিলে। ঘোৰীতকৈ আঢ়ৈ গুণ সৈন্যৰে পুনৰ তৰাইন ঘাটিত পৃথিৰাজে সমুখ ৰণলৈ আহিল। পৃথিৰাজে মহম্মদ ঘোৰীক অতীতৰ স্মৃতি সোঁৱৰাই উভতি যাবলৈ ক'লে। তেতিয়া মহম্মদে কুটীল নীতি খেলিলে। তেওঁ ক'লে যে, মই ভাতৃৰ আজ্ঞাত ইয়ালৈ আহিছো। তেওঁলৈ পত্ৰ পঠিয়াওঁ। তেওঁৰ পৰা উত্তৰ পোৱালৈকে আমি যুদ্ধ নকৰাকৈ ইয়াত থাকিম। পৃথিৰাজে তেওঁৰ কথাত পতিয়ন গৈ ঠগ খালে। মহম্মদে সেনাৰ পাঁচটা গোট কৰিলে আৰু ৰাতিৰ ভিতৰতে চাৰিটা পৃথিৰাজৰ সেনাৰ চাৰিওফালে পঠিয়ালে। পৃথিৰাজ শুই আছিল। দোকমোকালিতে পৃথিৰাজৰ সেনাক চাৰিও-ফালৰ পৰা বেৰি ধৰি আক্ৰমণ কৰা হ'ল। মহম্মদৰ সেনাত ধনুৰ্ধাৰী-অশ্বাৰোহীও আছিল। এই চাৰিওটা গোটক মন্ত্ৰণা দিয়া হৈছিল

যে সকলোৱে একেলগে আক্ৰমণ কৰিব আৰু মাজে মাজে পলাই যোৱাৰ ভাও জুৰিব। ফলত হিন্দু সেনা সিঁচৰিত হৈ পৰিল। তুপৰীয়ালৈ এইদৰে যুদ্ধ চলিল আৰু যেতিয়া হিন্দু সেনা কিছু অৱশ হৈ পৰিল তেতিয়া মহম্মদে সংৰক্ষিত কৰি ৰখা সতেজ পঞ্চম দলটোক পৃথিৰাজক আক্ৰমণ কৰিবলৈ পঠিয়ালে। প্ৰথমৰ পৰাই হিন্দুসকলে ব্যুহ ৰচনা নকৰকৈ যুজিছিল। সৈনিক দলটোৰ হাতত পৃথিৰাজৰ সম্পূৰ্ণ পৰাজয় হৈছিল আৰু তেওঁ বন্দী হৈছিল। মহম্মদে তেওঁক বধ কৰিছিল। দিল্লী আৰু আজমেৰ মহম্মদৰ হাতলৈ গৈছিল। সুদীৰ্ঘ পাঁচ শতিকা জুৰি ভাৰতবৰ্ষক ৰক্ষা কৰোঁতা চৌহান বংশৰ এইদৰে অন্ত পৰিছিল।

## কনৌজৰ জয়চন্দ্ৰ পৰাজিত

সেই সময়ত জয়চন্দ্ৰ অতি শক্তিশালী ৰজা আছিল। ইতিহাসবিদ টোডৰ মতে তেওঁ পৃথিৰাজৰ প্ৰতি ঈৰ্ষাপৰায়ণ আছিল। কিন্তু তেওঁৱেই যে মহম্মদ ঘোৰীৰ ভাৰত আক্ৰমণ কৰিবলৈ আমন্ত্ৰণ জনাইছিল সেয়া সচাঁ নহয়। ঘোৰীৰ পঞ্জাৱ বিজয়ৰ পিছত এনে আক্ৰমণ সুনিশ্চিত আছিল।

জয়চন্দ্ৰ পৃথিৰাজৰ দুৰ্দশাৰ সময়ত সহায় কৰক চাৰি তেওঁৰ পৰাজয়ত উল্লসিতহে হৈছিল। অৱশ্যে তেওঁ পৃথীৰাজতকৈ বিদেশী শাসন ব্যৱস্থা সমুলি পছন্দ নকৰিছিল। সেইকাৰণে যেতিয়া মহম্মদে ঐবক নামৰ এজন দাসক দিল্লীৰ শাসক নিযুক্ত কৰিছিল তেতিয়া জয়চন্দ্ৰই আক্ৰমণৰ কাৰণে প্ৰস্তুতি চলাইছিল। কিন্তু ইয়াৰ পূৰ্বে মহম্মদে কুতুবুদ্দীনক গজনীলৈ মাতি পঠিয়াই আক্ৰমণৰ আঁচনি তৈয়াৰ কৰিলে আৰু সেইমতে যুঃ ৪২৯৬ খৃঃ ১১৯৪) ত জয়চন্দ্ৰৰ ওপৰত আক্ৰমণ কৰা হ'ল। জয়চন্দ্ৰই শত্ৰু পক্ষতকৈ অধিক সেনা গোটাই-ছিল আৰু বিজয় অভিমুখে আগবাঢ়িছিল তেনেতে হাতীৰ হাওদাত বহা জয়চন্দ্ৰৰ গাত এডাল তীৰ লাগিল আৰু তেওঁ নিহত হ'ল। হিন্দু সেনাৰ মাজত ল'ৰা-ঢপৰা লাগিল আৰু হিন্দুসকল পৰাস্ত হ'ল।

## কুতুবুদ্দীন ঐবক আৰু চালুক্য

পৃথীৰাজ তৃতীয়ৰ পৰা মহম্মদে আজমেৰ হস্তগত কৰিছিল যদিও তাৰ মেহৰৰ হিন্দুসকলে স্বতন্ত্ৰ হোৱাৰ বাবে চেষ্টা চলাইচিল আৰু তেওঁলোকৰ প্ৰতি চালুক্যৰাজ ভীম সদয় আছিল। যুঃ ৪২৯৭ (খ্ৰঃ ১১৯৫) ত যেতিয়া কুতুবুদ্দীনে মেহৰ আক্ৰমণ কৰিলে তেতিয়া সেনাও তাত উপস্থিত হ'ল। উভয়ে লগ হৈ কুতুবুদ্দীনক পৰাস্ত কৰিলে। কুতুবুদ্দীনৰ ছয় ঠাইত আঘাত লাগিল। তেওঁক ৰণক্ষেত্ৰৰ পৰা তুলি আজমেৰৰ দুৰ্গত ৰখা হ'ল। মুছলমান সেনাসকলেও দুৰ্গত শৰণ ল'লে। চালুক্যৰ হাতত মুছলমানৰ আছিল এয়া দ্বিতীয় পৰাজয়।

চালুক্যসকল পৰাজিত হলে উত্তৰ ভাৰতৰ অৱশিষ্ট তৃতীয় হিন্দু শক্তিৰ অন্ত হলহেঁতেন। দুবাৰ পৰাজয় বৰণ কৰাত মুছলমান চৰ্দাৰ সকল জাণ্ডুৰ খাই আছিল। অনেক প্ৰস্তুতিৰে যুঃ ৪২৯৯ (খৃঃ ১১৯৭)ত কুতুবুদ্দীনে চালুক্যসকলক আক্ৰমণ কৰিলে। ভীমৰাজে আবু পৰ্বতৰ কাষৰ নিজৰ পুৰণি সুৰক্ষিত স্থান নিৰ্বাচন কৰিলে আৰু তাতে অৱস্থান গ্ৰহণ কৰিলে। এই স্থানতেই যুঃ ৪২৮০ (খ্ৰঃ ১১৭৮) ত নায়কীদেৱী ৰাণীয়ে মহম্মদ ঘোৰীক পৰাস্ত কৰিছিল। কুতুবুদ্দীনৰ সেই স্থানত থকা হিন্দুসকলক আক্ৰমণ কৰাৰ সাহস হোৱা নাছিল। দিন অতিবাহিত হোৱাৰ পিছতো মুছলমানসকল আগবাঢ়িব পৰা নাছিল। ভীমে ভাবিলে যে মুছলমান সেনাই ভয় খাইছে আৰু নিজে সুৰক্ষিত স্থানৰ পৰা বাহিৰ ওলাই আহিল। এনে সোণালী সুযোগ পাই কুতুবুদ্দীনে নিশাৰ ভিতৰতে আঁচনি আৰু ব্যৱস্থা গ্ৰহণ কৰিলে তথা অন্ধকাৰৰ সুযোগ লৈ পুৱা হোৱাৰ আগেয়ে ভীমৰ সেনাৰ ওপৰত জপিয়াই পৰিল। চালুক্য সেনা সাজু নাছিল। দুপৰীয়ালৈ যুদ্ধ হ'ল আৰু হিন্দু পৰাজিত হ'ল। ভীমে পুনৰ প্ৰস্তুতি চলালে আৰু লৱণপ্ৰসাদ তথা শ্ৰীধৰ নামেৰে দুজন সুযোগ্য সেনাপতিক লৈ যুঃ ৪৩০৩ (খৃ ১২০১)ত মুছলমানসকলক গুজৰাটৰ পৰা বিতাৰিত কৰি দিলে। ইয়াৰ পিছতো পুনৰ এশ বছৰলৈ গুজুৰাট এক স্বতন্ত্ৰ হিন্দু ৰাজ্য ৰূপে থাকিল।

## বখতিয়াৰ খিলিজী অসমত পৰাজিত

আজমেৰ দিল্লী আৰু কনৌজৰ ৰজাসকলৰ ৰাজ্য মুছলমানসকলৰ হস্তগত হোৱাত তাৰপৰা বঙ্গলৈ পূৱ-ভাৰতত কোনো শক্তিশালী হিন্দু ৰজা নাছিল। মুছলমানসকলৰ পথ প্ৰশস্ত আছিল। কুতুবুদ্দীনৰ এজন চৰ্দাৰ বখ্‌তিয়াৰ খিলিজীয়ে বিহাৰ আক্ৰমণ কৰিছিল। তেওঁলোক উদন্তপুৰী, নালন্দা আৰু বিক্ৰমশিলাৰ বৌদ্ধ বিদ্যালয়বোৰ জ্বলাই দিছিল। সেই ঠাইৰ বৌদ্ধ ধৰ্মৰ বজ্ৰমান শাখাৰ প্ৰচলন সৰ্বাধিক আছিল আৰু এই পন্থৰ কাৰণে বৌদ্ধসকলৰ মাজত স্বাৰ্থ, কপটতা আৰু ভোগ-বিলাসৰ প্ৰাচুৰ্য বৃদ্ধি পাইছিল। বংগৰ ৰজা লক্ষ্মণসেনে বিহাৰ তেওঁৰ ৰাজ্যৰ অংশ হোৱা স্বত্বেও তাৰ ৰক্ষা কৰাৰ কাৰণে যত্ন নকৰিলে। বখ্‌তিয়াৰে বংগ আহি পোৱাত সেই ৰাজ্যৰ অনায়াসে তেওঁৰ হস্তগত হৈছিল। তাৰ পৰা যু: ৪৩০৮ (খৃ: ১২০৬)ত তেওঁ অসম আক্ৰমণ কৰিলে। সেই সময়ত অসমৰ ৰজা কামেশ্বৰ আছিল। বখ্‌তিয়াৰে অসমক তুচ্ছ জ্ঞান কৰি অসম হৈ তিব্বত আক্ৰমণ কৰাৰ পৰিকল্পনা কৰিছিল। কিন্তু কামেশ্বৰে বখ্‌তিয়াৰক সম্পূৰ্ণ ভাৱে পৰাভূত কৰিলে। নিজৰ সকলো সা-সামগ্ৰী ত্যাগ কৰি অলপ সংখ্যক অশ্বৰোহীৰে সৈতে বখ্‌তিয়াৰ পুনৰ বংগলৈ উলটি আহিল। পূৱ-দিশত বখ্‌তিয়াৰৰ এনে দুৰ্দশা হৈছিল আৰু সিফালে পশ্চিমত সেই বছৰতে মহম্মদ ঘোৰীৰ মৃত্যু হ'ল। তেওঁৰ গৌড় ৰাজ্য খাৰিজৰ বাদছাহে হস্তগত কৰি ল'লে।

## দিল্লীত মুছলীম শাসনে খিতাপি লভিলে

যু: ৪৩০৮ (খৃ: ১২০৬)ত মহম্মদ ঘোৰীৰ মৃত্যুৰ পিছত কুতুবুদ্দীন ঐবক দিল্লীৰ চুলতান হ'ল। ইয়াৰ পিছত দিল্লী যু: ৪৯ (খৃ: অষ্টাদশ) শতিকালৈ মুছলমানৰ হাতত আছিল। পাঁচ বছৰ পিছত কুতুবুদ্দীনৰ মৃত্যু হোৱাত হিন্দুসকলে গোৱালিয়ৰ, ৰণথম্ভৰ, জালোৰ, নাগদা, মালৱা, বুন্দেলখণ্ড আদি প্ৰদেশ স্বতন্ত্ৰ হ'ল।

ৰোহিল খণ্ডত হিন্দুসকলক কাবুকৈ ৰখাৰ কাৰণে মুছলমানসকলে অনেকবাৰ যুদ্ধ কৰিব লগাত পৰিছিল যাৰ ফলত পঞ্চাছ বছৰৰ ভিতৰত ১,২০,০০০ মুছলমান সৈনিক নিহত হৈছিল। কুতুবুদ্দিনৰ গোলাম বা দাস বংশই যুঃ ৪৩৯২ (খৃঃ ১২৯০) লৈ শাসন কৰিছিল। তেওঁলোকৰ শাসন সিন্ধ, পঞ্জাব, দিল্লী, উত্তৰ প্ৰদেশ, উত্তৰ বিহাৰ আৰু উত্তৰ বংগত কিছু স্থিৰ হৈ পৰিছিল যাৰ লাভ পৰৱৰ্তী খিলিজী বংশৰ হৈছিল। দিল্লীৰ গোলাম বংশৰ পিছত খিলিজী বংশই ত্ৰিছ বছৰ (যুঃ ৪৩৯২-৪৪২২ ; খৃঃ ১২৯০-১৩২০) লৈ শাসন কৰিছিল—য'ত আলাউদ্দিনৰ শাসনকালেই সৰ্বাধিক আছিল। আলাউদ্দিনে বিশ্বাসঘাতকতা কৰি দেৱগিৰি আৰু চিতোৰ তথা গুজৰাত হস্তগত কৰি লৈছিল।

আলাউদ্দিনৰ সেনাপতি মালিক কাফুৰে দক্ষিণৰ দূৰ-দূৰণিলৈ নিজৰ বিজয় অব্যাহত ৰাখিছিল। কেৱল পাণ্ড্যৰ হাতহে পৰাজয় বৰণ কৰিছিল। হিন্দুক সমাপ্ত কৰাৰ কাৰণে আলাউদ্দিনে নানান উপায় আৰু অত্যাচাৰ কৰিছিল, কিন্তু তাৰ সফল পৰিণতি দেখা পোৱা নগ'ল। এই কথা তেওঁ কাজী মুগীচুদ্দিনৰ আগত ব্যক্ত কৰিছিল। খিলিজী বংশৰ পিছত তোগলক বংশই যুঃ ৪৪২২ ৰ পৰা ৪৫১৪ (খৃঃ ১৩২০ ৰ পৰা ১৪১২) লৈ দিল্লীত শাসন কৰিছিল। এই বংশৰ চুলতান মেহমুদে দিল্লীৰ পৰা ৰাজধানী দক্ষিণৰ দেৱগিৰিলৈ নিয়াৰ বিফল যত্ন কৰিছিল।

## পাণ্ড্য, হোয়সল, কাকতীয় আৰু যাদৱ

দক্ষিণ ভাৰতত যুঃ ৪৩ (খৃঃ দ্বাদশ) শতিকাৰ শেষৰ ফালে চালুক্য সকলৰ ৰাজ্য শক্তিহীন হৈ পৰিছিল আৰু সেই একেই অৱস্থা যুঃ ৪৪ (খৃঃ ত্ৰয়োদশ) শতিকাৰ আৰম্ভণিতে চোলসকলৰ হৈছিল। ইয়াৰ পিছত ১০০ বছৰলৈ মাদুৰায়ৰ পাণ্ড্য, দ্বাৰসমুদ্ৰৰ হোয়সল, ৱৰংগলৰ কাকতীয় আৰু দেৱগিৰিৰ যাদৱ এই চাৰিখন ৰাজ্য প্ৰতাপী হৈ

পৰিছিল। যু: ৪৪ (খৃঃ ত্ৰয়োদশ) শতিকাৰ শেষৰ ফালে দক্ষিণত মুছলমানসকলৰ যি আক্ৰমণ আৰম্ভ হৈছিল তাৰ ফলত এই চাৰিওখন ৰাজ্য ধ্বংসপ্ৰাপ্ত হৈছিল। ৰৰঙ্গল আৰু পাণ্ড্যৰ ওপৰত প্ৰথম আক্ৰমণত মুছলমানসকলৰ পৰাজয় হলেও পিছলৈ হিন্দুসকল পৰাস্ত হৈছিল। হিন্দুসকলৰ দেৱ-দেৱী, মূল্যবোধ আৰু সমাজ নষ্ট কৰাৰ কাৰণে সেইসকলক মুছলমানলৈ পৰিৱৰ্তিত কৰাৰ নানান চক্ৰান্ত কৰিছিল। অৰ্থনৈতিক দিশতো হিন্দুসকলক যাতনা দিয়া হৈছিল। সেইসকলৰ ওপৰত নানান কৰ লগোৱা হৈছিল। হিন্দুসকলে ঘোড়া ৰাখিব নোৱাৰিব, ভাল পোছাক-পৰিচ্ছেদ পিন্ধিব নোৱাৰিব, মনো-বিনোদন কৰিব নোৱাৰিব, নিজৰ ধৰ্ম প্ৰথামতে পূজা-উৎসৱ আদি কৰিব নোৱাৰাৰ নানান প্ৰতিবন্ধ মুছলমানসকলে লগাই পূৰ্ণ শক্তিৰে সেইবোৰ সফল কৰাৰ বাবে যত্ন কৰিছিল। বিশ বছৰলৈ কৰা এনে অত্যাচাৰৰ পিছলৈ প্ৰতিক্ৰিয়া হৈছিল।

## কুৰি বছৰৰ পৰতন্ত্ৰতাৰ পিছত দক্ষিণ ভাৰত মুক্ত : সাধু-সন্তৰ যত্ন

তোগলক বংশৰ মহম্মদে দিল্লীৰ পৰা দেৱগিৰিলৈ ৰাজধানী স্থানান্তৰিত কৰাৰ কাৰণে অপযশৰ ভাগী হৈছিল আৰু যু: ৪৪৩১ (খৃঃ ১৩২৯) ত তেওঁ দক্ষিণৰ পৰা দিল্লীলৈ প্ৰত্যাৱৰ্তন কৰিছিল। তেওঁ ত্যাগ কৰাৰ লগে লগে দক্ষিণ ভাৰতক মুছলমানৰ অধীনৰ পৰা মুক্ত কৰাৰ প্ৰচেষ্টা চলিল। অত্যাচাৰী মুছলমান ৰাজ্য কাৰো পছন্দৰ নাছিল। হিন্দুসকলৰ সাধু-সন্তই সমাজত হিন্দুত্বৰ ভাৱ জগোৱাত মুখ্য ভূমিকা গ্ৰহণ কৰিলে। দৰাচলতে হিন্দু সমাজৰ প্ৰাৰম্ভিক ইতিহাস সাধু-সন্ত বা ঋষি-মুনিসকলৰ দ্বাৰাই আৰম্ভ হৈছিল। সমাজৰ কল্যাণৰ হকে চিন্তা কৰা আৰু তদনুৰূপ কাম কৰাটো নিজৰ কৰ্তব্য বুলি ভবা ত্যাগমূৰ্তিৰ সাধু-সন্তসকলে সমাজৰ ওপৰত হোৱা অত্যাচাৰবোৰ দেখিছিল আৰু শান্তভাৱে নিজৰ শক্তি কামত খটুৱাইছিল। যু: ৪৩ (খৃঃ দ্বাদশ) শতিকাৰ মাজ ভাগত

বসৱেশ্বৰে চালুক্য ৰজা বিজ্জল ৰাজ্যত বীৰশৈৱ বা লিঙ্গায়ত পন্থৰ স্থাপনা কৰিলে আৰু সেই পন্থত জাতিভেদ নির্বিশেষে শিৱৰ ভক্তি-পথৰ উপদেশ দিছিল। য়ু: ৪৪ (খৃঃ ত্রয়োদশ) শতিকাৰ শেষভাগত জ্ঞানেশ্বৰে (য়ু: ৪৩৭৭-৯৮; খৃঃ ১২৭৫-৯৬) গীতাৰ টীকা মাৰাঠী ভাষাত লিখিছিল আৰু গীতাৰ বাণী সর্বসাধাৰণৰ মাজত প্রচাৰ কৰিছিল। য়ু: ৪৫ (খৃঃ চতুর্দশ) শতিকাত বিজয়নগৰ অঞ্চলত বিদ্যাৰণ্যস্বামীৰ দ্বাৰাও বৈদিক ধর্মৰ প্রচাৰ কার্য সংঘটিত হৈছিল। মুছলমানলৈ ধর্মান্তৰিত হোৱা হিন্দুসকলক পুনৰ তেওঁলোকে হিন্দু কৰি লৈছিল।

হিন্দু ধর্ম হৈছে মানৱ ধর্ম। পৰমেশ্বৰ প্রাপ্তিৰ সকলো পথ, সকলো উপাসনা পদ্ধতি, সকলো ধর্ম সাধনাই হৈছে সজ; মুক্তিৰ পথ নিজৰ পছন্দ অনুসাৰে নির্বাচিত কৰিবলৈ সকলো স্বতন্ত্র, এয়ে হৈছে ভাৰতীয় সংস্কৃতিৰ শিক্ষা। মুছলমান পন্থৰ সন্ত আৰু শাসকসকলে অমুছলমানসকলক হীন বুলি ভাবি জোৰ-জুলুম কৰা বা অন্যায় কৰাটো হিন্দু সংস্কৃতিৰ বিৰুদ্ধাচৰণ আৰু মানৱ জাতিৰ বাবে হানি-কাৰক বুলি ভাবি অসহিষ্ণু মুছলিম পন্থৰ প্রচাৰ ভাৰতত যাতে নাবাঢ়ে তাৰ বাবে হিন্দুৰ সাধু-সন্তসকলে হিন্দুৰ বিবিধ পন্থাৰ মাজেৰে প্রচাৰ কৰিছিল।

## শাস্ত্রার্থক শস্ত্রবলৰ সাহায্য : মুচনুৰিনায়ক

হিন্দু সন্তসকলৰ শাস্ত্রার্থৰ যত্নৰ লগতে হিন্দু শাসকসকলে দক্ষিণ ভাৰতত মুছলমানৰ ৰাজ্য যাতে নিটিকে তাৰ বাবে শস্ত্রবলেৰে চেষ্টা চলাইছিল। অন্ধ্র প্রদেশৰ মুচনুৰিনায়ক প্রোলয় আৰু কাপয়ে অনেক নায়কৰ সংগঠন কৰাৰ যত্ন কৰিছিল। পয়সত্তৰ জন নায়কে প্রলয়ক নিজৰ নেতা নির্বাচিত কৰি লৈছিল। য়ু: ৪৪৩৩ (খৃঃ ১৩৩১)ত অর্থাৎ মহম্মদ বিন তোগলকে দিল্লীলৈ প্রত্যাবর্তন কৰাৰ কেৱল দুবছৰৰ ভিতৰতে উৰিষ্যাৰ মহানদীৰ পৰা মাদ্রাজৰ কাবৰ নেলোৰ জিলাৰ

তুঙ্গভদ্ৰা নদীলৈ ভূ-খণ্ড মুছলমান শাসনৰ পৰা মুক্ত হৈছিল। অৰবিডু বংশৰ সোমদেৱে সাতটা দুৰ্গ অৰ্থাৎ আনোগোণ্ড, বাক্ষুৰ, মুদগল আদি কম্পিলিৰ চুবেদাৰ মালিক নায়ব মহম্মদৰ হাতৰ পৰা উদ্ধাৰ কৰিছিল। যেতিয়া মালিকে সোমদেৱক আক্ৰমণ কৰিছিল তেতিয়া অদ্দাঙ্কীৰ অনাভেমাৰেড্ডী আৰু ভালেকেইজন হিন্দু ৰজাই সোমদেৱক সাহায্য দি মালিকক পৰাস্ত কৰিছিল। মালিকে সোম-দেৱৰ ওচৰত ক্ষমা বিচাৰিলে আৰু দক্ষিণ এৰি যোৱাৰ প্ৰতিশ্ৰুতি দিলে। তেওঁ দিল্লীলৈ সংবাদ পঠিয়ালে যে, "দক্ষিণৰ সকলো হিন্দু জাগিছে আৰু সংগঠিত হৈ বিৰুদ্ধাচৰণ কৰিছে। অতি সোনকালে এজন হিন্দু সেনাপতি পঠিয়াওক।" এই সংবাদ প্ৰেৰণ কৰি তেওঁ দক্ষিণ-ভাৰত ত্যাগ কৰিলে।

## বিজয়নগৰ সাম্ৰাজ্য

মহম্মদ বিন তোগলকে যেতিয়া কম্পিলী আক্ৰমণ কৰি হস্তগত কৰিছিল সেই সময়ত তাৰ কেবাজনো নায়কক বন্দী কৰি দিল্লীলৈ লৈ গৈছিল। সেইসকলৰ ভিতৰত থকা হৰিহৰ আৰু বুক্ক আছিল কম্পিলিৰ পূৰ্বৰ ৰজা কুমাৰ ৰামৰ আত্মীয়। তেওঁলোক দুজনক কাৰাবাসৰ পৰা মুক্ত কৰি মুছলমানলৈ ধৰ্মান্তৰিত কৰা হ'ল আৰু লগতে ৰাজনিষ্ঠাৰ প্ৰতি শপত খুওৱা হ'ল। দুয়োজনকে চুলতানে নিজৰ চৰ্দাৰ কৰি কম্পিলিলৈ পঠিয়ালে। দক্ষিণত উপস্থিত হৈ যেতিয়া তেওঁলোকে তাৰ হিন্দু জাগৰণ দেখিলে, হিন্দুসকলৰ সংগঠন দেখিলে, সেইসকলৰ আত্মবিশ্বাস দেখিলে তেতিয়া তেওঁলোকৰ মনত প্ৰশ্ন জাগিল যে তেওঁলোকে কিয় মুছলমান হৈ থাকিব। স্বামী বিদ্যাৰণ্যাৰে দুয়োৰে সাক্ষাৎ হ'ল আৰু দুয়ো পুনৰ হিন্দু হ'ল। দুয়ো সুনিপুণ আছিল; দুয়োৰে তিনিজন ভায়েক আৰু অনেক বন্ধু-বান্ধৱ আছিল। সকলোৱে একগোট হৈ বিদ্যাৰণ্য স্বামীৰ সাহায্যত হিন্দু সমাজ আৰু সংস্কৃতিৰ ৰক্ষাৰ্থে বিজয়নগৰ সাম্ৰাজ্যৰ ভেটি স্থাপন কৰিলে। তেওঁলোকে

দাভি-কাবেৰীয়া ৰাজ্যবোৰ হস্তগত কৰিলে আৰু তুঙ্গভদ্ৰা নদীৰ কাষত বিজয়নগৰ নামৰ সুৰক্ষিত ৰাজধানী নিৰ্মাণ কৰিলে। এই ৰাজধানীত ককায়েক হৰিহৰৰ (যুঃ ৪৪৩৮; খৃঃ ১৩৩৬) ৰাজ্যাভিষেক হ'ল।

বিজয়নগৰত যেতিয়া হৰিহৰ আৰু বুক্কৰ ৰাজ্য-নিৰ্মাণৰ কাম চলি আছিল, সেই সময়ত প্ৰলয়ৰ পিছত হোৱা সংগঠনৰ নেতা কাপয় নায়কে বৰংগল মুক্ত কৰিলে আৰু তোণ্ডঈমণ্ডলম্ মুক্ত কৰি তাত পূৰ্বৰ শাম্ভুৱ বংশীয় ৰজাক প্ৰতিষ্ঠা কৰিলে। সেইজন ৰজাৰ ওপৰত প্ৰজাৰ বিশ্বাস থকা বাবে হিন্দু সংগঠন সুদৃঢ় হৈ পৰিছিল। হোয়সল ৰজালে নিজৰ ৰাজ্যৰ বিস্তাৰ কৰিছিল। পীঠাপুৰম্, কোণ্ডবীড়ু, ৰাজকোণ্ডা আদি আন ৰাজ্যবোৰো স্বতন্ত্ৰ হ'ল আৰু তেওঁলোকে নিজ নিজ ৰাজ্যৰ বিস্তাৰ সাধন কৰিছিল। সম্পূৰ্ণ দক্ষিণ ভাৰতত দেৱগিৰি আৰু মাতুৰাইৰ কাষৰ এখন সৰু ঠাইৰ বাহিৰে ক'তো মুছলিম ৰাজ্য নাছিল। দক্ষিণত অসংখ্য হিন্দু ৰাজ্য হ'ল, অৱশ্যে কিছুমান অতি ক্ষুদ্ৰ আছিল। এই সকলোবোৰ একত্ৰ কৰি এখন শক্তিশালী হিন্দু ৰাজ্য গঠন কৰিব পাৰিলে মুছলমানে আক্ৰমণ কৰিবলৈ দহবাৰ ভাবিব লাগিব বুলি চিন্তা কৰি হৰিহৰ আৰু বুক্কই প্ৰচেষ্টা আৰম্ভ কৰিলে। ফলস্বৰূপে দক্ষিণৰ, পূৱসমুদ্ৰৰ পৰা পশ্চিম সমুদ্ৰৰ পাৰলৈ সমগ্ৰ অঞ্চল স্বাধীন হৈ পৰিল। ইয়াৰ পিছত তেওঁলোকে যুঃ ৪৪৪৮ (খৃঃ ১৩৪৬)ত শৃঙ্গেৰীত প্ৰমুখ বীৰসকলৰ সৈতে ঋষিতুল্য বিদ্যাৰণ্যৰ উপস্থিতিত এক বিজয়োৎসৱ পালন কৰিলে।

## গুলবাৰ্গত বাহমণী ৰাজ্য

মুছলমানৰ দক্ষিণ আক্ৰমণৰ সময়ত কিছুমান সুনিপুণ মুছলমান দক্ষিণলৈ গৈছিল। হিন্দু দেশৰ পৰিস্থিতি আৰু হিন্দুসকলৰ স্বভাৱ তেওঁলোকে ভালদৰে উপলব্ধি কৰিব পাৰিছিল। যুঃ ৩৮ (খৃঃ সপ্তম) শতিকাত মুছলমানে ইউৰোপ জয় কৰাৰ পিছত তাৰ খৃষ্টানসকলে যিদৰে মুছলমানসকলক হত্যা কৰিছিল আৰু ইউৰোপৰ পৰা বাজ

কৰি দিছিল তেনে আচৰণ হিন্দুসকলৰ নাছিল। সৰ্ব্বত্ৰত পৰমেশ্বৰ বিৰাজমান বুলি বিশ্বাস কৰি হিন্দুসকলে সকলো মানৱকে নিজৰ ভাতৃৰ দৰে জ্ঞান কৰিছিল। অনেক শতিকাৰ পৰাই এজন ৰজা বা ৰাজবংশ সলনি হ'লে স্থানাপন্ন হোৱা ৰজা বা ৰাজবংশ হিন্দুৰেই হৈছিল। এই নতুন ৰজাজমে প্ৰজাৰ সামাজিক, অৰ্থনৈতিক বা ধৰ্মীয় বিচাৰধাৰাৰ কোনো পৰিৱৰ্তন নাসাধিছিল নাইবা অত্যাচাৰ নকৰিছিল। এনে দীৰ্ঘ পৰম্পৰাৰ কাৰণে হিন্দু সমাজত ৰজাৰ বিষয়ে 'যিয়েই ৰজা হওক কি হানি' ধাৰণা বদ্ধমূল হৈ পৰিছিল। নিজৰ অত্যাচাৰী ৰজাৰ ক্ষেত্ৰতো তেওঁক শুধৰাবৰ বাবে কিছু সময় দিয়া হৈছিল আৰু যদি তথাপি শুধৰণি নহয় তেনেহ'লে তেওঁক অপদস্থ কৰা হৈছিল। কিন্তু যি কোনো কাৰণতেই নহওক বিদেশী মুছলমান আক্ৰমণকাৰীসকলে হিন্দুৰ সকলো ধৰ্ম আৰু সামাজিক প্ৰথা বিনষ্ট কৰাৰ প্ৰচেষ্টা চলোৱা কথা নুবুজি সেই সময়ৰ হিন্দু নেতাসকলে মাৰাত্মক ভুল কৰিছিল। সমগ্ৰ দেশতে হোৱা হিন্দুসকলৰ এই ভুলৰ সুযোগ গ্ৰহণ কৰি অসংখ্য মুছলমানে ভাৰতৰ ভিন ভিন ভাগত নিজৰ ৰাজ্য স্থাপন কৰিছিল। দিল্লীৰ চুলতান শক্তিহীন হ'লে যিদৰে হিন্দুসকলৰ স্বতন্ত্ৰ ৰাজ্য সৃষ্টি হৈছিল সেইদৰে ঠাই বিশেষে মুছলমান-সকলো স্বতন্ত্ৰৰীয়া হৈ পৰিছিল। বিজয়নগৰ ৰাজ্য স্থাপন হোৱাৰ কেইবছৰমান পিছতে হাছান গঙ্গু বাহমনী নামৰ এজন পৰাক্ৰমী বিদেশী মুছলমানে যুঃ ৪৪৪৯ (খৃঃ ১৩৪৩) ত দক্ষিণৰ গুলবাৰ্গত এখন মুছলমান ৰাজ্য স্থাপন কৰিলে। বিজয়নগৰৰ হিন্দু ৰাজ্যৰ লগত প্ৰতিদ্বন্দ্বিতা আৰু ঈৰ্ষা কৰা এইখন এখন ডাঙৰ ৰাজ্য গঢ় লৈ উঠিল। যুঃ ৪৬০০ (খৃঃ ১৫০০) ৰ আশে-পাশে এইখন ৰাজ্য পাঁচখণ্ড হৈ পাঁচখন মুছলমান ৰাজ্যৰ সৃষ্টি হ'ল : বেৰৰৰ ইমানশাহী, আহ্মদ নগৰৰ নিজাম শাহী, বিজাপুৰৰ আদিল শাহী, গোলকোণ্ডাৰ কুতুব শাহী আৰু বিদাৰৰ বাৰীদ শাহী।

হিন্দু সমাজৰ ৰক্ষাৰ কাৰণে স্থাপিত বিজয়নগৰ ৰাজ্য আৰু

বাহমনীৰ মুছলমান সকলৰ ভিতৰত অনবৰত সংঘৰ্ষ চলিছিল। কেতিয়াবা ইপক্ষৰ আৰু কেতিয়াবা সিপক্ষৰ জয়লাভ হৈছিল। যেতিয়া মুছলমানসকলে বিজয় লাভ কৰা কঠিন হৈছিল তেওঁলোকে হিন্দু-সকলৰ মনত আঘাত দিবলৈ নিৰপৰাধ প্ৰজাসকলক অত্যাচাৰ বা হত্যা কৰিছিল। অমুছলমানক হত্যা কৰাটো তেওঁলোকে ইছলামৰ সিদ্ধান্ত মতে পুণ্যৰ কাম বুলি বিবেচনা কৰিছিল।

যু: ৪৪৬৮ (খৃ: ১৩৬৬) ত বিজয়নগৰৰ ৰাজধানী ঘেৰাও কৰি যেতিয়া বাহমনীৰ চুলতান মহম্মদে বুজি পালে যে বিজয় লাভ সম্ভৱ নহয় তেতিয়া তেওঁ চাৰি লাখ হিন্দুক বধ কৰিলে। যু: ৪৫৪৫ (খৃ: ১৪৪৩) ৰ যুদ্ধত বিজয়নগৰৰ দেৱৰায় জয় হোৱাত দুজন মুছল-মান সেনাপতি বন্দী হ'ল। তেতিয়া বাহমনী ৰাজ্যৰ চুলতান আলাউদ্দিনে সেই দুজন সেনাপতিক মুক্ত নকৰিলে দুই লাখ হিন্দু বধ কৰাৰ ধমকনি দিয়াত দেৱৰায়ে দুয়োজনাক এৰি দিলে।

বিজয়নগৰৰ ৰজা কৃষ্ণদেৱ ৰায় (যু: ৪৬১১-৩১ ; খৃ: ১৫০৯-২৯) ৰ ৰাজত্বকালত পাঁচো গৰাকী বাহমনী চুলতানে মূৰ দাঙিব পৰা নাছিল। বিজয়নগৰৰ প্ৰতাপী ৰজা আৰু ভাৰতৰ ইতিহাসৰ এগৰাকী প্ৰসিদ্ধ ৰজা কৃষ্ণদেৱৰায় এজন মহান যোদ্ধা আছিল আৰু তেওঁৰ ৰাজত্বকালত হোৱা প্ৰতিখন যুদ্ধতে জয়লাভ কৰিছিল। কৃষ্ণদেৱৰায়ৰ এনে বিজয় অভিযানৰ ফলত উত্তৰৰ ফালে থকা শত্ৰু বশ হৈ আছিল আৰু ৰাজ্যৰ বিস্তাৰ পশ্চিমে দক্ষিণ কোঙ্কণলৈ, পূবে—বিশাখাপট্টনমলৈ আৰু দক্ষিণে উপকূল অঞ্চললৈ হোৱাৰ উপৰি ভাৰত মহাসাগৰৰ কিছুমান দ্বীপতো আধিপত্য হৈছিল। বিজয়নগৰ সাম্ৰাজ্যৰ কৃষ্ণদেৱৰায়ৰ শাসনকাল হৈছে এক সোণালী অধ্যায়।

## উৰিষ্যাত ৩৭৫ বছৰলৈ আৰু অসমত মুছলমানৰ চিৰ পৰাজয়

ভাৰতবৰ্ষৰ দক্ষিণ-পূবত অৱস্থিত উৰিষ্যাত মুছলমানে পোনতে চাৰি শ বছৰলৈকে বিজয় লাভ কৰিব পৰা নাছিল। উৰিষ্যাৰ প্ৰাচীন

ইতিহাস অতি গৌৰৱপূৰ্ণ। পুৰীৰ জগন্নাথ দেৱালয় শ শ বছৰ পুৰণি। উৰিষ্যাৰ দক্ষিণ-পূৱৰ শৈলেন্দ্ৰ ৰজাসকলৰ লগত অতি ঘনিষ্ঠ সম্বন্ধ আছিল। বখ্‌তিয়াৰ খিলিজীয়ে যু: ৪৩০৭ (খৃ: ১২০৫) ত উৰিষ্যা আক্ৰমণ কৰিবলৈ মহম্মদ-ঈ-শেৰাণক পঠিয়াইছিল। তেওঁ সেনা লৈ ওলাল যদিও উৰিষ্যাৰ সেনাৰ সৈতে যুদ্ধ কৰিবলৈ সাহস কৰিব নোৱাৰিলে। যু: ৪৩০৮ (খৃ: ১২০৬) ত বখ্‌তিয়াৰৰ বধ হোৱাত তেওঁ উভতি আহিল। যু: ৪৩২২ (খৃ: ১২২০) ত বঙ্গৰ চুলতান গিয়াচুদ্দিনে উৰিষ্যা আক্ৰমণ কৰিলে। তেওঁ পৰাস্ত হ'ল। যু: ৪৩৪৫ (খৃ: ১২৪৩) ত উৰিষ্যাৰ ৰজা নৰসিংহদেৱে বঙ্গ আক্ৰমণ কৰাত বঙ্গৰ চুলতান তুঘানখান পলাই গ'ল। যু: ৪৩৪৬ ত আৰু ৪৩৫৯ (খৃ: ১২৪৪ আৰু ১২৫৭) ত এইদৰে দুবাৰ বঙ্গৰ চুলতানক আক্ৰমণ কৰি নৰসিংহদেৱে গৌড়, মিদনাপুৰ, হাৱড়া আৰু হুগলী হস্তগত কৰিলে। যু: ৪৩৯৭ (খৃ: ১২৯৫) ত দ্বিতীয় নৰসিংহদেৱে বংগৰ আৰু কিছু অংশ দখল কৰে। উৰিষ্যাৰ গঙ্গ বংশৰ ৰজাৰ ৰাজ্য দক্ষিণে গোদাবৰী নদীৰ তীৰ পালে। ৰাজমহেন্দ্ৰীত এবাৰ মহম্মদ তোগলকে হঠাতে লুটপাত আৰম্ভ কৰিলে আৰু উৰিষ্যাৰ সেনা আহি পোৱাৰ আগতে ভাগি গ'ল।

যু: ৪৪২৬ (খৃ: ১৩২৪) ত বংগৰ চুলতানে উৰিষ্যা আক্ৰমণ কৰি পৰাস্ত হৈছিল। যু: ৪৪৬৩ (খৃ: ১৩৬১) ত দিল্লীৰ চুলতান ফিৰোজ তোগলকে উৰিষ্যা আক্ৰমণ কৰাত ৰজা ভানুদেৱ পলাই গ'ল। ফিৰোজে পুৰীলৈ গৈ জগন্নাথৰ মন্দিৰ ধ্বংস কৰিলে কিন্তু তেতিয়াও উৰিষ্যা প্ৰদেশ হিন্দুৰ অধীনত আছিল। তেতিয়াৰ পৰা ৪৬০২ (খৃ: ১৫০০) লৈ মুছলমানসকলে উৰিষ্যা আক্ৰমণ কৰা নাছিল। যু: ৪৬০২ (খৃ: ১৫০০) ত বংগৰ আলাউদ্দিন হুছেইনে যেতিয়া আক্ৰমণ কৰিলে তেতিয়া তেওঁক প্ৰতাপ ৰায় গজপতিয়ে পৰাস্ত কৰিলে। দক্ষিণৰ গোলকোণ্ডাত চুলতানৰ যু: ৪৬২৮ (খৃ: ১৫২৬)ত

প্ৰতাপৰুদ্ৰ গজপতিৰ লগত হোৱা যুদ্ধত সন্ধি হৈ গোদাৱৰী নদীক দুয়ো পক্ষৰে সীমা নিৰ্দ্ধাৰণ কৰা হয়।

মুছলমানসকলৰ ওপৰত হোৱা উৰিষ্যাৰ বিজয় পৰম্পৰা হিন্দু-সকলৰ মাজত হোৱা পাৰম্পৰিক কলহৰ কাৰণে খণ্ডিত হৈ পৰিল। বঙ্গৰ চুলতানে যুঃ ৪৬৬৯ (খৃঃ ১৫৬৭)ত উৰিষ্যা আক্ৰমণ কৰিলে। সেই সময়ত ৰজা মুকুন্দদেৱক সাহায্য কৰাৰ সলনি সাৰঙ্গড়ৰ ৰজা ৰামচন্দ্ৰ ভঞ্জে মুকুন্দদেৱক বিশ্বাসঘাটকতা কৰিলে। ফলত ৰামচন্দ্ৰ ভঞ্জ আৰু মুকুন্দদেৱৰ মাজত যুদ্ধ হ'ল। যুদ্ধত মুকুন্দদেৱ নিহত হ'ল আৰু উৰিষ্যা প্ৰদেশ মুছলমানৰ হস্তগত হ'ল। যুঃ ৪৬৯৪ (খৃঃ ১৫৯২)ত দিল্লীৰ চুলতান আকবৰে ইয়াক নিজৰ অধীনলৈ আনিলে।

অসমে মুছলমানসকলৰ আক্ৰমণ প্ৰতিবাৰে প্ৰতিৰোধ কৰাৰ গৌৰৱময় পৰম্পৰা অক্ষুণ্ণ ৰাখিবলৈ সমৰ্থ হৈছিল। বখ্‌তিয়াৰ খিলিজীৰ পিছত অসমৰ ওপৰত যুঃ ৪৩২৯, ৪৩৫৯, ৪৪৩৯, ৪৫০০, ৪৬২৯, ৪৬৩৩, ৪৬৩৯ (খৃঃ ১২২৭, ১২৫৭, ১৩৩৭, ১৪৯৮, ১৫২৭, ১৫৩১, ১৫৩৭)ত হোৱা একাধিক মুছলমান আক্ৰমণ অসমীয়া বীৰে প্ৰতিহত কৰি অসমৰ স্বাধীনতা অক্ষুণ্ণ ৰাখিবলৈ সমৰ্থ হৈছিল।

## ১৪০ বছৰলৈ দিল্লীৰ চুলতান শক্তিহীন

দিল্লীত ফিৰোজ তোগলকৰ পিছৰে (যুঃ ৪৪৯০; খৃঃ ১৩৮৮) পৰা মোগল ৰাজ্য বাবৰে দিল্লীত যুঃ ৪৬২৯ (খৃঃ ১৫২৭)ত স্থাপিত কৰালৈকে মাজৰ ১৪০ বছৰ দিল্লীৰ চুলতান শক্তিহীন আছিল। তাত তোগলক বংশই যুঃ ৪৫১৪ (খৃঃ ১৪১২) লৈ শাসন কৰিছিল। ইয়াৰ পিছত চৈয়দ বংশই যুঃ ৪৫৫৩ (খৃঃ ১৪৫১) লৈ আৰু লোডী বংশই যুঃ ৪৬২৮ (খৃঃ ১৫২৬) লৈ ৰাজত্ব কৰিছিল। এই সময়ত দিল্লীৰ ৰাজ্য বৰ সৰু অৰ্থাৎ দিল্লীৰ আশে-পাশে থকা প্ৰদেশলৈহে সীমিত আছিল। অন্য ঠাইৰ ৰাজ্যবোৰ স্বাধীন হৈ পৰিছিল। উত্তৰ ভাৰতত

মেৱাবক এৰি অন্য অৰ্থাৎ কাশ্মীৰ, পঞ্জাব, সিন্ধু, মালৱা, গুজৰাট, জৌনপুৰ আৰু বংগদেশ মুছলমানসকলৰ আছিল। এইবোৰৰ ভিতৰত অধিকসংখ্যক ৰাজ্য মোগল বংশৰ আকবৰৰ সময়লৈ স্বতন্ত্ৰ আছিল।

## চিতোৰৰ ৰাণা

চিতোৰ আৰু উদয়পুৰৰ দাঁতি-কাষৰীয়া প্ৰদেশক মেৱাৰ বুলি কোৱা হয়। আলাউদ্দিন খিলিজীয়ে বিশ্বাসঘাতকতা কৰি যুঃ ৪৪০৫ (খৃঃ ১৩০৩) ত চিতোড় জয় কৰিছিল, কিন্তু ই কেৱল ১৫ বছৰলৈ মুছলমানৰ অধীন আছিল। ৰাণা হমীৰে চিতোৰ মুক্ত কৰিছিল। ৰাণা হমীৰ, ৰাণা লাখা, ৰাণা কুম্ভা আৰু ৰাণা সাঙ্গা হৈছে মেৱাৰৰ ৰাজবংশৰ বিশেষ প্ৰসিদ্ধ ৰাণা। পিছলৈ এই বংশতে আকবৰৰ সময়ত ৰাণা প্ৰতাপ আৰু ঔৰঙ্গজেবৰ সময়ত ৰাণা ৰাজসিংহ হৈছিল। ৰাণা কুম্ভাই (যুঃ ৪৫৩৫—৭০ ; (খৃঃ ১৪৩৩ –৬৮) গুজৰাট আৰু মালৱাৰ চুলতানক অনেকবাৰ পৰাস্ত কৰিছিল। যুঃ ৪৫৪২ (খৃঃ ১৪৪০) ত মালৱাৰ চুলতানক পৰাস্ত কৰাৰ পিছত তেওঁ চিতোড়ত এক বিজয় স্তম্ভ নিৰ্মাণ কৰিছিল। ৰাণা সাংগা (যুঃ ৪৬১১-২৯ ; খৃঃ ১৫০৯-২৭) অধিক প্ৰসিদ্ধ আছিল। মালৱা আৰু গুজৰাটৰ চুলতানকো তেওঁ পৰাজিত কৰিছিল। এওঁ ১০০ খন যুদ্ধ কৰিছিল। যুদ্ধত এওঁৰ এখন হাত, এখন ভৰি আৰু এটা চকু নষ্ট হৈছিল। সমগ্ৰ উত্তৰ ভাৰততে ৰাণা সাঙ্গাৰ প্ৰভুত্ব আছিল। তেওঁ দিল্লীয়ো হস্তগত কৰিবলৈ বিচাৰিছিল। যেতিয়া দিল্লীত লোডী আৰু মোগল বংশৰ বাবৰৰ মাজত যুঃ ৪৬২৮ (খৃঃ ১৫২৬) ত যুদ্ধ হৈছিল আৰু বাবৰ বিজয়ী হৈছিল, তেতিয়া অন্য মোগল আক্ৰামকৰ দৰে বাবৰেও ভাৰত এৰি গুচি যাব বুলি ৰাণা সাঙ্গাই ভাবিছিল। কিন্তু যেতিয়া বাবৰে ভাৰতত থকাৰ সিদ্ধান্ত ল'লে তেতিয়া ৰাণাই বাবৰক আক্ৰমণ কৰিলে। যুঃ ৪৬২৯ (খৃঃ ১৫২৭) ত কনৱাহৰ ভূমিত যুদ্ধ হৈছিল। কিছুমান কাৰণৰ কাৰণে ৰাণা পৰাজিত হ'ল আৰু তাৰ এবছৰ পিছত তেওঁ স্বৰ্গী হ'ল।

## ৰাণা প্ৰতাপ

বাবৰে চাৰি বছৰৰ ভিতৰতেই উত্তৰৰ মুছলমান ৰজাসকলক পৰাজিত কৰি উত্তৰ বিহাৰলৈ ৰাজ্য বিস্তাৰ কৰিলে। অযোধ্যাৰ শ্ৰীৰাম মন্দিৰ ধ্বংস কৰি তেওঁ সেই স্থানত মছজিদ নিৰ্মাণ কৰিলে। বাবৰৰ মোগল বংশত আকবৰ, ছাজাহান আৰু ঔৰঙ্গজেব অতি পৰাক্ৰমী আছিল। আকবৰে যুঃ ৪৬৫৮-৪৭০৭ (খ্ৰীঃ ১৫৫৬-১৬০৫) ত উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, গুজৰাট, খানদেশ আৰু আহমেদ নগৰৰ বাহমনী এই মুছলিম ৰাজ্যবোৰ জয় কৰিলে। আৰম্ভণিতে মেৱাৰত তেওঁৰ পৰাজয় হৈছিল।

মেৱাৰত সেইসময়ত ৰাণা প্ৰতাপ সিংহ আছিল। ৰাজপুতসকলৰ শৌৰ্যেৰে শক্তিমান মেৱাৰ প্ৰতিৰক্ষাৰ দৃষ্টিৰেও অতি সুৰক্ষিত আছিল। বাবৰে উত্তৰ ভাৰতত বিজয়ৰ পতাকা উৰুওৱা সময়তো মেৱাৰে বিদেশীৰ বশ্যতা স্বীকাৰ কৰা নাছিল। অৱশ্যে ৰাণা প্ৰতাপৰ দেউতাক উদয় সিংহ পলোৱাত আৰু জয়মল তথা পট্টাৰ বীৰ ৰণত পৰাত চিতোৰ ধ্বংস হৈছিল। ফলত আন যিসকল ৰাজপুতে আকবৰৰ বশ্যতা স্বীকাৰ কৰা নাছিল, তেওঁলোকেও বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। কিন্তু প্ৰতাপে কোনো দিনে মোগলৰ বশ্যতা স্বীকাৰ কৰা নাছিল। এজন প্ৰকৃত দেশপ্ৰেমিক স্বৰূপে তেওঁ আক্ৰামকসকলক প্ৰাণটাকি বাধা দিছিল। নিজৰ ৰাজধানী নোহোৱাকৈ আৰু অতি কম উৎস হোৱা স্বত্বেও তেওঁ মোগলৰ সংগঠিত শক্তিৰ বিৰুদ্ধে যেনেদৰে যুঁজ দিছিল সেয়া মনকৰিবলগীয়া। নিজৰ আত্মীয়সকলৰ অনুগত সৈনিকেৰে বাহিনী গঢ়া এই ৰাষ্ট্ৰীয় বীৰজনক কোনো বাধাই প্ৰতিহত কৰিব পৰা নাছিল। ফলত যুঃ ৪৬৭৮ (খ্ৰীঃ এপ্ৰিল, ১৫৭৬) ত হালদী-ঘাটীৰ ৰণতো তেওঁ কোনোপধ্যে নতি স্বীকাৰ কৰা নাছিল। প্ৰতাপে যুদ্ধত পৰাজিত হৈছিল যদিও নিজৰ জীৱন ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ-অদমনীয় সাহস আৰু শক্তিৰে যুঁজি ভালেমান অঞ্চল উদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল। যুঃ ৪৬৯৯ (খ্ৰীঃ জানুৱাৰী, ১৫৯৭) ত

বীৰগতি লাভ কৰা ৫৭ বছৰীয়া প্ৰতাপৰ মনত ইয়ে সন্তোষ প্ৰদান কৰিছিল। ভাৰতীয় ইতিহাসৰ বাবে প্ৰতাপ হৈছে এক অদম্য প্ৰেৰণাৰ প্ৰতীক। ৰাজপুতসকলে অনেক বিচক্ষণ সেনাপতি আৰু ৰাজনেতা যে লাভ কৰিছে তাত কোনো সন্দেহ নাই, কিন্তু ৰাণা প্ৰতাপৰ দৰে বীৰ আৰু দেশপ্ৰেমিকৰ উদাহৰণ বিৰল।

## বিজয়নগৰৰ হিন্দু সাম্ৰাজ্যৰ পতন

যুঃ ৪৬৬৭ (খৃঃ ১৫৬৫) ত দক্ষিণৰ মুছলমান চুলতানসকলে সংগঠিত হৈ বিজয়নগৰ আক্ৰমণ কৰিছিল। সেই সময়ত তাত ৰজা ৰামৰায়ৰ অধীনত এক বিশাল সুসজ্জিত সেনা আছিল। বিজয়নগৰৰ সেনা-বাহিনীত কিছু বছৰৰ পৰা মুছলমান সেনা ভৰ্তি কৰা হৈছিল। ৰামৰায়ে নিজৰ সেনাবাহিনীৰ লগত যুদ্ধ কৰাৰ নিমিত্তে তালিকোটৰ সমৰ ক্ষেত্ৰত উপস্থিত হ'ল। ৰজা আৰু তেওঁৰ প্ৰজাসকলেও যুদ্ধত জয়ী হ'ব বুলি বিশ্বাস কৰিছিল। সেই সময়ত তেওঁৰ সেনাত প্ৰায় ৭০-৮০ হেজাৰমান মুছলমান আছিল। ব্যূহ ৰচনা কৰি যুদ্ধ আৰম্ভ কৰাৰ সময়তেই তেওঁৰ মুছলমান সেনাপতি আৰু সৈনিকসকলে বিদ্ৰোহ কৰিলে। সেইসকলে শত্ৰুসেনাৰ লগত লগ হৈ পথ-প্ৰদৰ্শন কৰি হিন্দু সেনাৰ ওপৰত আক্ৰমণ কৰিলে। ফলত এদিনাখনতে যুদ্ধৰ নিৰ্ণয় হ'ল আৰু বিজয়নগৰৰ চৰম পৰাজয় হ'ল। বিজয়নগৰ এক সমৃদ্ধিশালী ৰাজধানী আছিল। তাত এনে পৰাজয়ৰ কোনেও এনে কল্পনা কৰা নাছিল। শত্ৰুসেনাই সেই ৰাজধানীখনত লুটপাট কৰিছিল আৰু জ্বলাই দিছিল। ইমান ক্ষতি হৈছিল যে পুনৰ ৰাজধানী গঢ়ি উঠা সম্ভৱ নহ'ল। এখন শক্তিশালী হিন্দু সাম্ৰাজ্য নিশকতীয়া হৈ পৰিল।

যি সাৱধানতাৰে মুছলমানসকলক সেনাত ভৰ্তি কৰোৱাৰ আৱশ্যকতা আছিল তেনে সাৱধানতা সম্ভৱতঃ ৰামৰায়ে পালন কৰা নাছিল। হিন্দু ৰজাৰ সেনাত মুছলমান আৰু মুছলিম ৰজাৰ সেনা-বাহিনীত

হিন্দু সেনা অনেক ঠাইতে আছিল। কোন আৰু কিমান মুছলমান সেনাত ৰখা প্ৰয়োজন সেই বিষয়ে শিৱাজী সাৱধান আছিল। হিন্দু-সকলৰ ওপৰৰ পৰা জাজিয়া কৰ উঠাই দিওঁতা আকবৰেও হিন্দু সৈনিকৰ ভৰ্তিত সাৱধানতা অবলম্বন কৰিছিল। তেওঁৰ অশ্বাৰোহী সেনাত ৪১৫ জনৰ ভিতৰত মাত্ৰ ৫১ জনহে হিন্দু আছিল। মহম্মদ গজনীৰ সেনাতো সেৱন্দৰায়, সুন্দ আৰু তিলকহে হিন্দু সেনাপতি আছিল। মূৰ্তিভঞ্জকৰ সেনাত হিন্দু থকা কেৱল উচিতেই নহয় ই ৰাষ্ট্ৰদ্ৰোহী কাৰ্য যদিও ইংৰাজসকলৰ সময়লৈকে ই অপৰিৱৰ্তিত আছিল।

পৰম শক্তিশালী হিন্দু ৰাজ্য আকবৰৰ যত্নৰ অবিহনে নষ্ট হোৱাটো তেওঁৰ বাবে আছিল সৌভাগ্যৰ কথা। বাহমনী চুলতান-সকলৰ যত্নত যু: ৪৬৬৭ (খৃ: ১৫৬৫) ত বিজয়নগৰ শক্তিহীন হৈছিল আৰু পিছলৈ আকবৰে আহমেদ নগৰৰ বাহমনী ৰাজ্য হস্তগত কৰিছিল। যু: ৪৬৭০ (খৃ: ১৫৬৮) ত উৰিষ্যাত হিন্দুসকলৰ পাৰস্পৰিক সংঘৰ্ষৰ কাৰণে হিন্দু ৰাজ্য নষ্ট হ'ল আৰু যু: ৪৬৯৪ (খৃ: ১৫৯২)ত আকবৰে উৰিষ্যা অধিকাৰ কৰিলে। অসমক আক্ৰমণ কৰাৰ যত্নই তেওঁ নকৰিলে বৰং অসমৰ পৰা সাহায্যহে বিচাৰিলে।

## আকবৰ আৰু অসমৰ নৰনাৰায়ণে লগ হৈ বংগৰ মুছলিম ৰাজ্য ভাগ কৰি ল'লে

বংগৰ মুছলমান বাদছাহ নৱবংগশাহৰ পৰা বংগ হস্তগত কৰাৰ কাৰণে আকবৰে অসমৰ কোচবিহাৰৰ ৰজা নৰনাৰায়ণৰ লগত চুক্তি কৰিলে। নৰনাৰায়ণৰ বংগৰ নৱবংগশাহৰ পূৰ্বৱৰ্তী বাদশাহ চুলেমানৰ লগত হোৱা প্ৰথমখন যুদ্ধত চুলেমানে কালাপাহাৰৰ লগত লগ হৈ কামাখ্যা মন্দিৰ ধ্বংস কৰিলে কিন্তু অৱশেষত নৰনাৰায়ণে চুলেমানক পৰাস্ত কৰিলে আৰু দুয়োৰে মাজত গঙ্গা নদীৰ সীমা নিশ্চিত হ'ল। যু: ৪৬৬৭ (খৃ: ১৫৬৫) ত নৰনাৰায়ণে কামাখ্যাৰ ক্ষতিগ্ৰস্ত অংশ পুনৰ নিৰ্মাণ কৰিলে। যু: ৪৬৭২ (খৃ: ১৫৭০) ত

নবনাৰায়ণ আৰু আকবৰে লগ হৈ মৱৰংগশাহক পৰাভূত কৰি তেওঁৰ বঙ্গ ৰাজ্য পৰস্পৰৰ মাজত ভাগ কৰি ল'লে।

## অসমে ওঠৰবাৰ মুছলমানক পৰাস্ত কৰিলে

বখতিয়াৰ খিলিজীয়ে অসম আক্ৰমণ কৰাৰ সময়ৰে পৰা মুঠতে ওঠৰবাৰ মুছলমানে অসম আক্ৰমণ কৰে। আক্ৰামকসকল কেতিয়াবা বঙ্গৰ আৰু কেতিয়াবা দিল্লীৰ শাসনকৰ্তা আছিল যদিও প্ৰতিবাৰতে সেই-সকল পৰাস্ত হৈছিল। শেষলৈকে অসম স্বাধীন হিন্দু ৰাজ্য আছিল। অন্তিম আক্ৰমণ যুঃ ৪৭৬৯ (খৃঃ ১৬৬৭)ত ঔৰঙ্গজেৱে কৰিছিল। অসমৰ ৰজা জয়ধ্বজ সিংহৰ সময়ত (যুঃ ৪৭৬৫, খৃঃ ১৬৬৩) মোগল চৰ্দাৰ মীৰজুমুলাৰ লগত হোৱা যুদ্ধত গুৱাহাটী মোগলৰ অধীন হৈ পৰিছিল। জয়ধ্বজ সিংহই এই অপমান সহিব নোৱাৰি মৃত্যু বৰণ কৰিছিল। তাৰ পিছত তেওঁৰ ভায়েক চক্ৰধ্বজ সিংহই ৰাজপাটত বহিছিল।

অসমৰ অপমান ধুই পেলোৱাৰ উদ্দেশ্যে চক্ৰধ্বজ সিংহই জয়ন্তীয়া, কোচবিহাৰ, কাছাৰ আদি ৰজাৰ লগত পত্ৰ বিনিময় কৰিলে। কোচবিহাৰৰ ৰজাই লিখিলে যে মুছলমানৰ ৰাজ্য ভাৰতৰ পৰা শেষ কৰাৰ কাৰণে যিদৰে দক্ষিণত শিৱাজীৰ প্ৰচেষ্টা অব্যাহত আছে সেইদৰে পূব দিশত আমিও কৰিম। গোটেই অসমতে প্ৰস্তুতি চলিল। চক্ৰধ্বজ সিংহই লাচিত বৰফুকনক সেনাপতি পাতিলে। কঢ়া নিয়মৰ মাজত তেওঁ অনুশীলন কৰাই চাৰি বছৰৰ ভিতৰত অসমক যুদ্ধ-কুশলী কৰি তুলিলে। শৰাইঘাটত গড় তৈয়াৰ নকৰাত লাচিতে মোমায়েকক মৃত্যুদণ্ড দিছিল। গড় তৈয়াৰ হোৱাৰ পিছত লাচিতে গুৱাহাটী হস্তগত কৰিছিল। ঔৰংজেৱে যুঃ ৪৭৬৯ (খৃঃ ১৬৬৭)ত ৰামসিংহৰ নেতৃত্বত এক বিশাল সেনা অসমলৈ পঠিয়াইছিল। ৰাম-সিংহই সাম, দাম আৰু ভেদৰ প্ৰয়োগ কৰিও বিফল হৈছিল। অৱশেষত যুঃ ৪৭৭২ (খৃঃ মে, ১৬৭০)ত লাচিতে জল আৰু স্থল

সেনাৰ প্ৰয়োগ কৰি নিজতকৈ বিশাল আৰু সুসজ্জিত মোগল সেনাক পৰাজিত কৰি মানাহ নদীৰ পাৰলৈ খেদি পঠিয়াইছিল। ইয়াৰ পিচত অসমত মুছলমানৰ আক্ৰমণ বন্ধ হৈ পৰিছিল।

## শিৱাজীৰ লক্ষ্য: হিন্দুদেশত হিন্দুৰ ৰাজ্য

দিল্লীত যুঃ ৪৭৩০ ৰ পৰা যুঃ ৪৭৬০ (খৃঃ ১৬২৮ ৰ পৰা ১৬৫৮) লৈ ছাজাহানে ৰাজত্ব কৰিছিল। এওঁৰ শাসন কালতে ষোল বছৰীয়া শিৱাজীয়ে মহাৰাষ্ট্ৰত বীজাপুৰৰ চুলতানৰ পৰা তোৰণা দুৰ্গ যুঃ৪৭৪৭ (খৃঃ ১৬৪৫) ত হস্তগত কৰি হিন্দু ৰাজ্যৰ স্থাপনা কৰিছিল। শিৱাজীয়ে আন দুৰ্গও জয় কৰিছিল। বীজাপুৰৰ চুলতানে শিৱাজীৰ ওপৰত হেঁচা প্ৰয়োগ কৰাৰ উদ্দেশ্য নিজৰ দৰবাৰত কাম কৰা তেওঁৰ দেউতাক শহাজীক ফন্দীকৈ বন্দী কৰিলে। তেতিয়া শিৱাজীয়ে দিল্লীৰ ছাজাহানলৈ এইদৰে চিঠি লিখিলে যে "মই আৰু মোৰ দেউতাই আপোনাৰ চৰ্দাৰ হৈ কাম কৰাৰ অভিলাষ কৰোঁ। কিন্তু মোৰ দেউতাক বীজাপুৰৰ চুলতানে বন্দী কৰি থৈছে। তেওঁ খালাচ হোৱাৰ লগে লগে আমি দুয়োই আপোনাৰ তাত উপস্থিত হম।' এই চিঠি চাজাহানে পোৱাৰ পিছত শহাজী মুক্ত হ'ল।

বীজাপুৰৰ চুলতানে আফজলখান নামৰ এজন নিপুণ সেনাপতিৰ অধীনত এক বিশাল সেনাবাহিনী শিৱাজীক পৰাজিত কৰিবলৈ পঠিয়ালে। সেই সময়ত স্বৰাজ্য স্থাপন হোৱাৰ ১৪ বছৰ হৈছিল। শিৱাজীৰ সেনা তাকৰ আছিল। নিজৰ সুনিৰ্বাচিত সেনাৰে শিৱাজীয়ে প্ৰতাপগড়ৰ পাহাৰী দুৰ্গত গৈ সোমাল। প্ৰতাপগড়ৰ পাহাৰী দুৰ্গৰ বিষয়ে আফজলে জানিছিল। তাৰ পৰা শিৱাজীক নামনিলৈ আনিবলৈ বিচাৰিছিল। সেইকাৰণে তেওঁ হিন্দুৰ অনেক মন্দিৰ ধ্বংস কৰিছিল আৰু শিৱাজীৰ অনেক আত্মীয়ক বলপূৰ্বকভাৱে মুছলমান কৰাইছিল, কিন্তু শিৱাজীয়ে নিজৰ ঠাইৰ পৰা নলৰিলে। নিজৰ সুৰক্ষিত ঠাই ত্যাগ কৰাৰ পৰিণাম কাশ্মীৰৰ সেনাপতি টুগ আৰু চালুক্যই

ভোগ কৰিছিল। শিৱাজীয়ে আফজলখান আৰু তেওঁৰ সেনাক কৌশলেৰে পাহাৰলৈ অনাই বধ কৰিব বিচাৰিছিল। শিৱাজীয়ে নিজৰ চোৰাংচোৱা ব্যৱস্থা অতি উন্নত কৰিছিল। ইয়াৰ প্ৰয়োগ কৰি শিৱাজীয়ে নিজৰ আঁচনি মতে সসন্যে আফজলখানক প্ৰতাপগড়ৰ পাহাৰী এলেকাৰ এক বিশেষ ঠাইত চাউনী পতোৱাত সফল হৈছিল। ইয়াৰ পিচত আফজলখানৰ মন্ত্ৰীক বুজাই-বঢ়াই আফজলখানৰ লগত অকলে একান্ত ঠাইত লগালগি হোৱাৰ আঁচনি কৰিছিল। শিৱাজীয়ে যেতিয়া আফজলখানক লগ ধৰিবলৈ যাবলৈ ওলাইছিল তেতিয়া শিৱাজীৰ মাক জীজাবাঈয়ে পুতেকক সোঁৱৰাই দিছিল যে এইবাৰ যেন তেওঁক নেৰে কাৰণ এইজন খানেই শিৱাজীৰ ককায়েকক বিশ্বাস-ঘাতকতা কৰি বধ কৰিছিল। মিলনৰ সময়ত আলিঙ্গন কৰাৰ অৱস্থাত শিৱাজীক যেতিয়া খানে গুপ্ত অস্ত্ৰেৰে আঘাত কৰিবলৈ ওলাল তেতিয়া শিৱাজীয়ে বাঘনখেৰে আফজলখানৰ পেট চিৰাচিৰ কৰি বধ কৰিলে। আফজলখানৰ হত্যাৰ পিচত তৎক্ষণাত শিৱাজীৰ সেনাই খানৰ সেনাক কচু কটা দিলে। এই সেনাৰে শিৱাজীয়ে যুঃ৪৭৬১ (খৃঃ ১৬৫৯) ত নেতাবিহীন বীজাপুৰ জয় কৰিছিল।

শিৱাজীৰ জীৱনত তেওঁৰ মাতৃ জীজাবাঈৰ প্ৰেৰণা আৰু পথ-প্ৰদৰ্শনৰ বিশেষ ভূমিকা মনকৰিবলগীয়া। শিৱাজীৰ মনত এই মাতৃ গৰাকীয়ে স্বদেশ প্ৰেমৰ বীজ সিঁচিছিল। শিৱাজীৰ প্ৰতিটো অভিযান আৰু যুদ্ধৰ বাবে মাকে আশীৰ্বাদ আৰু উপদেশ পঠিয়াইছিল। শিৱাজীৰ ভালেমান মন্ত্ৰণাতো মাকৰ হাত আছিল। জীজাবাঈ আছিল এগৰাকী আদৰ্শ মাতৃ।

একাৰ বীজাপুৰৰ চুলতানে যুঃ ৪৭৬২ (খৃঃ জুলাই, ১৬৬০) ত সিদ্দী জোহৰৰ নেতৃত্বত এক সেনা বাহিনী শিৱাজীক নিৰ্মূল কৰিবলৈ পন্‌হালা দুৰ্গলৈ পঠিয়ালে য'ত শিৱাজী আছিল। পন্‌হালা দুৰ্গৰ বীজাপুৰৰ সেনাৰ দ্বাৰা শিৱাজী আটক হৈ পৰিছিল। এই ঘেৰ শক্তিশালী হোৱাৰ বাবে ঘেৰ পাৰ হোৱা সম্ভৱ নাছিল আৰু সেই-

সকলক পৰাজয় কৰাও সম্ভৱ নাছিল। সেইবাবে গড় ঘেৰাও কৰা সিদ্দী জোহৰলৈ বাতৰি পঠিয়ালে যে পিছদিনা চুপৰীয়া তেওঁ জোহৰৰ আগত আত্মসমৰ্পণ কৰিব। এই সংবাদ পোৱাৰ পিছত ঘেৰাও শিথিল কৰা হ'ল আৰু শিৱাজীয়ে সেই নিশাই ঘেৰাওৰ মাজৰ পৰা বিশালগড়লৈ পলাল। এইদৰে বিশ্বাসঘাতকতা কৰি পোৰাচ, পৃথ্বীৰাজ আৰু জাবুলৰ ৰজা আদি অনেকে মুছলমানে পৰাস্ত কৰিছিল বা বধ কৰিছিল। যেনে শত্ৰু তেনে ব্যৱহাৰৰ নীতি শিৱাজীয়ে গ্ৰহণ কৰিছিল। স্বৰাজ্যৰ বাবে প্ৰয়োজন হোৱাত চুৰাতৰ দৰে বৈভৱশালী শত্ৰু ৰাজ্য লুট কৰিছিল।

দিল্লীত নিজৰ দেউতাক ছাজাহানক বন্দী কৰি যুঃ ৪৭৬০ (খৃ. ১৬৫৮) ত ঔৰঙ্গজেব চুলতান হৈছিল। তেওঁ হিন্দুসকলৰ ঘোৰ বিৰোধী আছিল। তেওঁ শাইস্তাখানৰ নেতৃত্বত এক লাখ সেনাৰ ফৌজ শিৱাজীৰ বিৰুদ্ধে পঠিয়াইছিল। শিৱাজীয়ে ঠিক বুজি পাইছিল যে খানৰ সেনাৰ বিৰুদ্ধে যুঁজাৰ অৰ্থ হৈছে নিজৰ সৈন্য শক্তিক দুৰ্বল কৰা। খানক তেওঁ পুণালৈ আহিবলৈ দিলে। শিৱাজীৰ মুঠ সেনাতকৈ তিনি/চাৰি গুণ অধিক শাইস্তাখানৰ সেনাই পুণাত বাহৰ পাতিছিল। নিজৰ গুপ্তচৰ ব্যৱস্থাৰ দ্বাৰা শত্ৰুসেনাৰ সংখ্যা, চৰ্যাৰ নিয়ম প্ৰণালী আদিৰ বিষয়ে সম্পূৰ্ণৰূপে অৱগত হৈ নিজে সেই বাহৰলৈ গৈ শুই থকা অৱস্থাত খানক বধ কৰাৰ আঁচনি পাতিলে। আঁচনি অনুসাৰে যুঃ ৪৭৬৫ (৫-৪-১৬৬৩ খৃঃ) ত শিৱাজী তাত উপস্থিত হ'ল কিন্তু শাইস্তাখান পলোৱাত আন্ধাৰৰ কাৰণে খানৰ আঙুলি এটাহে কটা গ'ল, কিন্তু তেওঁ নমৰিল। শিৱাজী আৰু তেওঁৰ ৩০০ লগৰীয়াই এই কাৰ্য কৰি এক লাখ সেনাৰ ঘেৰৰ পৰা বিপদমুক্ত ভাৱে ওলাই আহিবলৈ সক্ষম হ'ল। খানে ভয়তে পুণা এৰি পলাল।

## শিৱাজীৰ দিল্লীলৈ উত্তম চোৰাংচোৱা ব্যৱস্থা

শিৱাজীৰ গুপ্তচৰৰ আঁচনি কেৱল তেওঁক আক্ৰমণ কৰা শত্ৰু সেনা আৰু নিজৰ ৰাজ্যৰ ভিতৰতে সীমিত নাছিল। তেওঁৰ এই

ব্যৱস্থা দিল্লীলৈ পৰিব্যাপ্ত আছিল। বিশ্বাসঘাতকতা কৰি দিল্লীৰ চুলতান ঔৰঙ্গজেৱে শিৱাজীক আগ্রাত বন্দী কৰি থৈছিল। সেই বন্দীশালৰ পৰা শিৱাজীয়ে নিজৰ পুতেক শম্ভাজীৰ লগত পলাবলৈ সমৰ্থ হ'ল। ঔৰঙ্গজেৱৰ ৰাজ্যৰ পৰা বহু মাইল খোজকাঢ়ি আহিছিল। ঔৰঙ্গজেৱে সম্পূর্ণ শক্তিৰে তেওঁক ধৰিবলৈ যত্ন কৰিছিল যদিও শিৱাজীয়ে যুঃ ৪৭৬৮ (খৃঃ ১৬৬৬) ত সকুশলে নিজৰ ৰাজধানী ৰাজগড়ত উপস্থিত হ'ল। তেওঁৰ চোৰাংচোৱা ব্যৱস্থা ইমান উত্তম আৰু সুদূৰ প্ৰসাৰী আছিল।

গজনীৰ মহম্মদৰ চোৰাংচোৱা ব্যৱস্থাৰ নাম আছিল 'দিৱান-ঈ-শুগুল-ঈ-ইশ্ৰাক ঈ-মামলুকাত', য'ত পুৰুষ আৰু স্ত্ৰী উভয়ে কাম কৰিছিল। এই বিভাগৰ লোকে হিন্দুস্থানত বাস কৰা মুছলমান-সকলৰ সাহায্য সহজে লাভ কৰিব পাৰিছিল। হিন্দুসকলৰ উদাৰতাৰ কাৰণে এনে গুপ্তচৰে ফকীৰ, কাৰীগৰ, বেপাৰী আৰু মোল্লামৌলৱীৰ আড্ডাত থাকিছিল। এই সকলো উৎসৰ পৰা চোৰাংচোৱাই মহম্মদক প্ৰয়োজনীয় সংবাদ দিছিল। ইয়াৰ ফলত সম্পূর্ণৰূপে অপৰিচিত ঠাইতো মহম্মদে অতি সহজে বিজয় লাভ কৰিবলৈ সমৰ্থ হৈছিল।

ইয়াৰ বিপৰীতে পৃথ্বীৰাজ তৃতীয় নিশাৰ ভিতৰতে শত্ৰুৰ দ্বাৰা আৱদ্ধ হৈ পৰা কথাটো পুৱাহে জানিব পাৰিছিল। বিজয়নগৰৰ ৰজা ৰামৰায়ে নিজৰ ৭০-৮০ হেজাৰ মুছলমান সেনাই বিদ্ৰোহ কৰাৰ সম্ভাৱনীয়তাৰ কথা জানিব পৰা নাছিল। চোৰাংচোৱা ব্যৱস্থা উত্তম হোৱাৰ লাভ কি তাক শিৱাজীয়ে সকলোৰে সমুখত দাঙি ধৰিবলৈ সমৰ্থ হৈছিল।

## ছত্ৰশাল বুন্দেলে

দিল্লীৰ লগত পাটশাহৰ লগত নিৰন্তৰ সংঘৰ্ষৰত আৰু স্বজনৰ দ্বাৰা পীড়িত বুন্দেলখণ্ডৰ ৰজা চম্পত ৰায়ৰ হত্যাৰ পিছত তেওঁৰ পুত্ৰ ছত্ৰশালে মোগলৰ অধীনত চাকৰি কৰিব লগাত পৰিল। তেওঁ

দিলেৰখানৰ সেনাৰ লগত দক্ষিণৰ ফালে আছিল। দিলেৰখানৰ দৰে আক্ৰামক মুছলমানৰ অধীনৰ চাকৰি বাদ দি তেওঁ শিৱাজীৰ কাষ চাপিল। শিৱাজীৰ লগত হোৱা প্ৰথম সাক্ষাৎকাৰতে তেওঁ বিস্ময় মানিলে যে শিৱাজীয়ে তেওঁৰ বিষয়ে সকলোবোৰ কথাই জানে। তেওঁৰ বিস্ময়ে তেতিয়া চৰম সীমা পালে যেতিয়া শিৱাজীয়ে তেওঁক ক'লে, 'তুমি নৱযুৱক আৰু বীৰ। মোৰ লগত থকাতকৈ, মই যিদৰে নিজৰ বীৰত্বৰে ইয়াত হিন্দু ৰাজ্য নিৰ্মাণ কৰিছো সেইদৰে তুমিও বুন্দেল খণ্ডৰ প্ৰতিষ্ঠা কৰা।'

শিৱাজীৰ হিন্দুৰাজ্যৰ বাবে চলা প্ৰচেষ্টা যদি তেওঁৰ ব্যক্তিগত ৰাজ্যবৃদ্ধিৰ বাবে হলহেঁতেন তেনেহ'লে তেওঁ ছত্ৰশালক নিজৰ লগতে ৰাখিলেহেঁতেন। কিন্তু তাকে নকৰি ছত্ৰশালক বুন্দেলখণ্ডত নিজৰ স্বতন্ত্ৰ হিন্দু ৰাজ্য স্থাপন কৰাৰ পৰামৰ্শ দিলে। ইয়াৰ দ্বাৰা শিৱাজীৰ নিঃস্বাৰ্থতা আৰু লক্ষ্যপ্ৰাপ্তিৰ কথা ছত্ৰশালে বুজিব পাৰিলে। শিৱাজীৰ অখিল ভাৰতীয় দৃষ্টি আৰু ১০০০ বছৰ জুৰি হিন্দুসকলে কৰা ভুল নোদোহোৰাৰ নীতিৰ কাৰণে শিৱাজীৰ যশ বিয়পি পৰিল। এই প্ৰেৰণাৰ বলত ছত্ৰশালে বুন্দেলখণ্ডত নিজৰ হিন্দু ৰাজ্যৰ স্থাপনা কৰিলে আৰু একেৰাহে তিনি কুৰি বছৰ দিল্লীৰ আক্ৰমণ প্ৰতিৰোধ কৰিলে।

## যেনে শত্ৰু তেনে ব্যৱহাৰ

ধৰ্মযুদ্ধৰ প্ৰতি আৰু শত্ৰুৰ সৈতে ব্যৱহাৰৰ হিন্দুৰ কল্পনা মুছলমানসকলৰ ধাৰণাতকৈ ভিন্ন আৰু উদাৰ আছিল। সমুখা-সমুখিকৈ যুদ্ধ কৰা, নিঃশস্ত্ৰ শত্ৰুৰ ওপৰত আক্ৰমণ নকৰা, পৰাজিত-জনলৈ সন্মান যচা, শৰণাগতৰ ৰক্ষা কৰা আদি উদাৰ সিদ্ধান্তসমূহ হিন্দুসকলৰ মাজত প্ৰৱৰ্তিছিল। দুয়ো পক্ষৰ দ্বাৰা এনে নিয়মসমূহ পালন কৰা হৈছিল। কিন্তু শত্ৰুৱে এনে নিয়ম পালন নকৰে বুলি জানিও দাহিৰ, অনঙ্গপাল, পৃথ্বীৰাজ আদি হিন্দু ৰজাসকলে মুছলিম শত্ৰুসকলৰ লগত তেনে ব্যৱহাৰ কৰি দেশৰ ক্ষতি সাধিছিল।

শিৱাজীয়ে কেতিয়াও এনে আচৰণ কৰা নাছিল আৰু নিজৰ সেনাপতি সকলেও যাতে তেনে আচৰণ নকৰে তাৰ বাবে সজাগ আছিল। এবাৰ তেওঁৰ প্ৰধান সেনাপতি প্ৰতাপৰাৱ গুজৰৰ বহলোলখানৰ লগত যুদ্ধ হ'ল আৰু বহলোলখান পৰাজিত হৈ শৰণাগত হুওঁতে প্ৰতাপৰাৱে তেওঁক এৰি দিছিল। এই কথা জনাত শিৱাজীয়ে তেওঁক খুব ডবিয়াইছিল। বাহমনী চুলতানৰ দৰে তেওঁ মুছলমান প্ৰজাক বধ কৰা নাছিল কিন্তু সেনাপতি বা সেনাক ঢুকি পোৱালৈকে মষিমূৰ কৰিছিল। তেওঁৰ সেনাৰ সংখ্যা যেতিয়ালৈকে কম আছিল তেতিয়া-লৈকে গৰিলা পদ্ধতিৰে বিজয় লাভৰ আঁচনি শিৱাজীয়ে কৰিছিল। যেতিয়া সেনাৰ সংখ্যা বাঢ়িল তেতিয়া চাল্‌হেৰৰ যুদ্ধত সমুখা-সমুখিকৈ মোগল সেনাক পৰাজিত কৰিছিল। ফলত হিন্দুসকলৰ আত্মবিশ্বাস জাগিছিল। হিন্দু শক্তি বিজয়ী হ'ব পাৰে, এই বিশ্বাস হিন্দুসকলৰ আৰু হিন্দুৰ শত্ৰুসকলৰো হৈছিল। যুঃ ৪৭৭৬ (খৃঃ ১৬৭৪) ত কাশীৰ পণ্ডিত গাগাভট্টই শিৱাজীক ছত্ৰপতি ৰূপে ৰাজ্যাভিষেক কৰে। সেই সময়ত ইংৰাজ আৰু দিল্লীৰ সম্ৰাট ঔৰঙ্গজেৱেও তেওঁক ৰজাৰ স্বীকৃতি দিছিল।

## ৰাজপুত আৰু শিখৰ দ্বাৰা ঔৰঙ্গজেৱ পৰাভূত

যুঃ ৪৭৬০ (খৃঃ ১৬৫৮) ত ঔৰঙ্গজেৱে দিল্লীৰ ৰাজসিংহাসনত বহাৰ চাৰি বছৰ পূৰ্বে মেৱাৰত ৰাজসিংহ ৰাণা হৈছিল। যুঃ ৪৭৫৬ (খৃঃ ১৬৫৪) ত তেওঁ ৰাজ্যাভিষেক কৰোৱালে আৰু নিজকে স্বতন্ত্ৰ বুলি ঘোষণা কৰিলে। ঔৰঙ্গজেৱৰ চেষ্টা আছিল যাতে নিজৰ ৰাজ্যত হিন্দু মন্দিৰ নাথাকে আৰু হিন্দুসকল মুছলমান হয়। নিজৰ এজন সেনাপতি যোধপুৰৰ জসৱন্তসিংহক তেওঁ কপটভাৱে বধ কৰাইছিল। তেওঁৰ ৰাণীকো বন্দী কৰিব খুজিছিল কিন্তু দুৰ্গাদাসৰ নেতৃত্বত ৰাজপুত লোকসকলে ৰাণীক ৰক্ষণা-বেক্ষণ দি ৰাজস্থান পোৱালে। ৰাণা ৰাজসিংহৰ ৰাজত্বকালত ৰাজস্থানত ঔৰঙ্গজেৱৰ বিৰোধিতা বৃদ্ধি পালে।

যুঃ ৪৭৮২-৮৩ ( খ্ৰীঃ ১৬৮০-৮১ ) ত ঔৰঙ্গজেবে ৰাজসিংহক আক্ৰমণ কৰিলে। ঔৰঙ্গজেব সম্পূৰ্ণৰূপে পৰাজিত হ'ল আৰু ৰাজস্থান স্বতন্ত্ৰ হ'ল। নিজৰ ৰাজকালৰ সময়ত ৰাণাই ৰাজসমুদ্ৰ নামৰ এক বৃহৎ পুখুৰী খন্দাইছিল যাৰ পানী খেতিৰ বাবে ব্যৱহাৰ কৰি প্ৰজাসকল সুখী হৈছিল।

ঔৰঙ্গজেবে শিখ-গুৰু তেগবাহাদুৰক হত্যা কৰাত গোবিন্দসিংহ শিখৰ দশম গুৰু হৈছিল। তেওঁৰ পান্থিক প্ৰচাৰ কাৰ্য অব্যাহত থাকিল কিন্তু কেৱল শাস্ত্ৰাৰ্থৰে কাম নিসিজিব, সময়ৰ দাবীত শস্ত্ৰ প্ৰয়োগৰ প্ৰয়োজন বুলি অনুভৱ কৰি হিন্দুসকলৰ ৰক্ষা শস্ত্ৰৰ দ্বাৰা কৰিবৰ কাৰণে গোবিন্দসিংহে খালসা পন্থ স্থাপন কৰিলে। তেওঁৰ দুজন পুত্ৰ যুদ্ধত মৰিল। আৰু নাবালক হৈ থকা আন দুজন পুত্ৰ ধৰা পৰিল। দুয়ো মুছলমান হবলৈ মান্তি নহ'ল। সেইবাবে দুয়োকে দেৱালৰ গাঁথনিত দি বধ কৰা হ'ল। তাৰ পিছত গুৰু গোবিন্দসিংহৰ বান্দা বৈৰাগী নামৰ এজন শিষ্য পঞ্জাবত উপস্থিত হ'ল আৰু তেওঁ পঞ্জাবৰ পৰা মুছলিম শাসন সমাপ্ত কৰিলে।

## হিন্দু সংস্কৃতিৰ সংস্কাৰ সাধন

খৃষ্টীয় ষোড়শ শতিকাৰ উত্তৰাৰ্দ্ধত অসমক বাদ দি ভাৰতবৰ্ষৰ বিশাল অংশ মুছলিম শাসকৰ অধীনত আছিল। তেওঁলোকৰ পন্থৰ শিক্ষা অনুসৰি অমুছলমানসকলক তেওঁলোকে হীন বুলি গণ্য কৰিছিল আৰু জোৰ-জুলুমকৈ সেইসকলক মুছলমানলৈ ধৰ্মান্তৰিত কৰাৰ যত্ন কৰিছিল। ষোড়শ শতিকাৰ আৰম্ভণিতে পৰ্তুগীজসকলৰ ভাৰত আগমণৰ বাবে অসহিষ্ণু খৃষ্টান ধৰ্মালম্বীসকলেও ইয়াত ধৰ্মান্তৰণৰ কাম সজোৰে আৰম্ভ কৰিলে। এই দুয়ো প্ৰকাৰৰ অসহিষ্ণু ধৰ্মমতৰ ভাৱধাৰা মানৱতাৰ কাৰণে হানিকাৰক বুলি ভাৰতীয়সকলৰ ধাৰণা। আমাৰ ঋষি-মুনি, সন্ত-মহাত্মাসকলে সনাতন কালৰে পৰা মানৱতাৰ বাবে যথোপযোগী সংস্কাৰ সাধনৰ চেষ্টা কৰি আহিছে। এই প্ৰসঙ্গত

বসৱেশ্বৰ, জ্ঞানেশ্বৰ, বিদ্যাৰণ্য স্বামীৰ নাম ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। যুঃ ৪৬ (খৃঃ পঞ্চদশ) শতিকাৰ পৰা এনে ধৰণৰ কাৰ্য কৰোতা-সকলৰ ভিতৰত প্ৰধান কেইগৰাকীমান হৈছে— কবীৰ ( যুঃ ৪৪৮২-৪৫২২ ; খৃঃ ১৩৮০-১৪২০ ), নৰসী মেহতা ( যুঃ ৪৫১৭-৮৩ ; খৃঃ ১৪১৫-৮১ ), চৈতন্য প্ৰভু ( যুঃ ৪৫৮৩-৪৬২৯ ; খৃঃ ১৪৮৫-১৫২৭ ), গুৰুনানক (যুঃ ৪৫৭১-৪৬৪১ ; খৃঃ ১৪৬৯-১৫৩৯), মীৰাবাই (দেহাৱসান যুঃ ৪৬৪৮ ; খৃঃ ১৫৪৬), সমৰ্থ ৰামদাস ( যুঃ ৪৭১০-৮৩ ; খৃঃ ১৬০৮-৮১ ), তুকাৰাম ( যুঃ ৪৭১০-৫৩ ; খৃঃ ১৬০৮-৫১ )। এইসকলে কৰা হিন্দু সংস্কৃতিৰ প্ৰচাৰৰ কাৰণে ভিন ভিন হিন্দু পন্থাৰ প্ৰভাৱ হিন্দুসকলৰ মনৰ ওপৰত পৰিছিল। কিছুমান হিন্দু পন্থাৰ গুৰুৰ এক ভুল এই সময়ত দৃষ্টিগোচৰ হয়, যেনে—কোনো হিন্দুৱে এবাৰ মুছলমান হলে ( উদা-কালাপাহাৰ ) তেওঁক পুনৰ হিন্দু পন্থালৈ আহিবলৈ দিয়া নাছিল। ইয়াৰ ফলত হিন্দুসকলৰ ভালেখিনি ক্ষতি হৈছিল। এই সামান্য ভুলকণ বাদ দিলে এই মহাত্মাসকলৰ বাবে অধিক সংখ্যক হিন্দু নিজৰ নিজৰ পন্থাৰ উপাসক হৈ আছিল। আন ভালেমান দেশত তাৰ সম্পূৰ্ণ সমাজ মুছলিম মতাৱলম্বী আৰু আৰবীয় সংস্কৃতিৰ অনুগামী হৈ পৰিছিল কিন্তু মুছলিম শাসকৰ শ শ বছৰৰ যত্নৰ পিছতো হিন্দু মহাত্মাসকলৰ কাৰণে ভাৰতত সেয়া সম্ভৱ হৈ নুঠিল। ইয়াৰ বাবে হিন্দুসকলৰ মাজত যি সাংস্কৃতিক নিষ্ঠা গঢ়ি উঠিছিল তাৰ প্ৰভাৱ শস্ত্ৰশক্তিৰ দ্বাৰা বিদেশীসকলক পৰাস্ত কৰা হিন্দুৰজাসকলৰ ওপৰতো পৰিছিল।

## মাৰাঠাৰ হাতত ঔৰঙ্গজেব পৰাজিত

যুঃ ৪৭৮২ (খৃঃ ১৬৮০) ত শিৱাজীৰ মৃত্যু হোৱাত তেওঁৰ ৰাজ্য বিনষ্ট কৰাৰ কাৰণে যুঃ ৪৭৮৩ (খৃঃ ১৬৮১) ত স্বয়ং ঔৰঙ্গজেব দক্ষিণলৈ আহিল। দুই/আঢ়ৈ বছৰৰ ভিতৰত এই কাৰ্য সম্পন্ন কৰি উভতি যোৱা তেওঁৰ উদ্দেশ্য আছিল। শিৱাজীৰ পুত্ৰ সম্ভাজীক পৰাস্ত

কৰাৰ তেওঁৰ প্ৰয়াস চাৰি-পাঁচ বছৰলৈ সফল নোহোৱাত তেওঁ গোল-কোণ্ডা আৰু বীজাপুৰৰ মুছলিম ৰাজ্যৰ প্ৰতি চকু দিলে। এক-ভেৰ বছৰৰ ভিতৰত তেওঁ সেই দুয়োখন ৰাজ্য জয় কৰি পুনৰ সম্ভাজীৰ ৰাজ্য আক্ৰমণ কৰিলে। যুঃ ৪৭৯১ (খৃঃ ১৬৮৯) ত সম্ভাজী ধৰা পৰিল আৰু তেওঁক ঔৰঙ্গজেৱে হানি খুচি মাৰি পেলালে। সম্ভাজীৰ হত্যাত অসন্তুষ্ট হৈ হিন্দুসকলৰ মনত প্ৰতিশোধৰ ভাৱ জাগিল। তেওঁলোকে সম্ভাজীৰ ভায়েক ৰাজাৰামৰ নেতৃত্বত যুঃ ৪৮০২ (খৃঃ ১৭০০) লৈ ৰাজাৰামৰ মৃত্যু হোৱালৈকে যুঁজিলে। ইয়াৰ পিছত তেওঁলোকে ৰাজাৰামৰ পত্নী তাৰাবাঈৰ নেতৃত্বত যুদ্ধ কৰিলে। শিৱাজীৰ মৃত্যুৰ সময়ত তেওঁৰ ৰাজ্য ঔৰঙ্গজেৱৰ ৰাজ্যৰ তুলনাত ১/৪০ ভাগমান হব। ঔৰঙ্গজেৱ নিজৰ সময়ৰ পৃথিৱীৰ অন্যতম শক্তিশালী বাদছাহ আছিল। চল্লিছ গুণ ডাঙৰ সাম্ৰাজ্যৰ সম্পূৰ্ণ শক্তিৰে নিজৰ নেতৃত্বত ঔৰঙ্গজেৱে যুদ্ধ কৰিছিল। এই যুদ্ধ ২৭ বছৰলৈ চলিছিল। হিন্দু সেনাসকলে যুদ্ধ কৰিছিল আৰু ধৰ্ম-পন্থ নিৰ্বিশেষে সকলো হিন্দুৱে অনেক প্ৰকাৰৰ যাতনা, আৰ্থিক হানি, মানৱহানি আদি সকলো বিপদ সহি সেনাসকলক সহায় কৰিছিল। বিগত ১০০ বছৰ হিন্দু-মুছলমানৰ মাজৰ সংঘৰ্ষৰ ই এক অদ্বিতীয় আৰু নিৰ্ণায়ক (যিহৰ ওপৰত হিন্দুসকলৰ ভৱিষ্যত নিৰ্ভৰ কৰিছিল) যুদ্ধ আছিল। অৱশেষত ঔৰঙ্গজেৱ সম্পূৰ্ণভাৱে হতাশ হৈ পৰিছিল আৰু যুঃ ৪৮০৯ (খৃঃ ১৭০৭)ত দক্ষিণতেই তেওঁৰ মৃত্যু হ'ল।

## ভাৰত জুৰি হিন্দু প্ৰভুত্ব

শম্ভাজীৰ পুত্ৰ শাহু দিল্লীত বন্দী হৈ আছিল। তেওঁক মুক্ত কৰি দিলে হিন্দুৰাজ্যত তেওঁৰ ভায়েকহঁতৰ মাজত বিবাদৰ সৃষ্টি হব বুলি দিল্লীৰ চুলতানে ভাবিছিল। এয়া সত্য হৈছিল যদিও মূৰকত শাহু ৰজা হৈছিল আৰু বালাজী বিশ্বনাথ পেশৱা হৈছিল। শাহু যদিও সংৰক্ষণশীল আছিল তেওঁ দূৰদৰ্শীও আছিল, সেইকাৰণে তেওঁ চৈয়দ

ফাককচিয়াবৰ লগত মিত্ৰতা কৰিছিল, যি পিছলৈ দিল্লীত মোগল শাসক হৈছিল। এইদৰে মাৰাঠাসকলে ৰজাক ভঙা-পতা কৰাৰ ক্ষমতা লাভ কৰিছিল। তেওঁ মাৰাঠাসকলে জয়লাভ কৰা খণ্ডেস প্ৰদেশ, গোণ্ডাৱন বেৰাৰ আৰু হায়দৰাবাদ আৰু কৰ্ণাটকৰ জিলাবোৰৰ প্ৰতি দিল্লীৰ সমৰ্থন লাভ কৰিছিল। নিজাম নামৰ এজন মোগল সেনাপতিয়ে দক্ষিণত নিজকে স্বাধীনচিন্তীয়া বুলি ঘোষণা কৰিছিল।

বালাজী বিশ্বনাথৰ পুত্ৰ বাজীৰাৱ পেশৱা ( খৃঃ ৪৮২২-৪২ ; ১৭২০-৪০ খৃঃ) এজন অতি নিপুণ সৈনিক আৰু বিজ্ঞ ৰাজনীতিবিদ আছিল। তেওঁ ভাৰতবৰ্ষত হিন্দু পদাপদশাহী অৰ্থাৎ হিন্দু ৰাজত্বৰ কল্পনা কৰিছিল : "এতিয়া আমাৰ দেশৰ পৰা বিজতৰীয়াসকলক বিতাৰণ কৰাৰ সময় উপস্থিত হৈছে আৰু আমাৰ নৈতিক বিজয় লাভ কৰাৰ সময় হৈছে। আমি গছৰ ডাল-পাত বগৰাবলৈ নিশ্চয় ইয়াৰ মূলত আঘাত কৰিব লাগিব। আমাৰ প্ৰচেষ্টাৰ গুণত মাৰাঠা-সকলৰ পতাকা কৃষ্ণাৰ পৰা অটকলৈ উৰিব।" এইদৰে বাজীৰাৱে তেওঁৰ ৰজা শাহুলৈ চিঠি লিখিছিল। শাহুজীয়ে তেওঁৰ পত্ৰৰ শলাগ লৈ লিখিছিল যে 'এজন যোগ্য পুত্ৰৰ সন্তান ৰূপে তুমি হিমালয়ৰ সীমা চেৰাইয়ো এনে সুন্দৰ কল্পনা কৰিব পাৰা।'

বাজীৰাৱে দুবাৰ নিজামক হুকৰাইছিল আৰু নিজৰ সকলো স্বত্ব নিজামক মানিবলৈ বাধ্য কৰাইছিল। খৃঃ ৪৮২৫ (১৭২৩ খৃঃ) ত হিন্দু জমিদাৰসকলৰ সমৰ্থনত মালৱা জয় কৰিছিল। গুজৰাটো দখল কৰিছিল। সেইবাবে বাজীৰাৱৰ বিৰুদ্ধে নিজামক দিল্লীৰ চুলতানে সহায় কৰিবলৈ আহ্বান জনাইছিল। যেতিয়া নিজামে দক্ষিণৰ ফালে অগ্ৰসৰ হৈছিল তেতিয়া বাজীৰাৱে তেওঁক পৰাস্ত কৰিছিল আৰু দিল্লীৰ বাদছাহৰ পৰা দণ্ড স্বৰূপে পাঁচ লাখ টকা আদায় কৰিছিল।

বাজীৰাৱে তেওঁৰ হিন্দুৰ পদাপদশাহীৰ নিমিত্তে অম্বৰৰ জয়সিংহ শাৱই আৰু বুন্দেলখণ্ডৰ ছত্ৰশালৰ লগত মিত্ৰতা কৰিছিল। কিন্তু কেৱল ৪২ বছৰ বয়সতে (এপ্ৰিল, ১৭৪০ খৃঃ) বাজীৰাৱৰ মৃত্যু হ'ল।

এইদৰে দেশৰ ৰাষ্ট্ৰীয় স্বাৰ্থৰ কাৰণে সমৰ্পিত এক ব্যক্তিত্ব অকালতে মৰহি গ'ল।

দেশ ব্যাপি হিন্দু আধিপত্য
যু ৪৮৫৯ (খৃ ১৭৫৭)

হিন্দুৰ অধীন ৰাজ্য
হিন্দু ৰাজ্য

ইয়াৰ পিছত বাজীৰাৱৰ পুত্ৰ বালাজী (যুঃ ৪৮৪২-৬৩ ; ১৭৪০-৬১ খৃঃ) পেশৱা হ'ল। মহীশূৰৰ হিন্দু ৰজাক আঁতৰাই ৰাজ্য দখল কৰা হাইদৰক যুঃ ৪৮৫৯ (১৭৫৭ খৃঃ) ত অধীনলৈ অনা হ'ল আৰু আৰকটৰ নৱাবে হিন্দুৰ অধীনতা স্বীকাৰ কৰিলে।

যুঃ ৪৮৬১ (১৭৬০ খৃঃ) ত সদাশিৱ ভাউৱে নৱাবক উদগিৰত বেছ এশিকনি দিলে আৰু হিন্দুৱে বিজাপুৰ প্ৰদেশ আৰু বিদাৰৰ এছোৱাৰে সৈতে ঔৰঙ্গাবাদ হস্তগত কৰিলে। সখাৰাম বাপুৱে উত্তৰলৈ গৈ জাটসকলৰ মিত্ৰতা লাভ কৰিলে। মল্‌হাৰ ৰাৱ হুল্কাৰ আৰু ৰাঘৱ দাদাই পঞ্জাৱ জয় কৰিলে আৰু অটক অতিক্ৰম কৰি হিন্দুৰ পতাকা উৰোৱা হ'ল।

এইদৰে যুঃ ৭৮৬১ (১৭৬০ খৃঃ) লৈকে ভাৰতবৰ্ষত হিন্দু ৰাজ্যৰ পুনৰ উত্থান হৈছিল। যিসকল ৰাজ্য হিন্দুৰ অধীনত নাছিল সেইসকলে চৌথ কৰ আদায় দিছিল। হিন্দুৰ বিজয় অভিযান সম্পূৰ্ণ হৈছিল।

## পানীপথৰ যুদ্ধঃ মাৰাঠাৰ পৰাজয়

পঞ্জাৱ আৰু অটকত মাৰাঠাৰ বিজয় অভিযানৰ ফলস্বৰূপে আফগানিস্তানৰ দুৰাণী সেনানায়ক আহমদশাহ আব্দালীয়ে পঞ্জাৱ আক্ৰমণ কৰি দখল কৰে। এই আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ অহা দত্তাজী শিণ্ডে পৰাজিত হৈছিল আৰু দিল্লীৰ কাষত যুঃ ৪৮৬২ (খৃঃ জানুৱাৰী, ১৭৬০) ত বধ কৰা হয়। গতিকে মাৰাঠাৰ আধিপত্য থকা উত্তৰ অংশ উদ্ধাৰ কৰাৰ কাৰণে সদাশিৱৰাৱ ভাওক পঠিওৱা হৈছিল। ফলত যুঃ ৪৮৬৩ (১৪ জানুৱাৰী, ১৭৬১ খৃঃ) ত পানীপথৰ তৃতীয় যুদ্ধ আৰম্ভ হ'ল। প্ৰায় আঢ়ৈ মাহ তুমুল যুদ্ধ কৰাৰ পিছত একমাত্ৰ নেতা ভাওজী ৰণত পৰিল। হেজাৰ হেজাৰ, সৈন্য আৰু জনতাক বধ কৰা হ'ল। যুদ্ধত মাৰাঠাৰ পৰাজয় হ'ল। কিন্তু পৰাজিত মাৰাঠাৰ প্ৰতিও আব্দালীৰ ভয় আছিল। সেইবাবে তেওঁ পানীপথৰ পৰা ওলাই ক'তো নৰৈ পোনে পোনে স্বদেশলৈ ৰাওনা হ'ল।

এই ভয়ানক যুদ্ধৰ কোনো সফল পৰিণাম নহ'ল। যদিও মাৰাঠাসকলৰ পৰাজয়ে ভাৰতৰ সেই সময়ৰ বিভিন্ন শক্তিৰ মাজৰ ভাৰসাম্যতা হ্ৰাস কৰিলে। ইয়াৰ ফলত ইংৰাজসকলৰ শক্তি বৃদ্ধি পালে।" যদি পলাচীৰ যুদ্ধই ভাৰতত বৃটিছ প্ৰভুত্বৰ বীজ সিঁচিছিল তেনেহ'লে পানীপথৰ যুদ্ধই ইয়াক পুৰঠ হোৱাত আৰু শিপা মেলোৱাত

সহায় কৰিছিল।' একে আঘাতত এটা নেতৃত্বকাৰীৰ পীৰি শেষ হৈ গৈছিল। পেশৱাই দেশৰ এই সংকট সহিব নোৱাৰি ভগ্ন হৃদয়েৰে পুণাত যুঃ ৪৮৬৩ (খৃঃ ২৩ মার্চ, ১৭৬১) ত ইহলীলা সম্বৰণ কৰিলে।

## মাধৱৰাৱ পেশৱা

যুদ্ধৰ পিছৰ সঙ্কটকালীন সময়ত মাৰাঠাসকলে মাধৱৰাৱৰ দৰে নেতা যুঃ ৪৮৬৩; খৃঃ ১৭৬১) লাভ কৰি ধন্য হৈছিল। কিন্তু অলপ দিনৰ পিছতে ক্ষমতালোভী ৰঘুনাথ ৰাৱৰ লগত যুদ্ধ কৰিব লগাত পৰিল। এই যুদ্ধত ৰঘুনাথ পৰাজিত হৈছিল। এই ছেগতে দক্ষিণৰ নিজামে মূৰ উঠালে। তেওঁকো মাধৱৰাৱে পৰাজিত কৰিলে।

মাধৱৰাৱ অতি নিপুণ আৰু সমৰ্থবান পেশৱা আছিল। হোলকৰ, শিন্দে, গোখলে, গায়কবাড় আদি সেনানীসকলৰ পৰা স্বৰাজ্যৰ কামৰ কাৰণে সহযোগিতা লাভ কৰিছিল। এইসকলে ৰাজপুতনা, পঞ্জাব, উত্তৰ প্ৰদেশ, উৰিষ্যা আদি কেউপিনে নিজৰ অধিকাৰ সাব্যস্ত কৰিব পাৰিছিল। দিল্লীৰ নামমাত্ৰ চুলতানো এওঁলোকৰ অধীনত আছিল। যুঃ ৪৮৬৩ (খৃঃ ১৩৬১)ৰ পানীপথৰ যুদ্ধৰ পূৰ্বৰ গৌৰৱ পুনৰ প্ৰাপ্ত হ'ল। কিন্তু এনে এজন নিপুণ নেতা মাধৱৰাৱৰ দেশৰ দুৰ্দিনৰ সময়ত কেৱল ২৭ বছৰ বয়সত (যুঃ ৪৮৭৬; খৃঃ ১৭৭২) অকাল মৃত্যু হ'ল। পানীপথৰ যুদ্ধত হিন্দুসকলৰ যিমান হানি হৈছিল তাতকৈ অধিক হানি মাধৱৰাৱৰ মৃত্যুত হ'ল। যদি তেওঁ আৰু বিশ-পচিশ বছৰ পুনৰ জীৱিত থাকিলহেঁতেন তেনেহ'লে সম্ভৱতঃ মাৰাঠাসকলৰ মাজত হোৱা পাৰস্পৰিক বিবাদ নহ'লহেঁতেন আৰু ভালেসংখ্যক উপযুক্ত ব্যক্তি আগবাঢ়ি আহিলেহেঁতেন। ৰিচাৰ্ড টেম্পলে মাধৱৰাৱৰ বিষয়ে যথাৰ্থ মন্তব্যই কৰিছে যে তেওঁৰ মহান ব্যক্তিত্বৰ বাবে হিন্দু ৰাষ্ট্ৰই চিৰদিন গৌৰৱ কৰিব পাৰে।

## হিন্দুসকলৰ সাফল্যৰ কাৰণ নিৰ্দেশ

যু. ৪২ (খৃঃ একাদশ) শতিকাৰ পৰা ৬-৭ শ বছৰলৈ ভাৰতত

মুছলমানসকলৰ বিজয়ৰ অনেক কাৰণ দৰ্শাব পাৰি। সেইবোৰৰ এটা কাৰণ হৈছে এই যে আৰব আৰু তুৰ্কীলোকসকল শক্তিশালী, বীৰ আৰু যুঁজাৰু প্ৰকৃতিৰ। কিন্তু সিন্ধু, গান্ধাৰ, পঞ্জাব, উৰিষ্যা আদি প্ৰদেশত দুই-দুই শ, তিনি-তিনি শ বছৰলৈ কৰা প্ৰাৰম্ভিক যুদ্ধবোৰত আৰু অষ্টাদশ শতিকাত সম্পূৰ্ণ ভাৰতবৰ্ষত হিন্দুসকলে লাভ কৰা বিজয়ৰ আধাৰত কব পাৰি যে সেই কাৰণ সঁচা নহয়। মুছলমানসকলৰ ভিতৰত পন্থাভিমান অতি তীব্ৰ আৰু তেওঁলোকে ইয়াৰ বাবে মৰিবও পাৰে বুলি দৰ্শোৱা কাৰণো সঁচা নহয়। হিন্দুসকলৰো নিজ নিজ পন্থৰ বাবে স্বাভিমান আছিল। সোমনাথৰ বাবে ৫০,০০০ হিন্দুৱে মৃত্যু বৰণ কৰিলে। অযোধ্যাৰ ৰাম-মন্দিৰৰ কাৰণে লাখজনে জীৱন আহুতি দিলে। হিন্দুসকলৰ পন্থাভিমান মুছলমানতকৈ কোনো প্ৰকাৰে কম নাছিল। হিন্দুৱে পৰস্পৰে কাজিয়া কৰিছিল, মুছলমানে তাতকৈও বেছি পাৰস্পৰিক কাজিয়া কৰিছিল। নিজৰ দেউতাক আৰু বন্ধুক কিমান যে মুছলমানে বধ কৰিছিল। পৃথ্বীৰাজ আৰু জয়চন্দ্ৰৰ উদাহৰণ দি হিন্দুসকলৰ মাজত ঐক্য নাছিল বুলি হিন্দুসকলৰ পৰাজয়ৰ কাৰণ দৰ্শোৱা হয়। সেই দুজনৰ মাজত মিত্ৰতা নাছিল, শত্ৰুতা আছিল। কিন্তু হিন্দু-সকলৰ পৰাজয়ৰ কাৰণ সেয়া নহয়। চালুক্যসকলে আৰু পৃথ্বীৰাজে অকলশৰীয়াকৈ যুঁজি মহম্মদ ঘোৰীক পৰাস্ত কৰিছিল আৰু জয়চন্দ্ৰই এককভাৱে ৰণ কৰাৰ প্ৰস্তুতি মহম্মদ ঘোৰীতকৈ বেছিকৈ কৰিছিল। সেইবাবে তেওঁ মহম্মদ ঘোৰীৰ হাতত পৰাস্ত হোৱাৰ কাৰণ ঐক্যৰ অভাৱ হব নোৱাৰে।

যুদ্ধত ৰজা বা সেনাপতি নিহত হলেই হিন্দু পলাই যোৱাৰ কাৰণো সমীচিন নহয়। সেই সময়ত সেনাপতি নিহত হলেও মুছল-মানসকলে সেইদৰে পলাই গৈছিল। তৰাইনৰ প্ৰথম যুদ্ধত আহত হোৱা মহম্মদ ঘোৰীক যেতিয়া ৰণাঙ্গণৰ পৰা আঁতৰলৈ নিয়া হৈছিল তেতিয়া তেওঁৰ সেনাও সেইদৰে পলাই গৈছিল। জাতিভেদ, পন্থা-

ভেদো হিন্দুৰ পৰাজয়ৰ কাৰণ হব নোৱাৰে। যদি এয়ে কাৰণ হলহেঁতেন তেনেহ'লে বহুতো নিম্নবৰ্গৰ হিন্দুই মুছলমানহে ৰাজভোগ কৰিব পাৰিলেহেঁতেন। কিন্তু সেয়া নহ'ল। এটা বিশিষ্ট জাতিয়ে আন এটা বিশিষ্ট জাতিৰ বিৰুদ্ধে মুছলমানকসাহায্য কৰা কথাও সমীচিন নহয়। জয়চন্দ্ৰৰ নিজৰেই জ্ঞাতি পৃথ্বীৰাজৰ প্ৰতি ঈৰ্ষা আছিল। আৰু যেতিয়া যুঃ ৪৯ (খৃঃ অষ্টাদশ) শতিকাত মুছলমান শাসকৰ পৰা হিন্দুস্তান স্বতন্ত্ৰ হ'ল, সেই সময়ত জাতি ব্যৱস্থা পৰাজয় হোৱাৰ সময়ৰ দৰে অপৰিৱৰ্তিত আছিল। সেইবাবে এইবোৰ উপযুক্ত কাৰণ হয়।

যেতিয়া হিন্দু ৰজাসকলে নিজৰ মানৱতাপূৰ্ণ ৰণনীতি আৰু শত্ৰুৰ সৈতে ব্যৱহাৰৰ নিজৰ পুৰণি নীতি ত্যাগ কৰি মুছলমানসকলৰ বাবে যথোপযোগী 'শঠংয়তি শাঠ্যং' নীতি গ্ৰহণ কৰিলে, প্ৰয়োজনসাপেক্ষে তেওঁলোকৰ দ্বাৰা বিশ্বাসঘাতকতাৰ আৰু যুদ্ধত শত্ৰুক নিঃশেষ কৰাৰ নীতি গ্ৰহণ কৰিলে তথা নিজৰ গুপ্তচৰ ব্যৱস্থা উন্নত কৰিলে তেতিয়া সকলো ঠাইতে হিন্দুৰ বিজয় হব ধৰিলে। হিন্দুসকলৰ সকলোবোৰ প্ৰয়োজনীয় গুণ আছিল। মুছলমান আক্ৰামকসকলৰ লগত তেওঁলোকে প্ৰয়োজনীয় সাৱধানতাৰে মিলামিচা কৰিছিল। ফলত ৰাজনৈতিক দৃষ্টিৰে তেওঁলোকে বিজয় লাভ কৰি যুঃ ৪৯ (খৃঃ ১৮শ) শতিকাৰ মাজমানত দেশ ব্যাপী হিন্দু ৰজা সম্ৰাট হৈছিল। সাংস্কৃতিক দৃষ্টিৰে হিন্দুসকলৰ শ্ৰেষ্ঠতা প্ৰথমৰ পৰাই অতি স্পষ্ট আছিল।

## সাংস্কৃতিক বিজয় অসম্পূৰ্ণ

নিজৰ সাংস্কৃতিক শ্ৰেষ্ঠতাৰ বিষয়ে হিন্দুসকলৰ মাজত আত্ম-বিশ্বাস আছিল। তেওঁলোকৰ বিভিন্ন ধৰ্মমতৰ প্ৰচাৰ আনৰ মাজত বুজাই-বঢ়াই কৰা হৈছিল, বলেৰে নহয়। হিন্দুৰ শৈৱ, বৌদ্ধ আদি ধৰ্ম প্ৰচাৰকসকলে ধৰ্মৰ প্ৰচাৰৰ নিমিত্তে পৃথিৱীৰ বিভিন্ন ঠাইলৈ গৈছিল। সেই ঠাইৰ লোকসকলোক তেওঁলোকে নিজৰ পন্থৰ মহত্ব বুজাইছিল আৰু তেওঁলোকেও স্বইচ্ছাৰে ধৰ্মমত গ্ৰহণ কৰিছিল। কিন্তু

মুছলমানৰ ধৰ্ম-মত প্ৰচাৰ কৰাৰ পদ্ধতি সুকীয়া আছিল। কাৰণ এইসকলে তৰোৱালৰ বলত এনে কাৰ্য সম্পন্ন কৰাইছিল। মহম্মদৰ সময়ত আৰু ইয়াৰ পিছত শক্তিৰ বলত বিশ্বৰ তিনি খণ্ডত মুছলিম ধৰ্ম বিয়পিছিল। যিসকলে যুদ্ধত পৰাজিত হৈছিল সেইসকলক বলপূৰ্বক ভাৱে মুছলমানলৈ ধৰ্মান্তৰিত কৰা হৈছিল। স্পেইনত যেতিয়া স্থানীয় খৃষ্টান শাসকে মুছলমানসকলক যুদ্ধত পৰাজিত কৰিলে তেতিয়া তাত মুছলিম পন্থাৱলম্বীও হ্ৰাস হৈ পৰিছিল।

ভাৰতত‌ো মুছলিম পন্থৰ প্ৰচাৰৰ এনে পদ্ধতিয়েই আছিল। যুঃ ৩৯ (খৃঃ অষ্টম) শতিকাত সিন্ধত বিজয় লাভ কৰাৰ পিছত বলপূৰ্বক ভাৱে অনেককে মুছলমান কৰা হৈছিল। কিন্তু ২৫-৩০ বছৰৰ পিছত যেতিয়া সেইসকলৰ শক্তি হ্ৰাস পালে তেতিয়া তাত ইছলাম ধৰ্মাৱলম্বীৰ সংখ্যা টুটি নগণ্য হৈ পৰিল। পুনৰ যুঃ ৪২ (খৃঃ একাদশ) শতিকাৰ পৰা ভাৰতত মুছলমানৰ ৰাজসত্তা বৃদ্ধি পোৱাৰ লগে লগে বলপূৰ্বক ভাৱে কৰা ইছলাম ধৰ্মাৱলম্বীৰ সংখ্যা বৃদ্ধি পালে।

বৌদ্ধ ধৰ্ম প্ৰচাৰকৰ দৰে অতি নগণ্য মুছলমান ধৰ্ম প্ৰচাৰকহে ভাৰতবৰ্ষলৈ আহিছিল। ভাৰতৰ সাংস্কৃতিক মহানতাৰ বাবে সেই-সকলে যৎসামান্য সফলতা লাভ কৰিবলৈ সক্ষম হৈছিল। শ-শ বছৰ জুৰি শাসন কৰা আৰু বলপূৰ্বক ভাৱে মুছলমান কৰা প্ৰথা অপৰিৱৰ্তিত থকা স্বত্বেও ভাৰতত হিন্দুৰ বহুলতা অক্ষুন্ন আছিল। এচিয়াত সেই যুগ ৰাজতন্ত্ৰৰ আছিল আৰু যুঃ ৪৯ (খৃঃ ১৮ শ) শতিকাৰ মাজ-ভাগত ভাৰতৰ হিন্দুৰজাসকলে মুছলমান ৰজাসকলৰ ওপৰত বিজয় লাভ কৰিছিল। ইয়াৰ পিছত যদি সময় পোৱা গ'লহেঁতেন তেনেহ'লে সাংস্কৃতিক বিজয়ো সম্পূৰ্ণ হ'লহেঁতেন।

# অধ্যায় ঃ পাঁচ

## যু. ৪৮৭৪ৰ পৰা ৫০৫২ (খৃঃ ১৭৭২ৰ পৰা খৃঃ ১৯৫০)

### সংঘে শক্তি ঃ

যু ৪৮৬০ (খৃঃ ১৭৫৮)ত ৰঘুনাথ ৰাৱে আফগানিস্তানৰ কিছু অংশ হস্তগত কৰিলে। অন্যহাতে ভাৰতৰ পূব অংশত যু. ৪৮৫৯ (খৃঃ ১৭৫৭)ত হোৱা পলাছীৰ যুদ্ধত ইংৰাজ বিজয়ী হ'ল। এটা নতুন শক্তৰে ভাৰতৰ ৰাজনীতিত প্ৰবেশ কৰিলে। ইয়াৰ ৰূপ পূৰ্বৰ মুছলমান আক্ৰমণতকৈ ভিন্ন আছিল। সেয়া আছিল এক সংগঠিত প্ৰজাতন্ত্ৰ। ইয়াৰ ইতিহাস অবলোকন কৰা উচিত হব।

### বৃটিছ ঃ এক সংগঠিত প্ৰজাতন্ত্ৰ

ইংলণ্ডত যু. ৪০ (খৃঃ ৯ম) শতিকাত ৰজা আলফ্ৰেদে বিদ্বানসকলৰ পৰামৰ্শমতে ৰাজ্য সঞ্চালন কৰিছিল। সেইসময়ত টাউনমুট, কৌণ্টী-মুটৰ দৰে জনসভাই তাৰ কাৰ্য সম্পাদন কৰাইছিল। যু. ৪৪(খৃঃ ত্ৰয়োদশ) শতিকাত ৰজাজনে যেতিয়া নিজৰ খুচিমতে কৰ লগাবলৈ খুজিলে তেতিয়া যু. ৪৩১৭ (খৃঃ ১২১৫)ত সেই ঠাইৰ লোকে 'মেগ্না কাৰ্টা' নামেৰে নিজৰ দাবী সম্বলিত পত্ৰত তেওঁৰ চহী ললে। এনে সিদ্ধান্ত কৰা হ'ল যে ২৫ জন লোকেৰে এক মন্ত্ৰীমণ্ডল গঠন কৰা হব আৰু ইয়াৰ অনুমতি অবিহনে ৰজাই কৰ লগাব নোৱাৰিব। যু ৪৭৩১ (খৃঃ ১৬২৯) ৰজা প্ৰথম চাৰ্লচে এই সিদ্ধান্তৰ বিৰুদ্ধে কাম কৰিব খোজাত প্ৰজাসকলে যু. ৪৭৫১ (খৃঃ ১৬৪৯)ত তেওঁৰ শিৰচ্ছেদ কৰি ইংলণ্ডক গণতান্ত্ৰিক ৰাজ্য বুলি ঘোষণা কৰিলে। অলিভাৰ ক্ৰমৱেল সেই ৰাজ্যৰ প্ৰথম মহাসংৰক্ষক নিৰ্বাচিত হ'ল কিন্তু মহাসংৰক্ষক হোৱাৰ

পিছত তেওঁৰ স্বভাৱ অত্যাচাৰী ৰজাৰ দৰে হ'ল। তেওঁৰ যোগ্যতাৰ কাৰণে জীৱিতকালত ইংৰাজসকলে তেওঁৰ কোনো অনিষ্ট সাধিব নোৱাৰিলে। তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ ৰিচাৰ্ড ক্ৰমৱেল মহা-সংৰক্ষক হ'ল। কিন্তু অলপদিন পিছতে তেওঁক আঁতৰোৱা হ'ল। গণতন্ত্ৰৰ এই সোৱাদ মনঃপূত নোহোৱাত ক্ৰমৱেলৰ মৃত্যুৰ অলপদিন পিছতে সংসদে প্ৰথম চাৰ্লছৰ পুত্ৰ দ্বিতীয় চাৰ্লছক ফ্ৰান্সৰ পৰা মতাই আনি তেওঁক ৰজা পাতিলে। যু. ৪৭৯১ (খৃঃ ১৬৮৯) ত সংসদে সাৰ্ব-ভৌমত্ব লাভ কৰা স্বত্বেও ৰজা থাকিল। যু. ৪৭৯০ (খৃঃ ১৬৮৮) লৈ মতদানৰ অধিকাৰ কেৱল ডাঙৰ ডাঙৰ জমিদাৰসকলৰ আছিল, এতিয়া আকৌ কিছু লোকে সেই অধিকাৰ লাভ কৰিলে। যু ৪৮৫২ (খৃঃ ১৭৫০) ত-ত্তাত ঔদ্যোগিক বিপ্লৱ আৰম্ভ হ'ল। যু. ৪৯৩৪ (খৃঃ ১৮৩২)ত চহৰৰ শ্ৰমিক, জমিদাৰ আৰু খেতিয়ক আদি যিসকলৰ এক বিশিষ্ট পৰিমানৰ আয় হৈছিল সেইসকলকো মতাধিকাৰৰ সুযোগ দি মতদাতাৰ সংখ্যা বৃদ্ধি কৰা হৈছিল। ত্ৰিশতকৈ অধিক বয়সীয়াল তিৰোতাই যু. ৫০২০ (খৃঃ ১৯১৪) ত প্ৰথমবাৰ মতাধিকাৰ পাইছিল। যু. ৫০৩১ (খৃঃ ১৯২৯) ত তিৰোতাবোৰে পুৰুষৰ দৰে সমান অধিকাৰ পালে আৰু যু. ৫০৫১ (খৃঃ ১৯৪৯) ত একৈশ বছৰৰ ওপৰৰবোৰক মতাধিকাৰৰ সুবিধা দিয়া হ'ল।

মতদানৰ অধিকাৰ ক্ৰমশঃ বিস্তাৰিত হৈ পৰাৰ লগে লগে মতদাতাৰ স্তৰো উন্নত হবলৈ ধৰিলে। মতদাতাসকলক ভালদৰে প্ৰশিক্ষণ দিয়া হয়। ইয়াৰ বাবে উপযুক্ত ব্যক্তি নিৰ্বাচিত হয়। দেশভক্ত আৰু উপযুক্ত ব্যক্তি সংসদ আদিৰ সভাসদ হয়। প্ৰজাতন্ত্ৰৰ এই সূচনাৰ সময়চোৱাতে ইংলণ্ডত উদ্যোগিক বিপ্লৱ হয়। ইয়াৰ ফলত শ শ বছৰৰ পৰা চলি অহা সমাজ ব্যৱস্থাৰ আমূল পৰিৱৰ্তন হ'ল। এই পৰিৱৰ্তনৰ মতে ব্যক্তিৰ কৰ্তব্য আৰু অধিকাৰবো প্ৰয়োজনীয় সংশোধন ঘটুৱাই আৰু সেইবোৰ চলাওঁতা ব্যক্তিবো তাত বিকাশ সাধন ঘটোৱা হ'ল। যাৰ ফলত যোগ্যতাপূৰ্ণ বিকশিত দেশভক্তৰ উত্তম সংগঠন গঢ় লৈ

উঠিল। এই বিকাশ আৰু সংগঠনৰ ফলত লাভ কৰা শক্তিৰ বলত ইংৰাজসকলে পৃথিৱীৰ ভালেমান দেশত নিজৰ সাম্ৰাজ্য বিস্তাৰ কৰিব পাৰিলে। নিজৰ দেশ আৰু আন দেশবোৰৰ সমস্যাবোৰৰ লগত যুঁজ দি বিজয়ী হব পাৰিলে। এনে ইংৰাজৰ লগত ভাৰতীয়সকলৰ পাল পৰিছিল।

ব্যক্তিগত আৰু সামাজিক গুণবাজিৰ বিকাশ এইদৰে হোৱাৰ কাৰণে প্ৰত্যেক ইংৰাজৰ অনুশাসনৰ স্তৰ উচ্চ আছিল। সকলোৱে লগ হৈ পৰামৰ্শ কৰি দলগত ভাৱে সিদ্ধান্ত লোৱা আৰু সেই সিদ্ধান্ত অনুসৰি আঁচনি কৰি শৃঙ্খলাকৈ কাম কৰাৰ সুন্দৰ অভ্যাস তেওঁলোকৰ আছিল। আঁচনি কৰাৰ সময়ত কোনোৱে বিৰোধ কৰিলেও, অন্তিম নিৰ্ণয় হলেও তেওঁলোকে সিদ্ধান্ত মতে কাম কৰিছিল। এনে এক অভিজ্ঞতাসম্পন্ন আৰু অনুশাসিত সংগঠনৰ ৰূপত যেতিয়া ইংৰাজ এই দেশলৈ আহিল তেতিয়া ইয়াত ৰাজনৈতিক শাসনৰ দৃষ্টিৰে গণতন্ত্ৰৰ সলনি ৰাজসত্তাৰ যুগ আছিল, যাৰ কাৰ্যকাৰী সংগঠন এজন ৰজা বা এটা বংশৰ দুই চাৰিজন সমৰ্থবান ৰজাৰ কাৰ্যকালকৈ সীমিত আছিল। ইংৰাজৰ তুলনাত সেইসময়ত ভাৰতীয়সকলৰ সংগঠন নিম্ন স্তৰৰ আছিল।

## উত্তৰ ভাৰতত ইংৰাজৰ প্ৰথম সৈনিক বিজয়

খৃ. ৪৬ (খৃঃ পঞ্চদশ) শতিকাত কিছু বিশেষ পৰিস্থিতিৰ বাবে আৰ্থিক লাভৰ উদ্দেশ্যে ইউৰোপীয় লোক পৃথিৱীৰ বিভিন্ন দেশলৈ গ'ল। য'তেই সম্ভৱ হ'ল তাতেই তেওঁলোকে স্থায়ী লোকক ধ্বংস কৰিলে। ভাৰতত সবাতোকৈ প্ৰথমে পৰ্তুগীজ আহিল। তেওঁলোকে ভাৰতীয়-সকলৰ ওপৰত অনেক অত্যাচাৰ কৰিলে। ভালেমান লোকক বলপূৰ্বক ভাৱে খৃষ্টান কৰা হ'ল। ইয়াৰ পিছত ডাচ, ইংৰাজ আৰু ফৰাচী এজনৰ পিছত এজনকৈ আহিল। ইয়াত বেপাৰ কৰাই তেওঁলোকৰ উদ্দেশ্য আছিল। কিন্তু ইয়াৰ অৱস্থা দেখি তেওঁলোকে ভাৰতত ৰাজৰ

কৰাৰ সিদ্ধান্ত ল'লে। যু. ৪৯ (খৃঃ ১৮শ) শতিকাৰ মাজভাগত এই চাৰিওৰে ভিতৰত ইংৰাজে নিজৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিলে। যু. ৪৮৫৯ (খৃঃ ১৭৫৭) ত যেতিয়া মাৰাঠাৰ সত্তাই চৰম শিখৰ লাভ কৰিছিল সেই বছৰতে বঙ্গৰ পলাচী যুদ্ধত ইংৰাজৰ ক্লাইৱ বিজয়ী হৈছিল। ক্লাইবৰ সেনা আছিল কেৱল ৩২০০। তেওঁৰ যুদ্ধ হৈছিল বংগৰ চুলতান চিৰাজুদ্দৌলাৰ লগত যাৰ সেনা আছিল, পদাতিক ৫০,০০০ আৰু অশ্বাৰোহী ৩০,০০০। কিন্তু চিৰাজুদ্দৌলাৰ সেনাপতি মীৰ জাফৰক ক্লাইৱে নিজৰ পক্ষ কৰি লৈছিল। যুদ্ধ আৰম্ভ হ'ল আৰু বিজয়-নগৰৰ তালিকোটৰ যুদ্ধৰ দৰে মীৰজাফৰে সসৈন্যে ক্লাইৱৰ লগত যোগ দিলে। এয়া হৈছে ইংৰাজৰ উত্তৰ ভাৰতত প্ৰথম বিজয়।

## ইংৰাজৰ মাৰাঠাৰ ওপৰত জয়লাভ

এই সময়ত মাৰাঠাসকলৰ ৰাজ্যয়েই ভাৰতত অতি শক্তিশালী আছিল। এই ৰাজ্যৰ সমীপত চুৰত, বোম্বাই আদি স্থানত বেপাৰৰ নামত কিছু ভূমি প্ৰথমৰ পৰাই ইংৰাজসকলৰ হাতত আছিল। ইংৰাজে ৰাজ্যলাভৰ প্ৰথম প্ৰচেষ্টা তাত নকৰি য'ত মাৰাঠাসকল দুৰ্বল আছিল বা নথকা ঠাই যেনে বংগ, মাদ্ৰাজ আদি প্ৰদেশৰ পৰা আৰম্ভ কৰিলে। দক্ষিণভাৰত আৰু বংগৰ ৰজাসকল আৰু নবাববোৰৰ মাজত থকা পাৰস্পৰিক বিবাদৰ সুযোগ লৈ এজন এজনৰ পক্ষ লৈ ইংৰাজসকলে জয়লাভ কৰিবলৈ ধৰিলে। যু. ৪৮৬৩ (খৃঃ ১৭৬১) ত পানিপথত আফগানিস্তানৰ আব্দালীৰ হাতত পৰাজয় বৰণ কৰা মাৰাঠাসকলৰ দুৰ্বলতাৰ সুযোগ ইংৰাজসকলে লাভ কৰিছিল। সেই বছৰতে দক্ষিণৰ মহীশূৰত হায়দৰ আলীয়ে এক ন মুছলমান ৰাজ্য স্থাপন কৰিছিল। মহীশূৰৰ হিন্দুৰজাক ৰাজপাটৰপৰা সিংহাসনচ্যুত কৰাই নিজে ৰজা হ'ল। হায়দৰআলী, নিজাম আৰু মাৰাঠাসকলৰ পাৰস্পৰিক বিবাদৰ সুযোগ লৈ এই প্ৰদেশত ইংৰাজে নিজৰ শাসন প্ৰৱৰ্তাবলৈ সক্ষম হৈছিল। মাধৱৰাৱ পেশৱাৰ মৃত্যু যু. ৪৮৭৪ (খৃঃ ১৭৭২) ত হোৱাত

ইংৰাজসকলৰ বাবে বিজয়ৰ পথ মুকলি হ'ল। সেই সময়ত পেশৱাৰ শিন্দে, হোলকৰ, ভোঁসলে আদি চৰ্দাৰবোৰৰ মাজত কটুতাপূৰ্ণ সম্বন্ধ আছিল। এই চৰ্দাৰবোৰৰ পৰস্পৰৰ মাজত মনোমালিন্য আছিল। এই সকলৰ পাৰস্পৰিক মতানৈক্য আৰু গোটেই ভাৰতবৰ্ষতে বিস্তাৰ লাভ কৰা মাৰাঠাৰ সাম্ৰাজ্যৰ পতন ঘটাবলৈ ভাল-বেয়া সকলো সাধনৰ প্ৰয়োগ কৰি ইংৰাজসকলে যু. ৪৯২০ (খৃ: ১৮১৮) লৈ ইয়াক হস্তগত কৰিবলৈ সক্ষম হয়। কিন্তু সেই সময়তো অনেক হিন্দু আৰু মুছলিম ৰাজ্য আছিল।

## অসম

অসমত প্ৰথম মুছলমান আক্ৰমণ ব্যৰ্থ কৰা ৰজা বৈষ্ণৱ আছিল। ইয়াৰ পিছৰ আক্ৰমণবোৰ ব্যৰ্থ কৰা আহোম ৰজা শৈৱ আছিল। পিছলৈ বৈষ্ণৱ আৰু শৈৱৰ মাজত পাৰস্পৰিক কলহ আৰম্ভ হ'ল। যু. ৪৯ (অষ্টাদশ খৃ:) ত আহোম ৰজাই বৈষ্ণৱসকলৰ ওপৰত 'মাৰ-কাট চলালে। ফলত মোৱামৰীয়া বিদ্ৰোহ হ'ল। এই বিপ্লৱ দমন কৰাৰ শক্তি আহোমৰ নাছিল। তেওঁলোকে ইংৰাজক মাতিলে। এইদৰে যু. ৪৯৯৪ (১৭৯২ খৃ:) ত পোন-প্ৰথমবাৰৰ কাৰণে অসমত ইংৰাজৰ আগমন হ'ল। কিন্তু সেই সময়ত ইংৰাজ অসমত নাথাকিল। ইয়াৰ পিছত অসমত আহোম ৰজা আৰু ইয়াৰ বৰফুকনৰ মাজত কাজিয়া-পেচাল আৰম্ভ হ'ল। আহোম ৰজাক পৰাস্ত কৰাৰ কাৰণে বদন বৰফুকনে ব্ৰহ্মদেশৰ মানসেনা আনিলে। বিভিন্ন পৰিস্থিতিত মানসেনাই তিনিবাৰ আহি বদন বৰফুকনৰ পক্ষে কাম কৰিলে যদিও অসমীয়া প্ৰজাৰ ওপৰত নিৰঙ্কুশ অত্যাচাৰ চলালে। এই মানসেনাক দমাবলৈ আহোম ৰজাই দ্বিতীয়বাৰৰ কাৰণে ইংৰাজৰ সহায় ভিক্ষা মাগিলে। যু. ৪৯২৬ (১৮২৪ খৃ:) ত ইংৰাজ অসমলৈ আহিল। এইবাৰ ইংৰাজ উভতি যাবলৈ অহা নাছিল। সেই সময়লৈকে ভাৰতৰ এক বৃহৎ অংশ বৃটিছৰ অধীনলৈ আহিছিল। এইবাৰ সকলো চল-

কৌশল প্ৰয়োগ কৰি যু. ৪৯২৮ (১৮২৬ খৃ:) ত য়াণ্ডাবু সন্ধিযোগে অসম হস্তগত কৰিলে। মহাভাৰতৰ যুদ্ধৰ আৰম্ভণিৰ অৰ্থাৎ নৰকাসুৰৰ সময়ৰেপৰা স্বাধীন হৈ থকা অসম, হিন্দুসকলৰ পাৰস্পৰিক কলহৰ কাৰণে বৃটিছৰ অধীনলৈ গ'ল।

## ৰণজিৎ সিংহ

যু. ৫০ (খৃ: উনবিংশ) শতিকাৰ আৰম্ভণিতে ভাৰতৰ অধিকাংশ এলেকা হস্তগত কৰাত ইংৰাজ সফল হৈ থকা অৱস্থাতে পঞ্জাৱত এক নতুন হিন্দু ৰাজ্য স্থাপিত হ'ল। পঞ্জাৱ যু. ৪৪ (খৃ: ত্ৰয়োদশ) শতিকাৰ আৰম্ভণিৰেপৰা মুছলমানৰ হাতত আছিল। মাৰাঠাসকলে যু. ৪৯ (খৃ: ১৮) শতিকাত অলপ সময়ৰ কাৰণে হস্তগত কৰিছিল যদিও তাত তেওঁলোকৰ ৰাজ্য সৰহদিনলৈ নিটিকিল। এতিয়া ৰণজিৎ সিংহই যু. ৫০ (খৃ: ১৯শ) শতিকাত তাত শিখ হিন্দুৰ ৰাজ্য প্ৰতিষ্ঠা কৰিলে। তেওঁ প্ৰথমতে লাহোৰ অধিকাৰ কৰি যু. ৪৯০৪ (খৃ: ১৮০২)ত অমৃতসৰ অধিকাৰ কৰিলে আৰু যু. ৪৯০৮ (খৃ: ১৮০৬) ত সতলজ নদীৰ সিপাৰৰ লুধিয়ানা দখল কৰিলে। সতলজৰ দক্ষিণৰ প্ৰধান শিখবোৰে ৰণজিৎ সিংহৰ বিৰুদ্ধে ইংৰাজৰ সহায় গ্ৰহণ কৰিলে। ফলত ৰণজিৎ সিংহই আফগাণবোৰৰপৰা কাশ্মীৰ আৰু পঞ্জাৱ অংশ দখল কৰিলে। এই কামৰ বাবে তেওঁৰ সেনাপতি হৰিসিংহ নলুৱাৰ নাম বিশেষ উল্লেখযোগ্য। ৰণজিৎ সিংহৰ এই ৰাজ্য নাশ কৰাৰ কাৰণে ইংৰাজে নিজৰ কূটকৌশলেৰে নানান চেষ্টা কৰিছিল যদিও তেওঁৰ মৃত্যুৰ সময়লৈকে যু. ৪৯৪১, (খৃ: ১৮৩৯) সাফল্যলাভ কৰিব নোৱাৰিলে। অৱশেষত যু. ৪৯৫১ (খৃ: ১৮৪৯) ত সেই ৰাজ্য ইংৰাজে জয় কৰিলে।

## ইংলণ্ডত উদ্যোগিক বিপ্লৱ আৰু ভাৰতৰ শোষণ

যু. ৪৮৫২ (খৃ: ১৭৫০) ত ইংলণ্ডত উদ্যোগিক বিপ্লৱ আৰম্ভ হ'ল। এই বিপ্লৱৰপৰা লাভ পাবৰ কাৰণে ইংলণ্ডক মূলধন, কেঁচা সামগ্ৰী

আৰু উৎপাদিত সামগ্ৰীৰ বাবে বজাৰ— এই তিনিও বিধৰে প্ৰয়োজন হৈছিল। যু. ৪৮৫৯ (খৃ: ১৭৫৭) ত পলাছীৰ যুদ্ধত ইংৰাজ বিজয়ী হৈছিল আৰু কিছু ৰাজ্য হস্তগত হৈছিল। তাৰপিছত ৩০ ৪০ বছৰলৈ তেওঁলোকে ভাৰতীয়সকলক নানা ভাৱে নিৰ্য্যাতন কৰি কোটি কোটি টকাৰ মূলধন ভাৰতৰপৰা ইংলণ্ডলৈ পঠিয়ালে। যু. ৪৯৫১ (খৃ: ১৮৪৯) লৈ জনসংখ্যা বহুল ভাৰতবৰ্ষ তেওঁলোকৰ অধীনলৈ গ'ল। ইয়াত তেওঁলোকে উৎপাদিত সামগ্ৰী বিক্ৰী কৰিবলৈ বিচাৰিছিল। ইংলণ্ডত সূতা আৰু উণৰ কাপোৰ তৈয়াৰ হৈছিল। যু. ৪৮৬২ (খৃ: ১৭৬০) লৈ ভাৰতে পৃথিৱীৰ ভালেমান দেশত কাপোৰ বেচিছিল। ইয়াত উৎকৃষ্ট মানৰ মলমল কাপোৰ তৈয়াৰ হৈছিল যি দেশ বিদেশৰ ৰজা আৰু চহকী লোকে লৈছিল। মলমল তৈয়াৰ কৰা কাৰীগৰে বুঢ়া আঙুলীৰ নখত এটা বিন্ধা কৰি লৈ উচ্চ মানৰ সূতা তৈয়াৰ কৰিছিল। এইদৰে তৈয়াৰ কৰা মলমলৰ তুলনাত ইংলণ্ডৰ উৎপন্ন হোৱা কাপোৰ নিম্ন মানৰ আছিল। নিজৰ নিম্ন মানৰ কাপোৰ ভাৰতত অধিক আমদানি কৰাৰ উদ্দেশ্যে ইংৰাজসকলে মলমলৰ সূতা তৈয়াৰ কৰোঁতে কাৰীগৰৰ বুঢ়া আঙুলী কাটি পেলাইছিল। ইংলণ্ডত উৎপাদিত কাপোৰ কেৱল ভাৰতৰ তাঁতশালৰ কাপোৰতকৈ ভাল হৈছিল। তেওঁ-লোকে ইংলণ্ডৰপৰা ভাৰতলৈ আমদানি কৰা মালবোৰত অতি কম কৰ লগাইছিল আৰু ভাৰতৰপৰা ৰপ্তানি হোৱা সামগ্ৰীৰ ওপৰত অধিক কৰ লগাইছিল। এইবোৰ অন্যায়ৰ বাবে যি ভাৰতত উৎপাদিত কাপোৰ পৃথিৱীৰ বিভিন্ন ঠাইলৈ ৰপ্তানি হৈছিল সিয়ে যু. ৪৯৫২ (খৃ: ১৮৫০) ত নিজৰ ব্যৱহাৰৰ কাৰণে প্ৰয়োজনীয় এক চতুৰ্থাংশ কাপোৰ ইংলণ্ডৰপৰা কিনিবলৈ ল'লে। ইংৰাজসকলে ৰেশমী আৰু উণী কাপোৰ, লোহাৰ সামগ্ৰী, বাচন আদি উদ্যোগৰ ক্ষেত্ৰতো ভাৰতৰ এনে দুৰৱস্থা কৰিলে। ফলত দেশত দৰিদ্ৰতা বাঢ়িল আৰু বহু লোক ভোকত মৰিবলৈ ধৰিলে। সেই কাৰণে অনেক ভাৰতীয়ই

পৰতন্ত্ৰতা আৰু আৰ্থিক শোষণৰপৰা মুক্ত হবৰ বাবে নানা ধৰণে চিন্তা কৰিবলৈ ধৰিলে।

## স্বাধীনতা সংগ্ৰাম (যু. ৪৯৫৯ ; খৃঃ ১৮৫৭)

যু. ৪৯৫১ (খৃঃ ১৮৪৯) লৈ ইংৰাজে ছলে-বলে কৌশলে সম্পূৰ্ণ ভাৰতত নিজৰ আধিপত্য বিস্তাৰ কৰিছিল। পোনতে তেওঁলোকে ভাৰতৰ পূৱ দিশৰ আৰু দক্ষিণৰ প্ৰদেশ হস্তগত কৰিছিল। তাত যু. ৪৯ (খৃঃ ১৮শ) শতিকাৰ শেষৰ পৰাই তেওঁলোকৰ বিৰোধিতা আৰম্ভ হৈছিল। বিশাখাপট্টণৰ কাষৰ বিজয়নগৰৰ ৰজাক তেওঁৰ ৰাজ্যৰপৰা উলিয়াই দি ইংৰাজসকলে মাদ্ৰাজলৈ পঠিয়াইছিল। সেই ৰাজ্যৰ চুখন জিলাৰ বনাঞ্চল এনে আছিল যে তাৰ প্ৰজাই ইংৰাজক কৰ দিয়া বন্ধ কৰি দিছিল। পিছলৈ গৈ সেই আন্দোলন যু. ৫১ (খৃঃ বিংশ) শতিকাৰ আগ ভাগলৈ চলিল। ইয়াৰ অন্তিম নেতা অল্লুৰি সীতাৰামৰাজুৰ যু. ৫০২৪ (খৃঃ ১৯২২) ত মৃত্যু হ'ল। এনে বনবাসী বন্ধুসকলে দেশৰ বিভিন্ন ঠাইত ইংৰাজসকলৰ বিদেশী ৰাজত্বৰ বিৰোধ কৰিছিল। সেই দেশভক্তসকলৰ অনেককে ডকাইত বুলি আখ্যা দি ইংৰাজে বধ কৰিছিল। খৃঃ ১৮০৬ ত ভেলোৰতো বিপ্লৱ হৈছিল। ৱেলুথম্পী, কট্টবম্মন আদি অনেকে বিদেশী ৰাজ্যৰপৰা মুক্তি পাবৰ কাৰণে যত্ন কৰিছিল।

ইংৰাজসকলৰ বিদেশীৰাজ্য গোটেই দেশতে অপদস্থ ৰজাসকলে বা প্ৰজাসকলে পছন্দ কৰা নাছিল। ভাৰতৰ ৰজাসকলৰ লগত কৰা ভালেমান চুক্তি তেওঁলোকে স্বাৰ্থৰ বাবে ভঙ্গ কৰিছিল। নিঃসন্তান হ'লে উত্তৰাধিকাৰী তুলি লোৱা ভাৰতীয় ৰজাসকলৰ অধিকাৰ তেওঁ-লোকে কাঢ়ি লৈছিল, যি শ শ বছৰ ধৰি ভাৰতীয় পৰম্পৰা অনুসৰি চলি আহিছিল। ভাৰতীয় পৰম্পৰাৰ ওপৰত কৰা এনে আঘাত কোনো ভাৰতীয়ই পছন্দ কৰা নাছিল। সেই সেই ৰাজ্যবোৰত উত্তৰাধিকাৰী নোহোৱাৰ অজুহাত দেখুৱাই ইংৰাজে এখন এখনকৈ

ৰাজ্য হস্তগত কৰিছিল। তঞ্জোৰ, চিকিম, ঔদ্ধ আদি কিছু ৰাজ্যত ঔৰস পুত্ৰ থকা স্বত্বেও ইংৰাজসকলে বলপূৰ্বকভাৱে নিজৰ অধীন কৰি লৈছিল। কেউপিনে অশান্তি বিয়পি পৰিছিল।

এই অসন্তোষক সংগঠিত কৰাৰ কাম মাৰাঠাসকলৰ অন্তিম পেশৱা দ্বিতীয় বাজীৰাৱৰ পুত্ৰ নানাসাহাবে কৰিছিল। ইংৰাজে দ্বিতীয় বাজী-ৰাৱক পেঞ্চন দি মহাৰাষ্ট্ৰৰপৰা সুদূৰত উত্তৰে ব্ৰহ্মাৱৰ্ত (বিঠুৰ) ত ৰাখিছিল। নিজৰ পিতাকতকৈ নানাসাহাবৰ দৃষ্টি অধিক সুদূৰপ্ৰসাৰী আছিল। তেওঁ গোটেই দেশতে সুন্দৰ সংগঠন কৰিলে। এই সংগঠনত ইংৰাজৰ চাকৰি কৰা সৈনিকো অন্তৰ্ভুক্ত আছিল। এনে আঁচনি যুগুতোৱা হ'ল যে ইংৰাজে গম নোপোৱাকৈ সকলো ঠাইতে যু. ৪৯৫৯ (৩১ মে, ১৮৫৭) ত ইংৰাজৰ বিৰুদ্ধে যাতে যুদ্ধ আৰম্ভ কৰা হয়। দুৰ্ভাগ্যবশত: কিছুলোকে নিজৰ উৎসাহ ৰোধ কৰিব নোৱাৰি মীৰাটত ১০মে তাৰিখেই যুদ্ধ আৰম্ভ কৰি দিলে। ফলত ইংৰাজে ইয়াৰ বিষয়ে একৈশ দিন আগতে গম পালে। ইমান কেইদিন আগতে আৰম্ভ হোৱা যুদ্ধৰ কাৰণে সকলো আঁচনি ওলট-পালট হৈ গ'ল। ইংৰাজে সময় পালে আৰু স্বতন্ত্ৰতা সংগ্ৰাম দমন কৰাত সফল হব পাৰিলে।

এই স্বতন্ত্ৰতা সংগ্ৰামৰ পিছতেই ইংৰাজসকল অধিক সুসংগঠিত হৈ পৰিল। বৃটিছ ৰাজে ইষ্ট ইণ্ডিয়া কোম্পানীৰ সমাপ্তি ঘটাই পোন-পটীয়াকৈ দেশৰ শাসনভাৰ গ্ৰহণ কৰিলে। ভাৰতবৰ্ষ বৃটিছ ৰাজৰ মুকুটমণি হৈ পৰিল।

## ৰাণী ভিক্টোৰিয়াৰ ক্ষমা-পত্ৰ

স্বতন্ত্ৰতা আন্দোলন দমন হ'ল সচাঁ কিন্তু ইয়ে ইংৰাজসকলক ভাবিবলৈ বাধ্য কৰিলে। অসন্তোষৰ উদগীৰণ স্বতন্ত্ৰতা আন্দোলনৰূপে হোৱাৰ কথা ইংৰাজে বুজি পালে। প্ৰজাৰ অসন্তোষৰ পৰিণামৰ অভিজ্ঞতা তেওঁলোকে নিজৰ দেশত পাই থৈছিল।

ইংলণ্ডৰ ৰাণী ভিক্টোৰিয়াই যু. ৪৯৬০ (খৃ: ১৮৫৮) ত এখন

ঘোষণাপত্ৰ জাৰি কৰিলে যে ভাৰতীয় ৰজাসকলৰ লগত হোৱা চুক্তি অনুসৰিহে ইংৰাজে চৰকাৰ চলাব। সন্তান তুলি লোৱাৰ অধিকাৰ সকলোৰে থাকিব আৰু তুলি লোৱা উত্তৰাধিকাৰক চৰকাৰে মান্যতা দিব। সাধাৰণ লোকৰ বাবে কোৱা হ'ল যে তেওঁলোকৰ পন্থাৰ কাম-কাজ আৰু পূজা পদ্ধতিৰ ওপৰত চৰকাৰে দখল নিদিয়ে। এই ঘোষণাপত্ৰ অৰ্থাৎ ৰাণীৰ দ্বাৰা ভাৰতীয়সকলক দিয়া একপ্ৰকাৰৰ ক্ষমা-পত্ৰ আছিল।

কিন্তু এই ক্ষমা-পত্ৰৰ বাবে ভাৰতে বিদেশী শাসকৰপৰা মুক্তি নাপালে। হিন্দু কোনো বিদেশী শাসনৰ অধীনত থাকিব নোখোজা মনোবৃত্তিৰ অনেক ভাৰতীয় আছিল। যু. ৪৯৬৭ আৰু ৪৯৭৭ (খৃ: ১৮৬৫ আৰু ১৮৭৫) ৰ মাজত পঞ্জাৱত ৰামসিংহ কুকাৰ আৰু যু. ৪৯৭২ তথা ৪৯৮২ (খৃ: ১৮৭০ আৰু ১৮৮০) ৰ ভিতৰত মহাৰাষ্ট্ৰত বাসুদেৱ বলৱন্ত ফড়কেৰ নেতৃত্বত ইংৰাজৰ বিৰুদ্ধে দুটা জোৰদাৰ আন্দোলন হৈছিল যদিও ইংৰাজে ইয়াক কঠোৰ হাতেৰে দমন কৰিলে। কিন্তু ইংৰাজসকলে গভীৰভাৱে চিন্তা কৰিবলৈ ধৰিলে যে ভাৰতীয় লোকসকলক সশস্ত্ৰ আন্দোলন নকৰাৰপৰা কেনেদৰে বিৰত কৰিব পাৰি।

## বিজিত লোকৰ মনত হীনমন্যতা অটুট ৰখাৰ সপক্ষে ইংৰাজ

যু. ৪৯৫৯ (খৃ: ১৮৫৭) ৰ এশ বছৰ পূৰ্বে হোৱা পলাচী যুদ্ধত বিজয়ী হোৱাৰ পিছত এখন এখনকৈ প্ৰদেশ ইংৰাজৰ অধীনলৈ আহিল আৰু তেওঁলোকৰ এই বিশ্বাস দৃঢ় হৈ পৰিল যে গোটেই ভাৰতবৰ্ষতে তেওঁলোকৰ শাসন প্ৰৱৰ্তিব। তেতিয়াৰ পৰাই ভাৰতত নিজৰ ৰাজ্যক অধিক স্থায়ী কৰাৰ দৃষ্টিৰে হিন্দুসকলৰ মাজত আত্মবিস্মৃতি আৰু আত্ম-গ্লানিৰ ভাৱ বৃদ্ধি কৰাৰ উদ্দেশ্যে নানান উপায় তেওঁলোকে চিন্তিব ধৰিলে। এই কাৰ্যত তেওঁলোকে আন ইউৰোপীয় দেশৰ পৰাও সহযোগ পালে। বিজিত লোকসকলক চিৰকাল নিজৰ অধীন কৰি ৰখাৰ

বাবে কি কৰা উচিত, সেই কথা তেওঁলোকে ভাবিব ধৰিলে। তেওঁলোকৰ এনে প্ৰচেষ্টাৰ বাস্তৱ বৰ্ণন নেন্সী ষ্টীফেনৰ যু. (৫০৮৪ খৃ: ১৯৮২) ত প্ৰকাশিত 'দি আয়ডিয়াজ অফ্ ৰেচ সাইন্স' নামৰ গ্ৰন্থত এইদৰে কৰিছে :

## (১) শ্বেতকায় লোকৰ শ্ৰেষ্ঠতা : এক দুৰভিসন্ধি

'যু: ৪৬ (খৃ: পঞ্চদশ) শতিকাৰ পৰাই কিছুমান বিশেষ পৰিস্থিতিৰ কাৰণে আৰ্থিক লাভৰ উদ্দেশ্যে ইউৰোপৰ লোক পৃথিৱীৰ অনেক দেশলৈ গ'ল। সেইসকল শ্বেতকায় আছিল। ভিন ভিন দেশ পোৱাৰ পিছত নিজতকৈ বেলেগ তাৰ স্থানীয় সমাজক হত্যা কৰি বিনষ্ট কৰিবলৈ নাইবা নিজৰ অনুসৰণকাৰী কৰাত সফল হৈছিল। তেওঁলোকৰ আৰ্থিক লাভো হৈছিল। বিজয়ৰ কাৰণে তেওঁলোকৰ অংহকাৰ হৈছিল। বিজিত লোকসকলতকৈ এইসকলৰ শস্ত্ৰাদি আধুনিক আছিল কাৰণে বিজিত লোকসকলৰ মনত হীনভাব উপজিছিল। বিজিত লোকসকলৰ মনত হীনমন্যতা অটুট ৰখাৰ উদ্দেশ্যে ইউৰোপীয় লোকসকলে নানান চেষ্টা কৰিছিল। প্ৰথমতে তেওঁলোকে কৈছিল যে আন ৰঙৰ আৰু জাতিৰ অসংস্কৃত তথা জংঘলী লোকসকলক খৃষ্টান কৰি সুসংস্কৃত কৰাৰ দায়িত্ব ভগবানে আমাক বগা লোকসকলক দিছে। যেতিয়া আফ্ৰিকাৰ ক'লা ৰঙৰ মানুহবোৰ খৃষ্টান হৈ আমেৰিকাত থাকিবলৈ ধৰিলে তেতিয়াও এই লোকসকলক শ্বেতকায় লোকসকলে নিজৰ দৰে সমান আসন দিয়াৰ পক্ষপাতী নাছিল, কাৰণ তেতিয়াহলে তেওঁলোক সেই দেশবোৰ স্বতন্ত্ৰ কৰি দিব লাগিলহেঁতেন, যাৰ ফলত তেওঁলোকৰ আৰ্থিক লোকচান হলহেঁতেন। গতিকে তেওঁলোকে শ্বেতকায় লোকসকলৰ শ্ৰেষ্ঠতা শাস্ত্ৰীয় আধাৰত প্ৰতিপন্ন কৰাৰ যত্ন কৰিলে।

'তেওঁলোকে অনেক শ্ৰম কৰি নানান শাস্ত্ৰীয় প্ৰয়োগ কৰিলে। লাখ লাখ লোকৰ মূৰ আৰু অন্য অঙ্গ-প্ৰত্যঙ্গাদি জোখ-মাখ ল'লে। ছালৰ ক'লা ৰঙৰ আৰু মুখায়বৰ বিভিন্ন কোণেৰে পৰীক্ষা কৰিলে।

এটা মূৰবো অসংখ্য জোখ লোৱা হ'ল। এজন আমেৰিকান বিশেষজ্ঞ চেমুৱেল জৰ্জ মাৰ্টিনে ৬০০ বেড ইণ্ডিয়ানৰ আৰু ১৭টা হিন্দুৰ মিলাই ১,০০০ লাওখোলা গোটালে। সেই লাওখোলাবোৰৰ ভিতৰত কাঠৰ টুকুৰা আৰু সৰিয়হৰ বীজ ভৰাই অনেক জোখ ল'লে। ইয়াৰ আধাৰত তেওঁ গৃহীত সিদ্ধান্তৰ বাবে অনেক তালিকা তৈয়াৰ কৰিলে। এই তালিকাবোৰৰ বহুল প্ৰচাৰ কৰা হ'ল। ইয়াৰ প্ৰয়োগ কৰি তেওঁ জনালে যে প্ৰকৃতিয়েই ভিন ভিন যোগ্যতাৰ মানুহৰ সৃষ্টি কৰিছে। যোগ্যতাৰ ভিন্নতাৰ ভেটিত সম্পূৰ্ণ মানৱজাতিক কেইটামান ভাগত ভগাব পাৰি, য'ত বগা ৰঙৰ মানুহ উচ্চতম আৰু ক'লা ৰঙৰ মানুহ নিম্নতম শ্ৰেণীৰ অন্তৰ্গত হব। আন ৰঙৰ মানুহ এই দুই শ্ৰেণীৰ মাজত থাকিব। এনে নিৰ্ণয় তেওঁ প্ৰথমতে থিৰ কৰি লৈছিল আৰু বৈজ্ঞানিক প্ৰয়োগ কেৱল দেখুৱালৈহে কৰিছিল। মাৰ্টিনৰ তালিকা অনেক গ্ৰন্থত ছপা হৈছে। ইয়াৰ আধাৰত তেওঁ আৰু অন্যান্য পছিমীয়া বিদ্বানে প্ৰচাৰ কৰিলে যে প্ৰাকৃতিক ভাৱে বগা মানুহ অন্য ৰঙৰ মানুহতকৈ অধিক নিপুণ হয় আৰু মানৱজাতিৰ উদ্ধাৰৰ কাৰণে এইটো অতি স্বাভাৱিক কথা যে তেওঁলোকে শাসন কৰক আৰু অন্য ৰঙৰ লোকে তেওঁলোকৰ অধীনত থাকক। ভগৱানৰ এয়ে বিধান। ইয়াত মানাপমানৰ কোনো কথা নাই। ইয়াৰ দ্বাৰা পছিমীয়াসকলে শ্বেতকায় আৰ্যজাতিৰ কল্পনা কৰিলে আৰু এই তথ্য শাস্ত্ৰীয় মতেৰে প্ৰামাণিক কৰাৰ কাৰণে যত্নৰ ত্ৰুটি নকৰিলে। কিন্তু বৰ্তমান প্ৰচলিত জনন-তত্ত্ব আৰু অন্যান্য বৈজ্ঞানিক অনুসন্ধানৰ ফল-স্বৰূপে পছিমীয়া বিদ্বানসকলে দৰ্শোৱা যুক্তি নিৰৰ্থক হৈ পৰিছে।"

এই কথা নেন্সী ষ্টীফেনৰ দৰে যিদৰে আজি কৰ পৰা হৈছে, সেইদৰে এই শতিকাৰ প্ৰথম তৃতীয় দশকলৈ কোৱা সম্ভৱ নাছিল, কাৰণ তেতিয়ালৈকে এই বংশগত শ্ৰেষ্ঠতাৰ সূত্ৰ পৃথিৱীৰ অন্যান্য দেশৰ সমান ভাৰততো অতি প্ৰভাৱশালী আছিল।

## (২) ভাৰতীয়সকলক দিগ্‌ভ্ৰমিত কৰাৰ উদ্দেশ্যে সাহিত্য-ৰচনা

নিজৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰাৰ উদ্দেশ্যে ইংৰাজসকলে আৰু অন্য সুনিয়োজিত আঁচনি তৰিছিল। যুঃ ৪৮৭৫ (খৃঃ ১৭৭৩) ত ইয়াৰ ইতিহাস অধ্যয়ন কৰাৰ উদ্দেশ্যে ৰয়েল এচিয়াটিক চচাইটিৰ স্থাপনা কৰা হৈছিল। এই চচাইটিৰ সকলো খৰচ ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে একেৰাহে ৭০ বছৰ দিছিল। খৃষ্টান ধৰ্ম প্ৰচাৰ কৰাৰ উদ্দেশ্যে যুঃ ৪৯১৩ (খৃঃ ১৮১১) ত অক্সফোৰ্ড বিশ্ববিদ্যালয়ত বোডন অধ্যাপকৰ পদ নিৰ্মাণ কৰা হৈছিল। মেক্সমূলাৰে নিজে বেদাদি প্ৰাচীন ভাৰতীয় সাহিত্যৰ ভাষান্তৰ কৰিলে। সেই সাহিত্যৰ ওপৰৰ পৰা যাতে ভাৰতীয়সকলৰ আস্থা নাইকীয়া হৈ পৰে তাৰ চেষ্টা তেওঁ কৰিছিল। যুঃ ৪৯৬৮ (খৃঃ ১৮৬৬) ত নিজৰ পত্নীলৈ লিখা চিঠিত মেক্সমূলাৰে নিজে এনে বিশ্বাস প্ৰকাশ কৰিছিল যে তেওঁৰ দ্বাৰা ভাষান্তৰ কৰাৰ কাৰণে হিন্দুসকলৰ নিজৰ গ্ৰন্থৰ ওপৰত আস্থা নোহোৱা হৈ পৰিব। যুঃ ৪৯৭০ (খৃঃ ১৮৬৮) ত তেওঁ ভাৰতৰ সচিব ডিউক অফ আৰ্গাইলক চিঠি লিখি ভাৰতত খৃষ্টান ধৰ্ম প্ৰচাৰৰ কাৰণে অধিক সংখ্যাত খৃষ্টান মিছনাৰী পঠিয়াবলৈ অনুৰোধ জনাইছিল। যুঃ ৪৯৭৭ (খৃঃ ১৮৭৫) ত সংস্কৃত পণ্ডিত ন্যায়াধীশ কে. টী. তেলঙ্গে কৈছিল যে কিদৰে পছিমীয়া খৃষ্টান সংস্কৃত পণ্ডিতৰ কাৰ্যৰ বাবে ভাৰতৰ ইতিহাসৰ কালক্ৰমৰ অপৰিমিত ক্ষতি হৈছে।

## (৩) আৰ্য জাতিৰ অস্তিত্বৰ বৃথা কল্পনা

খৃষ্টান ধৰ্মৰ প্ৰচাৰৰ লগে লগে নিজৰ শ্ৰেষ্ঠতা আৰু পাৰদৰ্শিতাৰ প্ৰভাৱ ভাৰতীয়সকলৰ মনত পেলাবলৈ ইংৰাজ আৰু ইউৰোপীয়সকলে নানান চেষ্টা কৰিছিল। অনেক বৃথা কল্পনাক প্ৰামাণিক সিদ্ধান্তৰূপে প্ৰচাৰ কৰিছিল। গ্ৰীক, ৰোমান, ফাৰ্চী, সংস্কৃত আদি ভাষাত পিতৃ, মাতৃ আদি কিছুমান সমানাৰ্থক শব্দ দেখি তেওঁলোকে এনে সিদ্ধান্তত উপনীত হৈছিল যে এইবোৰ ভাষা কোৱা লোকসকলৰ সম্ভৱতঃ

প্ৰথমতে কেতিয়াবা এটা ভাষাই আছিল আৰু একে ঠাইতে নিবাস কৰিছিল। বিদ্বানসকলৰ এই অনুমান যুক্তি সংগতো। কিন্তু এই লোকসকলক একেটি বংশৰ বুলি কোৱা, সেই বংশক 'আৰ্য' নাম দিয়া, এই আৰ্য্যসকল বগা ৰঙৰ, পোন দীঘলীয়া নাকৰ আৰু কাৰ্যক্ষম আছিল বুলি কোৱা তথা তেওঁলোকৰ নিবাস স্থান ইউৰোপ বা ইউৰোপৰ সমীপৱৰ্তী কোনো ঠাইৰ অন্বেষণ কৰা কাৰ্যবোৰ পুৰ্বনিগ্ৰহ বুলি কব পৰা যায়। 'আৰ্য' শব্দৰ যি অৰ্থ বৈদিক সাহিত্যত পোৱা যায় সেয়া হৈছে শ্ৰেষ্ঠ, সভ্য, সুসংস্কৃত। ভাৰতীয় সংস্কৃতিৰে প্ৰভাৱিত ইণ্ডোনেচিয়াৰ শ্যাম দেশৰ চিয়ামী ভাষাৰ শব্দকোষতো 'আৰ্য ধৰ্ম'ৰ অৰ্থ 'চিভিলাইজেশন' আৰু 'আৰ্য'ৰ অৰ্থ 'চিভিলাইজড' অৰ্থাৎ সভ্য আৰু সুংস্কৃত" বুলি দিয়া হৈছে। ঋগ্বেদত আৰ্য শব্দ ৩৩ ঠাইত আৰু অথৰ্ববেদৰ ১৬ ঠাইত পোৱা গৈছে। সকলোতে ইয়াৰ অৰ্থ শ্ৰেষ্ঠ, সুসংস্কৃত বুলি দিয়া আছে। ক'তো এই শব্দ বংশসূচক হিচাপে নাই।

নিহিত স্বাৰ্থৰ বশীভূত হৈ পছিমীয়াসকলে আৰ্য শব্দৰ বংশবাচক বুলি স্বীকাৰ কৰি সেয়া 'শ্ৰেষ্ঠ', 'সুসংস্কৃত আদি অৰ্থক নিজৰ কাৰণে ব্যৱহাৰ কৰাৰ চেষ্টা ১৯ শতিকাত কৰিছিল। এই শ্ৰেষ্ঠ জাতিৰ ৰঙ্ ইউৰোপীয়সকলৰ দৰে বগা বুলি কৈ সেইসকলৰ নিবাসস্থান ভাৰতৰ বাহিৰত আৰু ইউৰোপৰ দাঁতি-পাজৰত বিচৰাৰ যত্ন কৰিছিল। সেই মূলস্থান কি আছিল আজিলৈ তাৰ নিৰ্ণয় নহ'ল। 'জাৰ্মানীৰপৰা মধ্য এচিয়া হৈ ৰাছিয়াৰ কোনো প্ৰদেশৰ ভিতৰত সেই ঠাই হব' বুলি আজিও কোৱা হয়। শ্ৰেষ্ঠ অৰ্থ দৰ্শোৱা আৰ্য শব্দৰ প্ৰয়োগ যি বেদত উল্লেখিত আছে সেয়া হৈছে বিশ্বৰ প্ৰাচীনতম সাহিত্য। তাত সৰস্বতী আদি নদীৰ সৈতে হিন্দু দেশৰ বৰ্ণনা আছে। কিন্তু এই পৰাজিত আৰু অনা-ইউৰোপীয় লোকৰ হিন্দু দেশত আৰ্যৰ মূলস্থান হবই নোৱাৰে বুলি ইউৰোপীয়ানসকলে প্ৰতিপাদন কৰিছে। দৰাচলতে সকলো প্ৰাচীন সভ্যতা ডাঙৰ ডাঙৰ নদীৰ দাঁতিত বিকশিত হৈছিল,

কিন্তু আৰ্যৰ মূলস্থান দৰ্শোৱাৰ সময়ত কেৱল তেওঁলোকে নদীবিহীন প্ৰদেশৰ নিৰ্দেশ কৰি থাকিল। সমগ্ৰ ইউৰোপবাসীক শ্ৰেষ্ঠ আৰ্য জাতিৰ বংশধৰ বুলি কোৱাৰ কাৰণে তেওঁলোকে এনেবোৰ তৰ্ক বিৰুদ্ধ কথাৰ প্ৰচাৰ কৰিছিল।

## ভাৰতীয়সকলৰ মাজত বিভেদতা অনাৰ যত্ন

নিজকে শ্ৰেষ্ঠ প্ৰতিপন্ন কৰোঁতা ইংৰাজে ভাৰতীয়সকলৰ মাজত ভেদ উৎপন্ন কৰাৰ কাৰণেও যত্ন কৰিছিল। যুঃ ৪৯৬৮ (৯-৪-১৮৬৬) ত লণ্ডনত অনুষ্ঠিত ৰয়েল এচিয়াটিক চচাইটিৰ সভাত প্ৰথমবাৰ আৰ্য জাতিৰ এটা শাখা ভাৰতত প্ৰবেশ কৰাৰ কথা কোৱা হৈছিল। আৰ্য বাহিৰৰপৰা ভাৰতলৈ আহিল আৰু তেওঁলোকে নিজতকৈ ভিন্ন অৰ্থাৎ ক'লা ৰঙৰ ইয়াৰ মূল নিবাসীসকলক পৰাস্ত কৰি বা বিনষ্ট কৰি ভাৰতত নিজৰ প্ৰভুত্ব স্থাপন কৰিছিল বুলি ভুল প্ৰচাৰ ইংৰাজ-সকলে কৰিছিল। প্ৰকৃততে ইউৰোপীয়সকলৰ পূৰ্বে যিমান ভাৰতীয়, গ্ৰীক, চীন, তুৰ্কী, মোগল বা আৰবী ইতিহাসবিদ আছিল সেই সকলোৱে হিন্দুসকলক পূৰ্বৰেপৰা ভাৰতৰ নিবাসী বুলি স্বীকাৰ কৰিছিল। কিন্তু ইউৰোপীয় লোকে, যিসকলে নিজে ভিন-ভিন দেশত অন্য বৰ্ণৰ লোকৰ ওপৰত যিদৰে অত্যাচাৰ কৰিছিল, সেইসকলে এইটো প্ৰচাৰ কৰিবলৈ ধৰিলে যে ভাৰতত 'আৰ্য' হিন্দুৱে অন্য ৰঙৰ অনাৰ্য্য হিন্দুৰ ওপৰতো সেইদৰে অত্যাচাৰ কৰিছিল আৰু এইদৰে তেওঁলোকে হিন্দুসকলৰ মাজত ভেদভাব বিয়পাইছিল। হিন্দু সংস্কৃতিত মানুহৰ ছালৰ ৰঙৰ শ্ৰেষ্ঠতাৰ লগত কেতিয়াও সম্বন্ধ নাছিল। ঋগ্বেদত স্পষ্ট উল্লেখ আছে যে এটা সূক্তৰ দ্ৰষ্টা কণ্ব ঋষি ক'লা আছিল। দেৱত্বপ্ৰাপ্ত কৰা আমাৰ ৰাম আৰু কৃষ্ণও ক'লা আছিল। কিন্তু বিজেতা হোৱাৰ কাৰণে এই বাস্তৱতাৰ বিৰুদ্ধে ইংৰাজে প্ৰচাৰ কৰিছিল আৰু আৰম্ভণিতে দাস মনোবৃত্তিৰ কিছু এংগ্লো-শিক্ষিত আৰু কিছু সম্ভ্ৰমিত দেশভক্ত ভাৰতীয়ই তেওঁলোকৰ এনে সিদ্ধান্ত সমৰ্থ কৰিছিল।

## (৪) লর্ড মেকালে ঃ নব বাষ্ট্ৰবাদ

মেকালে য়ু: ৪৯৩৬ (খৃ: ১৮৩৪) ত ইংৰাজ চৰকাৰৰ ন শিক্ষা-নীতি প্ৰস্তুত কৰিছিল। তেওঁৰ প্ৰতিপাদন আছিল যে যেতিয়ালৈকে ভাৰতৰ প্ৰশাসনিক, ৰাজস্ব আৰু ন্যায়সম্বন্ধীয় ব্যৱস্থা ইয়াৰ পূৰ্ব পৰম্পৰা অনুসৰি কৰা যাব তেতিয়ালৈকে ইংৰাজৰ ৰাজত্ব দৃঢ় হব নোৱাৰিব। চাৰ জন বুড্ৰাফৰ দৰে কিছুমান ইংৰাজে এই কথাৰ বিৰোধিতা কৰিছিল যদিও ইংৰাজ চৰকাৰে শেষত নিৰ্ণয় ল'লে যে উক্ত তিনিওবিধ ব্যৱস্থাৰ সলনি কৰি তাৰ পৰিবৰ্তে ইউৰোপীয় ব্যৱস্থা বাহাল কৰিব লাগিব আৰু পুনৰ সেইবোৰৰ সঞ্চালনৰ কাৰণে প্ৰয়োজনীয় কৰ্মচাৰীৰ শ্ৰেণী তৈয়াৰ কৰাৰ কাৰণে শিক্ষাপদ্ধতিৰ নিৰ্ণয় কৰিব লাগিব। এই শিক্ষাৰ মাধ্যম ইংৰাজী হব। এই নীতিৰ ফলস্বৰূপে চাৰি শ্ৰেণী পঢ়োঁতাইও তৎক্ষণাত চাকৰি পাবলৈ ধৰিলে আৰু পৰম্পৰাগত শাস্ত্ৰী, আচাৰ্য আৰু মহোমহোপাধ্যায় তথা সেইবোৰ শিক্ষা-পদ্ধতি অপ্ৰাসঙ্গিক হৈ পৰিল। মহাত্মা গান্ধীৰ মতে ইংৰাজে ভাৰতৰ শিক্ষাৰ 'মনোৰম বৃক্ষ'ক পঞ্চাচ বছৰৰ ভিতৰতে সম্পূৰ্ণ-ভাৱে নষ্ট কৰি পেলাইছিল। মেকালেৰ বিশ্বাস আছিল যে তেওঁৰ এনে আঁচনিৰ ফলস্বৰূপে ভাৰতীয়সকলৰ নিজৰ সংস্কৃতিৰ প্ৰতি স্বাভিমান নহৈ ইংৰাজৰ কথাবোৰকেই শ্ৰেষ্ঠ বুলি ভাবিবলৈ ধৰিব।

নিজৰ শাসন বিশাল ভাৰতবৰ্ষত চলাবলৈ ভাৰতীয় চাকৰিয়াল পোৱাৰ উদ্দেশ্যে ইংৰাজী ভাষা শিকোৱা শিক্ষালয়বোৰ য়ু: ৫০ (খৃ: ১৯শ) শতিকাৰ আৰম্ভণিৰ পৰা স্থাপিত হবলৈ ধৰিলে। য়ু: ৫০ (খৃ: ১৯ শ) শতিকাৰ মাজভাগৰপৰা কলেজবোৰো আৰম্ভ হ'ল। য়ু: ৪৯৬৩ (খৃ: ১৮৬১) ত কলিকতা, বোম্বাই আৰু মাদ্ৰাজ এই তিনিখন বিশ্ববিদ্যালয় স্থাপিত হ'ল। শিক্ষা লওঁতাসকলৰ মাজত আত্মবিস্মৃতিৰ ভাব নিৰ্মাণ কৰাৰ উদ্দেশ্যে যুগুতোৱা পাঠ্যক্ৰম তেওঁলোকে বৰ পৰিশ্ৰমকৈ কৰিলে। নেস্ফী ষ্টীফেনৰ মতে ইংৰাজসকলে যি কথাকেই কব বিচাৰিছিল সেই-বোৰক শাস্ত্ৰীয় ৰহন চৰোৱাৰ বাবে বেছ পৰিশ্ৰম কৰিছিল।

পাঠ্যপুথিত তেওঁলোকে কৈছিল যে ইয়াত ৰজা আৰু বনবাসী প্ৰজাতিসকলৰ মাজত সদায় হাই-কাজিয়া চলিছিল। যি পৰাক্ৰমী আছিল তাৰেই সেই সময়ত শাসন চলিছিল। ভাৰতৰ ভিন ভিন প্ৰদেশৰ ভাষা, আচাৰ-বিচাৰ আদি সকলো বেলেগ বেলেগ। কোনো এক ৰজাৰ সম্পূৰ্ণ ভাৰতত কেতিয়াও ৰাজ্য নাছিল। এই দেশখন না আৰ্যৰ, না ইয়াৰ মূল নিবাসীসকলৰ; আৰু না আৰ্যৰ পিছত বাহিৰৰপৰা অহা আৰু যিয়ে ইয়াত শাসন কৰিছিল সেই তুৰ্কী, আৰব আৰু মোগলৰ। পোন প্ৰথমবাৰৰ কাৰণে ইংৰাজে সমগ্ৰ ভাৰতক এক কৰিলে। ইংৰাজৰ কাৰণে এতিয়া ইয়াত এক স্থিৰ শাসন ব্যৱস্থা চলিল। ফলত এক নতুন দেশৰ নক্সা গঢ়ি উঠিল। এই দেশ সেইসকলৰ যিয়ে ইয়াত বাস কৰে। এই সকলোৱে হৃদয়ত এতিয়া এই দেশৰ প্ৰতি ভক্তি নিৰ্মাণ কৰি এক নৱ ৰাষ্ট্ৰ গঢ়াৰ যত্ন কৰিব লাগিব। এনে পাঠ্যক্ৰম শিকোঁতা ভাৰতীয়সকলৰ যাতে সমাজত সন্মান বাঢ়ে, তাৰ ব্যৱস্থাও ইংৰাজে কৰিছিল। এনে অসংখ্য লোক ভাৰতত তৈয়াৰ হৈছিল।

## সমান শাসন-ব্যৱস্থাৰে নৱ-ৰাষ্ট্ৰবাদ শক্তিমান

এই পাঠ্যক্ৰমৰ আশানুৰূপ ফল ইংৰাজী-শিক্ষিত লোকৰ মনৰ ওপৰত পৰাৰ আন এক কাৰণো আছে। যু: ৪৯৬৩ (খৃ: ১৮৬১) ত সমগ্ৰ দেশৰ কাৰণে এক কাষ্টম এক্ট আৰু জাতিভেদ নকৰাকৈ এক পেনেল কোড কৰা হ'ল। হাইকোৰ্ট স্থাপন কৰা হ'ল। শাসকীয় চাকৰিয়ালৰ কাৰণে সমান নিয়ম তৈয়াৰ কৰা হ'ল। ডাকবিভাগ, তাঁৰবিভাগ খোলা হ'ল আৰু দুই পয়চাতে এখন চিঠি ভাৰতৰ সকলো ঠাইতে পাবপৰা হ'ল। ৰেলগাড়ীৰ প্ৰচলন হ'ল। এইবোৰ উন্নতিৰ কাৰণে পাঠ্যপুথিৰ সংস্কাৰ দৃঢ় হব ধৰিলে। এতিয়ালৈকে আমাৰ ভাৰত এক ৰাষ্ট্ৰ নাছিল, এতিয়া ইয়াৰ এক নৱ ৰাষ্ট্ৰ হোৱাৰ ভাব বাঢ়িবলৈ ধৰিলে। আনকি সেই ইংৰাজী-শিক্ষিত লোকসকলেও,

যিয়ে ইংৰাজৰ পৰাধীনতাৰপৰা দেশক মুক্ত কৰিবলৈ বিচাৰিছিল, এক নতুন ৰাষ্ট্ৰ গঢ়াৰ সপোন দেখিবলৈ ধৰিলে।

এনে নবীন ৰাষ্ট্ৰ গঢ়িব খোজাজনৰ বাবে প্ৰাচীন ভাৰত কেনেকৈ আদৰ্শ হব পাৰে? স্বতন্ত্ৰতা প্ৰাপ্তিৰ কাৰণে আন্দোলন কেনেকৈ কৰিব লাগিব, কি তত্বজ্ঞান জনাব লাগিব, সামাজিক নিয়ম-কায়দা কেনেধৰণৰ হব, স্বতন্ত্ৰ ভাৰতৰ সংবিধান কিদৰে কৰিব লাগিব, শিক্ষা-পদ্ধতি কেনেদৰে যুগুতাব লাগিব, ল'ৰা-ছোৱালীৰ মনত কেনেধৰণৰ সংস্কাৰৰ বীজ সিঁচিব লাগিব এই সকলোবোৰ কথাৰ কাৰণে ইউৰোপীয় দেশেই এইসকলৰ আদৰ্শ হৈছিল আৰু তাৰপৰাই প্ৰেৰণা লভিছিল। অনেক ভাৰতীয় লোকৰ কাৰণে ভাৰত প্ৰেৰণাদায়ক নোহোৱাৰ অৱস্থা কৰাৰ কাৰণে ইংৰাজ শলাগৰ পাত্ৰ হৈ পৰিছিল।

## স্বতন্ত্ৰতাৰ বাবে দুই প্ৰকাৰৰ যত্ন

ইংৰাজ এই দেশলৈ আক্ৰামকৰূপে আহিছিল, কিন্তু তেওঁলোকে কেতিয়াও এই দেশক আপোন বুলি ভাবিবপৰা নাছিল। তেওঁলোকে ভাৰতৰ প্ৰয়োগ নিজৰ দেশ ইংলণ্ডৰ বাবে কৰিবলৈ বিচাৰিছিল। ভাৰতক কেতিয়াও তেওঁলোকে নিজৰ দেশ বুলি নাভাবিছিল আৰু ভাৰতীয়সকলেও ইংৰাজক ভাৰতীয় বুলি গ্ৰহণ কৰা নাছিল। ইংৰাজ যিমানেই ভাল নহওক তেওঁলোক বিদেশী আৰু তেওঁলোকৰ হাতৰপৰা দেশ স্বাধীন কৰিব লাগে, এনেভাব ইংৰাজী শিক্ষিতসকলৰ সৈতে প্ৰত্যেক ভাৰতীয়ৰে ধাৰণা আছিল। স্বতন্ত্ৰতা প্ৰাপ্তিৰ কাৰণে প্ৰধানতঃ দুই ধৰণৰ যত্ন কৰা হৈছিল, এক সশস্ত্ৰ ক্ৰান্তিকাৰী আন্দোলন আৰু দ্বিতীয় হৈছে অহিংস আন্দোলন।

## সশস্ত্ৰ ক্ৰান্তিকাৰী আন্দোলন

বাসুদেৱ বলৱন্ত ফড়কেৰ পিছত যুঃ ৪৯৯৮ (খৃঃ ১৮৯৬) ত চাফেকৰ বন্ধুৱে কালেক্টৰ ৰেণ্ডৰ হত্যা কৰিলে। সেই সময়ত পুণাত

প্লেগ বিয়পি পৰাত ইংৰাজ সৈনিকে প্ৰজাৰ ওপৰত নানান অত্যাচাৰ কৰিছিল। ৰেণ্ডৰ হত্যাৰ বাবে ই তৎকালীন কাৰণ আছিল। ইংৰাজৰ বিৰুদ্ধে শস্ত্ৰৰ প্ৰয়োগ কৰি তেওঁলোকক এই দেশৰপৰা বাজ কৰি দিয়াৰ চেষ্টা অনেক ভাৰতীয়ই কৰিছিল। বংগত 'অনুশীলন সমিতি' আৰু মহাৰাষ্ট্ৰত সাৱৰকৰৰ দ্বাৰা 'অভিনৱ ভাৰত' নামৰ এটা ক্ৰান্তিকাৰী দল গঠিত হৈছিল। পণ্ডিত শ্যামজী কৃষ্ণ বৰ্মাই লণ্ডনত 'ভাৰত ভৱন' নামৰ গৃহ এটা নিৰ্মাণ কৰিছিল য'ত ভাৰতৰপৰা ইংলণ্ডলৈ পঢ়িবলৈ যোৱা ভাৰতীয়সকল থাকিছিল। সেই ভৱন সাৱৰকৰ আদি ক্ৰান্তিকাৰী সকলৰ আড্ডা আছিল। নাসিকত জেকচনক বধ কৰা হ'ল আৰু লণ্ডনত কৰ্ণেল ৱায়লীক হত্যা কৰা হ'ল। যুঃ ৫০০৭ (খৃঃ ১৯০৫) ত। বংগ-বিভাজনৰ কাৰণে বংগৰ ক্ৰান্তিকাৰীসকলৰ কেইবাটাও দল হ'ল। তাত প্ৰথম বোমা ফাটিল। লালা হৰদয়ালৰ কাৰণে পঞ্জাৱতো বিপ্লৱ আৰম্ভ হ'ল। যুঃ ৫০০৭ (খৃঃ ১৯০৫) ৰ পিছত অনেক যুৱক বিদেশলৈ গ'ল। তাত তেওঁলোকে যুঃ ৫০১৩ (খৃঃ ১৯১১) ত 'গদৰ পাৰ্টি' স্থাপন কৰিলে। এই পাৰ্টিৰ দ্বাৰা শস্ত্ৰ আৰু টকা সংগ্ৰহ কৰি তেওঁলোকে ভাৰতলৈ পঠিয়াইছিল। তেওঁলোকৰ আঁচনিমতে যুঃ ৫০১৭ (২১-২-১৯১৫) ত সৰ্বত্ৰ সশস্ত্ৰ আক্ৰমণ কৰাৰ সিদ্ধান্ত হ'ল। সেইসময়ত ইউৰোপত প্ৰথম বিশ্বযুদ্ধ আৰম্ভ হৈছিল। কিন্তু ৰাসবিহাৰী বসুৰ আঁচনি কেইজনমান দেশদ্ৰোহীৰ কাৰণে সফল নহ'ল। পঞ্জাৱত সেণ্ডহাৰ্ষ্টক বধ কৰা হ'ল। বঙ্গত চিটগাঁৱ জিলা আঠ দিনলৈ স্বতন্ত্ৰ হৈ থাকিল। ভগত সিংহে বিধান-সভাত বম পেলালে। যুঃ ৫০৩৩ (খৃঃ ১৯৩১) লৈ ক্ৰান্তিকাৰীসকলৰ কাৰ্য ক'ৰবাত নহৈ ক'ৰবাত চলিছিল। সেই বছৰৰ শেষৰ ফালে চন্দ্ৰশেখৰ আজাদৰ আত্মাহুতিৰ কাৰণে এই কাৰ্য স্থগিত হ'ল।

সশস্ত্ৰ ক্ৰান্তিৰ কাম গুপ্তভাৱে লুকাই-চোৰকৈ কৰিব লগাত পৰিছিল। অধিকাংশ লোকৰ সাহায্য অবিহনে বহু বছৰলৈ এনে কাৰ্য চলোৱা সম্ভৱ নহয়। সমাজৰ সেই সময়ত তেনে কোনো প্ৰস্তুতি

নথকাত চৰকাৰে অনেক ভেদী পাইছিল আৰু ক্ৰান্তিকাৰীসকলক সহায় কৰা মানুহ কম আছিল। আনহাতে ইংলেণ্ড এক সংগঠিত ৰাষ্ট্ৰ আছিল। তেওঁলোক ৰজা বা সেনাপতিৰ সঞ্চালনত চলা সেনাৰ দৰে নাছিল, যিয়ে ৰজাৰ মৃত্যু হলেও পলাই যাব। দুই-চাৰিজন ইংৰাজক মাৰি পেলোৱাৰ ভয়তে তেওঁলোকে দেশ ত্যাগ কৰি যোৱা বিধৰ নাছিল। তেওঁলোকৰ সংগঠিত দেশত যোগ্য আৰু অনুশাসনকাৰী ব্যক্তিৰ, দেশভক্তৰ নির্মাণ সততে হৈছিল। প্ৰতি বছৰে অনেক নতুন নতুন যোগ্যৱান শাসনকৰ্তা তেওঁলোকে ভাৰতলৈ পঠিয়াইছিল। সেই তুলনাত ক্ৰান্তিকাৰীসকলৰ দ্বাৰা হোৱা তেওঁলোকৰ লোকচান নিচেই নগণ্য আছিল। ক্ৰান্তিকাৰীসকলৰ দ্বাৰা প্ৰভাৱিত হৈ অধিকাধিক ভাৰতীয়ই তেওঁলোকক সহায় কৰিবলৈ নোপাওঁতেই এই আন্দোলন যু: ৫০৩৩ (খৃ: ১৯৩১) ত সমাপ্ত হৈ গ'ল।

## অহিংস আন্দোলন

সশস্ত্ৰ ক্ৰান্তিৰ পথ স্বীকাৰ নকৰি স্বতন্ত্ৰতা প্ৰাপ্তিৰ কাৰণে জন-জাগৃতিৰ সৃষ্টি কৰিবলৈ যু: ৪৯৫৩ (খৃ: ১৮৫১) ত দেবেন্দ্ৰ ঠাকুৰে বঙ্গত বৃটিছ ইণ্ডিয়া এচোচিয়েশ্বন স্থাপিত কৰিলে। পলাচী যুদ্ধৰ পিছত বংগই আছিল বৃটিছৰ অধিকৃত প্ৰথম ভাৰতীয় প্ৰদেশ। তাতেই সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে ইণ্ডিয়ান এচোচিয়েশ্বনৰ স্থাপনা কৰিলে। মহাৰাষ্ট্ৰত ন্যায়মূৰ্তি ৰাণাডেৰ সাৰ্বজনিকসভা, মাদ্ৰাজত সুব্ৰহ্মণ্য আয়াৰৰ মাদ্ৰাজ মহাজনসভা তথা বোম্বাইত ফিৰোজশাহ মেহতাৰ বোম্বে প্ৰেসিডেন্সী এচোচিয়েশ্বন আদি সংস্থা স্থাপিত হৈ জনজাগৃতিৰ কাম কৰিবলৈ ধৰিলে। যু: ৪৯৭৮ (খৃ: ১৮৭৬) ত দেশত ভীষণ দুৰ্ভিক্ষ হ'ল, সেই সময়ত চৰকাৰে দুৰ্ভিক্ষ নিৱাৰণ আইন কৰিলে। ইয়াৰ সূচনা এই সংস্থাবোৰৰ দ্বাৰা অনেকে পালে আৰু সেই আইনৰ দ্বাৰা অনেকে উপকৃত হ'ল।

## কংগ্ৰেছৰ স্থাপনাত ইংৰাজৰ হাত

একালে বাসুদেৱ বলৱন্ত ফড়কে আদিৰ ক্ৰান্তিকাৰী আন্দোলন আৰু অহিংস জনজাগৃতিৰ অনেক সংস্থা দেশত আৰম্ভ হ'ল। এই সকলোবোৰ প্ৰচেষ্টা আইনৰ সীমাত যাতে চলে, বিপ্লৱৰ ৰূপ গ্ৰহণ নকৰে সেই উদ্দেশ্যে যুঃ ৪৯৮৭ (খৃঃ ১৮৮৫) ত কংগ্ৰেছৰ স্থাপনা এজন ইংৰাজ এলেন অক্টোভিয়ান হিউমে কৰিলে। কংগ্ৰেছৰ প্ৰথম তিনিখন অধিবেশনলৈ ইংৰাজ চৰকাৰে সহায় কৰিছিল। অহিংস পথেৰে জনজাগৃতি কৰিব খোজা সংস্থাবোৰে কংগ্ৰেছৰ লগত মিলি কাম কৰিবলৈ ধৰিলে। কংগ্ৰেছে কিছুমান দাবী থিৰ কৰিছিল, সেই দাবীবোৰৰ বিষয়ে জনসমাজত প্ৰচাৰ কৰিছিল আৰু দাবীবোৰ ইংৰাজ চৰকাৰৰ সমুখত দাঙি ধৰিছিল। চৰকাৰে কোনবোৰ দাবী মানিলে, কোনবোৰ নামানিলে সেইবোৰ সমাজত প্ৰচাৰ কৰি জাগৰণৰ সৃষ্টি কৰিছিল। যুঃ ৪৯৯৮ (খৃঃ ১৮৯৬) ত পুনৰ দুৰ্ভিক্ষ হোৱাত এই সংস্থাই চৰকাৰৰ দ্বাৰা দুৰ্ভিক্ষসকলক সাহায্য দিয়াইছিল।

এই সকলো ব্যক্তিৰ ওপৰত ইংৰাজী শিক্ষা আৰু ইংৰাজৰ বেছ প্ৰভাৱ আছিল। তেওঁলোকৰ ধাৰণা আছিল যে এতিয়া ভাৰত এক নবীন ৰাষ্ট্ৰ হোৱাৰ পথত, সেইবাবে ইয়াত নিবাস কৰোঁতাসকলে নতুন ৰাষ্ট্ৰৰ সংগঠনৰ কাৰণে, ইয়াক স্বাধীন কৰাৰ কাৰণে যত্ন কৰা উচিত। এই কাৰ্যৰ বাবে তেওঁলোকৰ সমুখত ইংৰাজৰ আদৰ্শ আছিল। এই দেশত বসবাস কৰা হিন্দু আৰু অহিন্দু সকলো ব্যক্তিৰ মনতে এই দেশৰ প্ৰতি ভক্তিভাৱ ওপজোৱাৰ লক্ষ্য লৈ তেওঁলোকে এই কাম কৰিছিল। ইয়াৰ কাৰণে জনজাগৰণৰ সৃষ্টি কৰি চৰকাৰৰপৰা অধিকাধিক সা-সুবিধা আদায় কৰাৰ কাৰ্যপন্থা গ্ৰহণ কৰিলে।

## কংগ্ৰেছৰ প্ৰাৰম্ভিক দাবী

নিজৰ উদ্দেশ্য আৰু দেশৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত কংগ্ৰেছে কেইটামান প্ৰস্তাৱ চৰকাৰৰ আগত দাঙি ধৰিলে—

(১) ভাইচবয় আৰু ৰাজ্যপালৰ উপদেষ্টা সমিতি বা বিধানসভাত ইংৰাজ চৰকাৰে যিসকল ভাৰতীয়ক নিযুক্ত কৰে সেইসকল ব্যক্তি জন-প্ৰতিনিধি বা নিৰ্বাচিত হওক আৰু ইয়াৰ সংখ্যা বৃদ্ধি কৰা হওক।

(২) শাসনব্যৱস্থাৰ বিষয়ত অনুসন্ধান সমিতি নিযুক্ত কৰি তাত ভাৰতীয়-সকলক স্থান দিয়া হওক।

(৩) শাসনব্যৱস্থাৰ কাৰণে নিয়োগ কৰা চৰকাৰী বিষয়াৰ কাৰণে আয়োজন কৰা আই. চি. এচ. পৰীক্ষা কেৱল ইংলণ্ডত নহৈ ভাৰততো হব লাগে।

(৪) ইংলণ্ডৰপৰা আমদানি কৰা সামগ্ৰীত অধিক কৰ লগাই ভাৰতীয় উদ্যোগৰ সংৰক্ষণ কৰা হওক।

এইদৰে কিছু দাবী উত্থাপন কৰা হৈছিল। এই দাবীবোৰ প্ৰধানতঃ ভাৰতীয় সেৱা আয়োগত অধিকাধিক ভাৰতীয়ৰ সেৱা নিশ্চিত কৰা আৰু ভাৰতীয় জন-প্ৰতিনিধিৰ সংখ্যা বৃদ্ধি কৰা।

## মুছলমানৰ নিস্পৃহতা

প্ৰচাৰৰ দৃষ্টিৰে প্ৰথম অমৃতবাজাৰ পত্ৰিকা, কেসৰী, মাৰাঠা আদি বাতৰি কাকতৰ আৰম্ভ হৈছিল আৰু পিছলৈ যুগান্তৰ, সন্ধ্যা, বন্দেমাতৰম্, আদি নতুন বাতৰি কাকত ইংৰাজী আৰু প্ৰাদেশিক ভাষাত আৰম্ভ হৈছিল। তিলকে গণেশ উৎসৱ আৰু শিৱাজী জয়ন্তী উৎসৱ আৰম্ভ কৰিলে। এইবোৰ কথাৰ কাৰণে জন-সাধাৰণ ভাল-দৰে হব ধৰিলে, কিন্তু এইবোৰ হোৱা স্বত্বেও মুছলমানে নিজকে কংগ্ৰেছৰ পৰা পৃথক কৈ ৰখাৰ যত্ন কৰিলে। কংগ্ৰেছৰ প্ৰথম দুটা অধিবেশনত মুছলমানসকলে অংশ গ্ৰহণ কৰিছিল। তৃতীয় অধিবেশন মাদ্ৰাজত যু: ৪৯৮৯ (খৃ: ১৮৮৭) ত বদ্ৰুদ্দীন তৈয়্যবজীৰ সভাপতিত্বত হৈছিল। ইয়াৰ পিছৰ পৰা মুছলমানসকলে কংগ্ৰেছৰ অধিবেশনলৈ যোৱা বন্ধ কৰি দিলে। ফলত, ৰাষ্ট্ৰীয় সভা (কংগ্ৰেছ) সম্পূৰ্ণভাৱে

জনতাৰ প্ৰতিনিধি বুলি দেখুৱাবৰ কাৰণে অনুনয়-বিনয় কৰি কিছুমান মুছলমানক অধিবেশনবোৰলৈ অনাৰ প্ৰচেষ্টা চলিল।

## ইংৰাজৰ সন্তোষ

প্ৰাচীন ৰাষ্ট্ৰৰ বিস্মৃতি ঘটি এক নৱ ৰাষ্ট্ৰ নিৰ্মাণৰ কাৰণে আৰু সেয়াও গণতান্ত্ৰিক পদ্ধতিৰে ভাৰতীয় নেতাসকলে কৰাৰ প্ৰচেষ্টা দেখি ইংৰাজে বৰ সন্তোষ লভিলে। বিপ্লৱৰ পথেৰে নগৈ গণতন্ত্ৰৰ কিছু অধিকাৰ বিচাৰি ভাৰতীয় লোকসকল ইংৰাজৰ কাষ চাপিবলৈ ধৰিলে। এইসকলক আৰু অধিক কূচলোৱা কাৰ্য কৰিবলৈ ইংৰাজসকলৰ সুচল হ'ল। হেজাৰ হেজাৰ বছৰ জুৰি ৰাজতন্ত্ৰত অভ্যস্ত ভাৰতৰ দৰে বিশাল জনবসতিপূৰ্ণ দেশত গণতন্ত্ৰৰ সপোন দেখিবলৈ ধৰিলে। গণতন্ত্ৰ নিৰ্মাণ আৰু ইয়াক চলোৱা কাৰ্য কিমান কঠিন ইয়াৰ সোৱাদ ইংৰাজে শ শ বছৰ ধৰি লাভ কৰিছিল। চাৰি-পাচঁশ বছৰৰ যত্নৰ মূৰত ক্ৰামৱেলৰ দৰে উপযুক্ত জনপ্ৰতিনিধিও সত্তা লাভ কৰি কিমান স্বাৰ্থপৰ হব পাৰে তাকো তেওঁলোকে দেখা পাইছিল। ভাৰতৰ ক্ষেত্ৰত এইটো কথা নিশ্চিত যে গোখলেৰ দৰে কিছু দেশভক্ত জনতাৰ দ্বাৰা নিৰ্বাচিত হোৱাৰ পিছত নিজৰ পদৱীৰ সদ্ব্যৱহাৰ কৰি ইংৰাজ চৰকাৰৰপৰা আৰু কিছু অধিক দাবী আদায় কৰিব পাৰিছিল কিন্তু এইটোও দেখা গৈছিল যে কিছুমান ভাৰতীয় স্বাৰ্থপৰ হোৱাৰ কাৰণে ভাৰতত ইংৰাজৰ শাসন চলিব পাৰিছিল। ইংৰাজৰ প্ৰশাসনত কিছু জনপ্ৰতিনিধিমূলক স্থান ভাৰতীয়ক দিলে স্বাৰ্থপৰ ভাৰতীয়সকলে নিৰ্বাচিত হবলৈ যত্ন কৰিব আৰু কিছুমান নিঃস্বাৰ্থ দেশভক্ত ভাৰতীয়ও স্বাৰ্থপৰ হব, ইংৰাজৰ এনে বিশ্বাস আছিল। তেওঁলোকে কিছুমান নিৰ্বাচিত স্থান ভাৰতীয়সকলক দিয়া আৰম্ভ কৰিলে। এই স্থানবোৰ পোৱাৰ পিছত ভাৰতীয়সকলৰ দৃষ্টি নিৰ্বাচনলৈ গ'ল আৰু নিৰ্বাচনৰ লগত মতদাতাসকলক সন্তুষ্ট কৰাৰ যত্ন মতদাতা তথা নিৰ্বাচন প্ৰাৰ্থীৰ স্বাৰ্থ জড়িত হৈ পৰিছিল।

## হিন্দু আৰু মুছলমানৰ মাজত বিভেদতা সৃষ্টি কৰাৰ কাৰণে ইংৰাজৰ যত্ন

ইংৰাজে একালে ভাৰতীয়সকলৰ মনত গণতন্ত্ৰৰ প্ৰতি স্পৃহা বঢ়ালে আৰু আনহাতে ইয়াৰ সাফল্যতাৰ ক্ষেত্ৰত বাধা দিলে। ভাৰতত যু: ৪৪ (খৃ: ত্ৰয়োদশ) ৰ পৰা যু: ৪৯ (খৃ: অষ্টাদশ) শতিকালৈ ভাৰতৰ অধিকাংশ প্ৰদেশৰ শাসক মুছলমান আছিল। শাসন কৰাত তেওঁলোকেও যাতে অংশ লাভ কৰে এনে ভাব মুছলমান-সকলৰ মনত জগোৱা সহজ আছিল। এই লক্ষ্য পূৰাবলৈ ইংৰাজে যু: ৫০০৭ (খৃ: ১৯০৫) ত বংগৰ বিভাজন কৰিলে। বৰলাট কাৰ্জনে ইয়াৰ কাৰণে যুক্তি দিলে যে বংগ প্ৰদেশ, য'ত সেই সময়ত অসম, বংগ, বিহাৰ আৰু উৰিষ্যা অন্তৰ্গত আছিল, শাসন চলোৱা অতি কষ্ট সাধ্য হোৱা কাৰণে ইয়াক দুভাগ কৰা উচিত। কিন্তু দুখণ্ড কৰাৰ সময়ত পূব-বংগ আৰু অসম মুছলমান বহুল এক অংশ আৰু আনটো দ্বিতীয় অংশ হিচাপে বিভাজিত কৰি মুছলমানসকলৰ কাৰণে এখন স্বতন্ত্ৰ প্ৰদেশ গঠন কৰিলে। গণতন্ত্ৰ পদ্ধতি অনুসৰি সেই প্ৰদেশ মুছলমানৰেই যে থাকিব ই নিশ্চিত আছিল। ৰাষ্ট্ৰীয় ধাৰাৰ পৰা মুছলমানসকল আঁতৰত থাকক, এই ধাৰণাৰে বিভেদ সৃষ্টি কৰি কংগ্ৰেছৰ প্ৰচেষ্টাত ইংৰাজে বাধা প্ৰদান কৰিলে। মুছলমানৰ মাজত বিভেদতা সৃষ্টি কৰিবৰ কাৰণে আৰু নানান প্ৰচেষ্টা চলালে। মুছলমানৰ ৰাজ-নৈতিক প্ৰতিনিধিত্ব কৰা 'মুছলিম লীগ'ৰ যু: ৫০০৮ (খৃঃ ১৯০৬) ত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত ইংৰাজে সাহায্য কৰিছিল আৰু ইয়াৰ স্থাপনা হোৱাৰ পিছত মুছলমানসকলে নিজৰ বাবে কোনবোৰ দাবী কৰিব লাগিব সেই বিষয়েও ইংৰাজে আঁচনি যুগুতাই দিছিল। আঁচনি অনুসাৰে সেই দাবীবোৰ লৈ মুছলিম লীগে ইয়াৰ অধ্যক্ষ আগা-খানৰ নেতৃত্বত লীগ আৰু আন মুছলমানেৰে এক মুছলিম প্ৰতিনিধি মণ্ডল গঠন কৰি যুঃ ৫০০৮ (খৃঃ ১৯০৬) ত চিমলাত ভাইচৰয়ক সাক্ষাৎ

কৰিলে। তেওঁলোকৰ দাবীবোৰৰ ভিতৰত মুছলমান মতদাতাই মুছলমান প্ৰতিনিধি নিৰ্বাচিত কৰাৰ অধিকাৰ প্ৰধান আছিল য'ত ভাৱী পাকিস্তানৰ বীজ নিহিত হৈ আছিল।

## বংগৰ বিভাজন খাৰিজ

বংগৰ বিভাজনৰ বিৰোধিতাত কংগ্ৰেছে দেশ জুৰি প্ৰদৰ্শন আৰু প্ৰচাৰ সভাবোৰ কৰিলে। ইংৰাজ আছিল বেপাৰী। সকলোৱে স্বদেশী বস্তুৰ প্ৰয়োগ কৰিলে তেওঁলোকৰ ব্যৱসায়ত হানি হব, এনে ধাৰণাৰে স্বদেশী আন্দোলন আৰু বিদেশী বস্তুৰ বহিষ্কাৰৰ কাম আৰম্ভ কৰা হ'ল। স্বৰাজ্য কংগ্ৰেছৰ লক্ষ্য স্থিৰ হ'ল। ইংৰাজৰপৰা শিক্ষা নলৈ ভাৰতীয় শিক্ষা প্ৰদানৰ কাৰণে ৰাষ্ট্ৰীয় বিদ্যালয় আৰম্ভ কৰা হ'ল। বংগ আৰু পঞ্জাৱত অনেক বিপ্লৱী দল গঢ়ি উঠাত, ক্ৰান্তিকাৰীসকলক অধিক শাস্তি বিহাৰ বিধান কৰা হ'ল। সংবাদপত্ৰ আইন কৰা হ'ল। লোকমান্য তিলকক সাত বছৰ কাৰাবাস দিয়া হ'ল। অৱশেষত যুঃ ৫০১৩ (খৃঃ ১৯১১) ত বংগ ভংগ খাৰিজ কৰা হ'ল।

## মোৰ্লে-মিণ্টো সংস্কাৰ ঃ লক্ষ্ণৌৰ চুক্তি

ভাৰতীয়সকলক কিছু অধিকাৰ দিয়াৰ কাৰণে ভাৰতৰ সচিব মোৰ্লে আৰু বৰলাট (ভাইচৰয়) মিণ্টোৱে এখন আঁচনি কৰিলে, যত চিমলালৈ আমন্ত্ৰণ কৰা মুছলমান প্ৰতিনিধিসকলৰ দাবীবোৰো অন্তৰ্ভুক্ত কৰা হ'ল। যুঃ ৫০০৯ (খৃঃ ১৯০৭) ত মোৰ্লে-মিণ্টো সংস্কাৰ আইন গ্ৰহণ কৰা হ'ল। ইয়াৰ অনুসৰি মতদাতাসকলৰ বিভাজন পন্থ অনুসাৰে কৰা হ'ল। মুছলনান মতদাতাই মুছলমান প্ৰতিনিধি নিৰ্বাচন কৰিব, এনে ধৰণৰ সাম্প্ৰদায়িক প্ৰতিনিধিত্ব দিয়া হ'ল। এই সময়ত উত্তৰ-পশ্চিম দিশত সৰহদ্দ নামৰ মুছলমান বহুল প্ৰদেশ এখন পঞ্জাৱৰপৰা পৃথক কৰা হ'ল, কিন্তু তেতিয়া কোনো আন্দোলন কৰা নহ'ল। ইংৰাজৰ সাম্প্ৰদায়িক ব্যূহত কংগ্ৰেছী নেতাসকল আবদ্ধ হৈ

পৰিছিল। তেওঁলোকে মুছলিমলীগৰ লগত লক্ষ্ণৌ চুক্তি কৰিলে (যুঃ ৫০১৮; খৃঃ ১৯১৬) আৰু মুছলমানসকলৰ স্বকীয়া জনপ্ৰতিনিধি সংঘক স্বীকৃতি দি মুছলমান সমাজক ৰাষ্ট্ৰীয় ধাৰাৰপৰা স্বকীয়া একক হিচাপে স্বীকৃতি দিলে আৰু তাৰ পিছৰপৰা তেওঁলোকৰ প্ৰতি অধিক উদাৰ হৈ পৰিল।

## জালিয়ানৱালা বাগ হত্যাকাণ্ড

যুঃ ৫০২০ (খৃঃ ১৯১৮) ত ইংৰাজে ৰাওলাট আইন প্ৰৱৰ্তন কৰিলে যাৰ মতে চৰকাৰে সোধপোচ নকৰাকৈ যিকোনো লোকক আটক কৰিব পাৰিব। মহাত্মাগান্ধী আৰু লোকমান্য তিলকে এই আইনৰ তীব্ৰ বিৰোধিতা কৰিলে। এই আইনৰ বিৰোধিতাত দেশজুৰি হড়তাল, সভা, শোভাযাত্ৰা আদি আন্দোলন চলিবলৈ ধৰিলে। পঞ্জাবত সামৰিক আইন প্ৰৱৰ্তন কৰা হ'ল।

যুঃ ৫০২১ অৰ্থাৎ ১২ এপ্ৰিল, ১৯১৯ খৃঃ ৰ দিনাখন সৈন্য বাহিনীৰ দায়িত্ব গ্ৰহণ কৰাৰ পিছদিনাখনেই সেনানায়ক ডায়াৰে আদেশ জাৰি কৰিলে যে ক'তো সভা-সমিতি বা লোক গোট খাব নোৱাৰিব। ১৩ এপ্ৰিলৰ দিনা আবেলি ৪-৩০ বজাত জালিয়ানৱালাবাগত এখন ৰাজহুৱা সভা আছিল। চৰকাৰ বা সেনানায়ক ডায়াৰক ভয় নকৰাকৈ এই সভালৈ লোক আহিছিল। জালিয়ানৱালাবাগত কেৱল প্ৰবেশ পথৰ বাহিৰে কোনো বাট নাছিল। সেনানায়ক ডায়াৰে অস্ত্ৰ-শস্ত্ৰ, সৈন্য-সামন্তেৰে সজ্জিত হৈ জালিয়ানৱালাবাগত প্ৰবেশ কৰিলে আৰু গোলা-বাৰুদ শেষ নোহোৱালৈকে গুলী চলাবলৈ আদেশ দিলে। সমবেত লোকসকল নিশস্ত্ৰ আৰু শান্তিপ্ৰিয় আছিল। এই হত্যাকাণ্ডত চাৰিশতকৈ অধিক লোক নিহত হ'ল। জালিয়ানৱালাবাগত এই নৃশংস হত্যাকাণ্ডই সমগ্ৰ দেশক জ্বলাই তুলিলে। এনে ঘৃণনীয় পাপৰ প্ৰায়শ্চিত্ত নোহোৱাকৈ নাথাকে। চৰ্দাৰ উধম সিংহে চাৰ মাইকেল ও ডায়াৰক বধ কৰি সেই জঘণ্য হত্যাকাণ্ডৰ পোতক তুলিলে।

## খিলাফত আন্দোলন : অহিংস-অসহযোগ

প্ৰথম বিশ্বযুদ্ধত তুৰ্কী সাম্ৰাজ্যই জাৰ্মানীৰ হৈ ইংৰাজৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। জাৰ্মানৰ পৰাজয় হোৱাৰ পিছত ইংৰাজে সেই সাম্ৰাজ্য তুৰ্কীস্তান, আৰৱস্তান আদি পাঁচ-ছটা ভাগত বিভাজন কৰিলে। সমগ্ৰ মুছলমান পন্থৰ প্ৰধান খলিফাৰ পীঠ তুৰ্কীস্তানত আছিল। সেই স্থানৰো গুৰুত্ব হ্ৰাস পালে। সেই স্থানৰ গুৰুত্ব যাতে অক্ষুণ্ণ থাকে তাৰবাবে ইংৰাজৰ বিৰুদ্ধে পৃথিৱীৰ ভিতৰত কেৱল ভাৰতবৰ্ষৰ মুছলমানে যি আন্দোলন চলালে সেয়ে খিলাফত বুলি প্ৰসিদ্ধ হৈ পৰিল। এই আন্দোলনৰ কাৰণে ভাৰতীয় মুছলমানে হিন্দুসকলৰ সাহায্য বিচাৰিছিল আৰু কংগ্ৰেছৰ সমৰ্থন কামনা কৰিছিল। গান্ধী আৰু কিছু কংগ্ৰেছ নেতাই তুষ্টিকৰণৰ এক অপূৰ্ব সুযোগ লাভ কৰাৰ ইংগিত পাই দেশ জুৰি এই আন্দোলন চলালে। স্বৰূপাৰ্থত সেই আন্দোলন মুছলমানসকলৰ বহিভাৰতৰ প্ৰতি নিষ্ঠাৰ এক জলন্ত উদাহৰণ আছিল। কংগ্ৰেছে ইয়াক সহায় কৰি সেইসকলৰ বহিভাৰতৰ প্ৰতি থকা নিষ্ঠাক সবল কৰি তুলিছিল। তুৰ্কীস্তানৰ প্ৰধান নেতা কামাল পাশাই খলিফাক অপদস্থ কৰি খলিফাৰ পদেই সমাপ্ত কৰি দিছিল। ইয়াৰ পিছত ভাৰতৰ মুছলমানে আফগানিস্তান, আৰৱস্তান আদি দেশলৈ গৈ তাত সেই পদ গ্ৰহণ কৰাবৰ কাৰণে নানান ধৰণে যত্ন কৰিছিল। কিন্তু ক'তো কোনেও তাক গ্ৰহণ নকৰিলে।

খলিফাৰ পদ নাইকীয়া হোৱাৰ কাৰণেই এই আন্দোলন সফল হোৱাৰ কোনো প্ৰশ্নই নাথাকিল। কংগ্ৰেছৰ নেতাসকলে মুছলমানক কাকুতি-মিনতি কৰাৰ থলহে ওলাল। খিলাফত আন্দোলনক শক্তিশালী কৰিবলৈ গান্ধীজীয়ে কংগ্ৰেছৰ দ্বাৰা ইংৰাজৰ লগত অসহযোগ কৰাৰ আন্দোলন চলাবলৈ বিচাৰিলে। কেৱল খিলাফতৰ বাবে অহিংস-অসহযোগ আন্দোলন চলোৱা অনেক কংগ্ৰেছ নেতাই পছন্দ নকৰিলে। সেই সময়ত ৰৌলট আইনৰ বিৰুদ্ধে আন্দোলন জালিয়ানাবাগৰ হত্যাকাণ্ডৰ অলপ দিন আগতে সংঘটিত হৈছিল। হিন্দু

সকলৰ মাজত স্বৰাজ্য স্থাপন কৰাৰ মনোভাৱ বৃদ্ধি পাইছিল। সেই বাবে ভালেমান কংগ্ৰেছীয়ে স্বৰাজ্য আৰু খিলাফত উভয়ৰ দাবীৰ পৰিপ্ৰেক্ষিতত অসহযোগ আন্দোলন চলোৱাৰ পৃষ্ঠপোষকতা কৰিছিল যাক গান্ধীজীয়ে মানিবলৈ বাধ্য হৈছিল। ফলত অহিংস-অসহযোগ আন্দোলনৰ প্ৰস্তাৱ কংগ্ৰেছে গ্ৰহণ কৰিলে। এই আন্দোলনৰ কাৰণে যুঃ ৫০২২-২৩ (খৃঃ ১৯২০-২১) ত ভালেমান লোকে নিজৰ চৰকাৰী চাকৰি ত্যাগ কৰিলে, অনেক বিদ্যাৰ্থীয়ে স্কুল এৰিলে আৰু চৰকাৰৰ লগত অসহযোগ কৰিলে।

## মণ্টেগু-চেমচফোৰ্ড সংস্কাৰঃ চাইমন কমিশন

যুঃ ৫০২১ (খৃঃ ১৯১৯) ত মণ্টেগু-চেমচফোৰ্ড সংস্কাৰৰ দ্বাৰা ইংৰাজ চৰকাৰে ভাৰতীয়সকলক এনে প্ৰত্যয় নিয়াব খুজিছিল যে ই নতুন নতুন অধিকাৰ ভাৰতীয়সকলক দিব, যাৰ দ্বাৰা অৱশেষত ভাৰতৰ শাসন ভাৰতীয়সকলৰ হাতত গতাই দিব পৰা যাব। কিছুমান সংস্কাৰৰ কথা চৰকাৰে তেতিয়াই সদৰি কৰিছিল আৰু দহ বছৰৰ পৰীক্ষাৰ পিছত ইয়াৰ অন্তিম ৰূপ দিয়াৰ কথা কৈছিল। অসহযোগ আন্দোলনৰ নিমিত্তে যুঃ ৫০২২ (খৃঃ ১৯২০) ত নিৰ্বাচন যথা ৰীতি মতে সম্পন্ন নহ'ল। যুঃ ৩০২৫ (খৃঃ ১৯২৩) ত কংগ্ৰেছৰ এটা দলে স্বৰাজ্যৰ পক্ষ গঠন কৰি নিৰ্বাচনত অংশ গ্ৰহণ কৰিলে। মণ্টেগু-চেমচফোৰ্ড সংস্কাৰৰ ওপৰত প্ৰতিবেদন তৈয়াৰ কৰিবলৈ যুঃ ৫০২৭ (খৃঃ ১৯২৫) ত চাইমন কমিশন নিযুক্ত হ'ল যি যুঃ ৫০২৯ (খৃঃ১৯২৭) ত ভাৰতলৈ আহিল। তাত এজনো ভাৰতীয় নাছিল, সেইবাবে দেশ জুৰি ইয়াৰ বিৰোধিতা কৰা হ'ল। চাইমন কমিশন বহিষ্কাৰ কৰি কংগ্ৰেছে নিজৰ নেহৰু কমিশন গঠন কৰিলে। ইয়াৰ কিছুসময় পূৰ্বে মুছলমানসকলে দাবী কৰিছিল যে মুছলমান বহুল সিন্ধ প্ৰদেশ বোম্বাই প্ৰেসিডেন্সীৰ পৰা পৃথক কৰি দিব লাগে। সেই দাবী নেহৰু সমিতিয়ে গ্ৰহণ কৰিছিল। এই মান্যতাৰ আধাৰত অলপ দিন পিছতে চৰকাৰে

সেই প্ৰদেশ পৃথক কৰি দিছিল, কিন্তু নেহৰু সমিতিৰ গুৰুত্বপূৰ্ণ পৰামৰ্শবোৰৰ প্ৰতি আওকাণ কৰিছিল।

## সম্পূৰ্ণ স্বৰাজ্য: কংগ্ৰেছৰ লক্ষ্য

যুঃ ৫০৩১ (খৃঃ ১৯২৯) ত কংগ্ৰেছৰ অধিবেশন পঞ্জাবৰ ৰাৱী নদীৰ পাৰৰ লাহোৰত হৈছিল। তাত দিকনিৰ্দেশৰ বাবে গান্ধীজীক আমন্ত্ৰণ জনোৱা হৈছিল। গান্ধীজীয়ে ইংৰাজৰ বিৰুদ্ধে অধিক আক্ৰামক 'আইন ভঙ্গ' আন্দোলনৰ পৰামৰ্শ দিছিল। ইয়াৰ পূৰ্বে বৰলাট ইৰ্বিনে বৃটিছ সংসদত আলোচনা মৰ্মে ভাৰতক বৃটিছৰ সাম্ৰাজ্যৰ অন্তৰ্গত স্বৰাজ্য দিয়াৰ ঘোষণা যুঃ ৫০৩১ (৩০-১০-১৯২৯ খৃঃ) ত কৰিলে। ইফালে লাহোৰ অধিবেশনত কংগ্ৰেছে সম্পূৰ্ণ স্বৰাজ্যৰ লক্ষ্য ঘোষণা কৰিলে। কংগ্ৰেছে স্বাধীনতা লাভৰ কাৰণে যত্নবান হ'লে, সেই প্ৰচেষ্টাত সহযোগ দিবলৈ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ সংস্থাপক পৰম পূজ্য ডাক্তৰ হেডগেৱাৰ ডাঙৰীয়া সদায় তৎপৰ আছিল। সেইবাবে কংগ্ৰেছে সম্পূৰ্ণ স্বৰাজ্যৰ বাবে লক্ষ্য স্থিৰ কৰাত ডাক্তৰজীৰ অপাৰ হৰ্ষ হৈছিল। যুঃ ৫০৩২ (২৬ জানুৱাৰী, ১৯৩০ খৃঃ) ত দেশ জুৰি 'স্বাধীনতা দিৱস' উদযাপন কৰাৰ কথা কংগ্ৰেছ কাৰ্যকৰী সমিতিয়ে গ্ৰহণ কৰিলে। ডাক্তৰজীয়ে তৎক্ষণাত সংঘৰ শাখাবোৰকো এই দিনটো পালন কৰাৰ বাবে নিৰ্দেশ দিলে। সেই নিৰ্দেশ পত্ৰত ডাক্তৰজীয়ে লিখিছিল: অখিল ভাৰতীয় ৰাষ্ট্ৰীয় সভাইয়ো (কংগ্ৰেছ) আমাৰ স্বতন্ত্ৰতাপ্ৰাপ্তিৰ লক্ষ্য স্বীকাৰ কৰি লৈছে বুলি জানি আমাৰ অপাৰ আনন্দ হোৱা স্বাভাৱিক। এই লক্ষ্যৰ প্ৰাপ্তিৰ বাবে কাম কৰোঁতা যিকোনো সংস্থাকেই সহযোগ কৰা আমাৰ পৰম কৰ্তব্য। সেইকাৰণে ২৬-১০-১৯৩০ তাৰিখে আবেলি ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ শাখা সভাবোৰত নিজ নিজ এলেকাৰ স্বয়ং সেৱকসকলৰ সভাৰ আয়োজন কৰি ৰাষ্ট্ৰীয় ধ্বজ অৰ্থাৎ ভগৱা ঝাণ্ডাক বন্দনা কৰিব। স্বতন্ত্ৰতাৰ অৰ্থ কি আৰু কিয় এই লক্ষ্য স্থিৰ কৰি আগবঢ়া উচিত, ইয়াক ব্যাখ্যানৰ দ্বাৰা যাতে সকলোকে বুজোৱা হয়

আৰু অৱশেষত কংগ্ৰেছে স্বাধীনতাৰ লক্ষ্য স্বীকাৰ কৰাৰ কাৰণে সেই সংস্থাৰ অভিনন্দন সমাৰোহ সম্পন্ন কৰিব লাগে।"

এই নিৰ্দেশ পত্ৰই ডাক্তৰ হেডগেৱাৰৰ দ্বাৰা সংবৰ্দ্ধিত সংঘৰ নিৰ্মল ভূমিকা তথা উৎকট স্বতন্ত্ৰতা ভক্তিৰ ওপৰত আলোকপাত কৰে। ইয়াৰ দ্বাৰা এইটো স্পষ্ট হৈ পৰে যে ডাক্তৰজীৰ সংস্থাগত অভিনিৱেশ বা ৰাষ্ট্ৰ কাৰ্যৰ ক্ষেত্ৰত কেতিয়াও সংকীৰ্ণতাৰ ভাৱনাই প্ৰশ্ৰয় লাভ কৰা নাই। ইতিহাস সাক্ষী আছে এই গুণৰ সংবৰ্দ্ধন ডাক্তৰজীৰ পিছতো সংঘই সদায় কৰি আহিছে।

কল্যাব্দ ৫০৩১ ত অৰ্থাৎ ১৯৩০ খৃঃৰ ১২ মাৰ্চ তাৰিখে মহাত্মা গান্ধীয়ে গুজৰাটত দাণ্ডী যাত্ৰা কৰি লোণ-আইন ভঙ্গ কৰিছিল আৰু 'আইন অমান্য' আন্দোলন সমগ্ৰ দেশতে চলিছিল। হেজাৰ হেজাৰ লোক ফাটেকলৈ গৈছিল। এই সময়তে চাইমন কমিশনৰ প্ৰতিবেদন প্ৰকাশ পাইছিল, য'ত বৃটিছ শাসিত ৰাজ্যবোৰক স্বায়ত্ত শাসন দিয়াৰ তথা প্ৰাদেশিক চৰকাৰ আৰু দেশীয় ৰাজ্যবোৰক মিলাই এক সংঘৰ অধীনত সমগ্ৰ ভাৰতবৰ্ষক শাসন কৰাৰ কথা কোৱা হৈছিল।

## ঘূৰণীয়া মেজ মেলৰ বিফলতা

চাইমন কমিশনৰ প্ৰতিবেদনৰ ওপৰত আলোচনা কৰাৰ নিমিত্তে যুঃ ৫০৩২ (১৯৩০ খৃঃ) ত ইংলণ্ডত ঘূৰণীয়া মেজ মেলৰ আহ্বান কৰা হ'ল। ভাৰতৰ পৰা কেবাগৰাকী নেতাই যোগদান কৰিছিল যদিও 'আইন ভঙ্গ' আন্দোলনৰ বাবে কংগ্ৰেছৰ নেতাসকল আৰু গান্ধীজী অনুপস্থিত থাকিল। সাম্প্ৰদায়িক আৰু অন্য গোটসমূহে উত্থাপন কৰা অত্যাধিক দাবীৰ বাবে এই পৰিষদৰ অপযশ হ'ল। যুঃ ৫০৩৩ (১৯৩১ খৃঃ) ত দ্বিতীয় ঘূৰণীয়া মেজ-মেলৰ আয়োজন কৰা হ'ল আৰু সুদীৰ্ঘ দিন ই চলিল। এই মেলত গান্ধীজীৰ উপস্থিতিৰ প্ৰয়োজন অনুভৱ কৰি গান্ধীজী-ইৰৱিনৰ চুক্তি সম্পাদন হ'ল। ফলত সকলো বন্দীকে মুক্ত কৰি দিয়া হ'ল আৰু 'আইন ভঙ্গ" আন্দোলন স্থগিত

ৰখা হ'ল। ঘূৰণীয়া মেজ-মেলত গান্ধীজী পলমকৈ উপস্থিত হ'ল। তেওঁক সম্পূৰ্ণ ভাৰতবৰ্ষৰ প্ৰতিনিধি ৰূপে আমন্ত্ৰণ কৰা হৈছিল, কিন্তু তেওঁৰ এই প্ৰতিনিধিত্বক মুছলমান আৰু আন সংখ্যালঘুৱে গ্ৰহণ নকৰিলে। এই মেলত ড° আম্বেদকাৰে মুছলমানসকলৰ দৰে হৰিজন-সকলৰ বাবেও স্বকীয়া প্ৰতিনিধিত্ব বিচাৰিলে। এই মেলো বিফল হ'ল। ইংৰাজসকলে ভাৰতীয়সকলক শাসন ভাৰ গতাব খোজে কিন্তু আমাৰ মাজত ঐক্য মত নোহোৱাৰ হীন-ভাৱনা কংগ্ৰেছৰ নেতাসকলৰ মাজত গা কৰি উঠিল।

দ্বিতীয় ঘূৰণীয়া মেজ-মেলৰ পৰা ওভতাৰ পিছতে গান্ধীজী আৰু আন কংগ্ৰেছী নেতাসকলক আটক কৰা হ'ল। যুঃ ৫০৩৪ (১৯৩২ খৃঃ)ত সাম্প্ৰদায়িক অধিনিৰ্ণয় দিয়া হ'ল আৰু ড° আম্বেদকাৰৰ দাবীক স্বীকৃতি দিয়া হ'ল। ফলত গান্ধীজীয়ে আমৰণ অনশন আৰম্ভ কৰিলে। গতিকে পুণাৰ চুক্তি সম্পাদিত হৈ হৰিজনসকলৰ ৭১ বিশেষ মতদাতা সংঘৰ সলনি ১৪৮ সংৰক্ষিত মতদাতাৰ সংঘ কৰা হ'ল। যুঃ ৫০৩৪ ( ১৯৩২ খৃঃ ) ত তৃতীয় ঘূৰণীয়া মেজ-মেল হৈছিল যদিও কংগ্ৰেছী নেতাসকলে ইয়াত অংশ গ্ৰহণ নকৰিলে।

## যুঃ ৫০৩৭ (১৯৩৫ খৃঃ) ত প্ৰাদেশিক স্বায়ত্ততা

চাইমন কমিশনৰ পৰামৰ্শ মতে যুঃ ৫০৩৭ (১৯৩৫ খৃঃ ত বৃটিছ-ইণ্ডিয়া আইন হ'ল আৰু প্ৰদেশবোৰক প্ৰাদেশিক স্বায়ত্বতা দিয়া হ'ল। এই চোৱা সময়তে ব্ৰহ্মদেশক ভাৰতৰ পৰা পৃথক কৰা হ'ল। সিন্ধ আৰু উত্তৰ-পশ্চিম সীমান্তত এনে ধৰণৰ দুখন মুছলমান বহুল প্ৰদেশ ইতিমধ্যে স্থাপিত কৰা হৈছিল। বংগ আৰু পঞ্জাৱত মুছলমান সংখ্যা-গৰিষ্ঠ আছিল। সম্পূৰ্ণ দেশখন যাতে এক হৈ নাথাকে তাৰবাবে ইংৰাজসকলে যত্ন কৰিছিল। ইয়াৰ লগতে স্বায়ত্ত প্ৰাদেশিক চৰকাৰ আৰু দেশী ৰাজ্যবোৰে মিলিত হৈ কেন্দ্ৰীয় চৰকাৰত কেনেদৰে যোগদান কৰিব সেইটোও এটা প্ৰশ্ন আছিল। যুঃ৫০৩৯ (১৯৩৭ খৃঃ)ত

হোৱা প্ৰান্তীয় বিধানসভাৰ নিৰ্বাচনত আঠোখন প্ৰদেশত কংগ্ৰেছে বহুমত পালে আৰু আন তিনিখন প্ৰদেশত সংমিশ্ৰিত চৰকাৰ হ'ল, কিন্তু দেশীয় ৰাজ্যবোৰৰ অসহযোগৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ গঠন নহ'ল। এই সমস্যাৰ সমাধান কেনেদৰে হ'ব সেই সম্পৰ্কে ভাৰতীয় নেতাসকলৰ মনত সন্দেহ ঘণীভূত হৈ পৰিল।

## যুঃ ৫০৪২ (১৯৪০ খ্ৰীঃ) ত পাকিস্তানৰ দাবী

যুঃ ৫০৩৯ (১৯৩৭ খৃঃ) ত যেতিয়া আঠোখন প্ৰদেশত কংগ্ৰেছে বহুমত পালে তেতিয়া মুছলমানসকলে 'ইছলাম বিপদাপন্ন' বুলি ধ্বনি দিলে। যুঃ ৫০৪১ (১৯৩৯ খৃঃ) ত দ্বিতীয় বিশ্বযুদ্ধৰ সূচনা হ'ল। ইংৰাজে জনৰ্নিৰ্বাচিত চৰকাৰক সোধ-পোচ নকৰাকৈ ভাৰতক যুদ্ধলৈ টনাৰ সিদ্ধান্ত ল'লে, ফলত কংগ্ৰেছে ইংৰাজসকলৰ লগত অসহযোগ কৰাৰ নিশ্চয় কৰিলে আৰু প্ৰান্তীয় চৰকাৰৰ পৰা কংগ্ৰেছ আঁতৰি গ'ল। তেতিয়া মুছলমানসকলে 'বিমুক্তি দিবস' উদ্‌যাপন কৰিলে। কংগ্ৰেছক তেওঁলোকে হিন্দুসকলৰ প্ৰতিনিধি সংস্থা বুলি গণ্য কৰিছিল আৰু সেই সকলৰ শাসন মুছলমানসকলৰ কাৰণে পৰৰ শাসন আছিল। যুঃ ৫০৪২ (১৯৪০ খৃঃ) ত মুছলীম লীগৰ লাহোৰ অধিবেশনত ফজলুল হকে ভাৰত আৰু পাকিস্তানৰ বিভাজনৰ দাবী তুলিলে। ইয়াৰ ওপৰত মন্তব্য দি নিজৰ 'হৰিজন' প্ৰত্ৰিকাত লিখিলে যে 'প্ৰথমে মোৰ দেহ টুকুৰা-টুকুৰ হ'ব আৰু তাৰ পিছত দেশৰ।' ডঃ ৰাজেন্দ্ৰ প্ৰসাদেও এনে বিভাজন অসম্ভৱ বুলি স্বীকাৰ কৰিছিল।

## যুঃ ৫০৪৪ (১৯৪২ খ্ৰীঃ) ত ক্ৰিপচৰ পৰামৰ্শ

যুঃ ৫০৪৪ (১৯৪২ খৃঃ) ত কেইটামান পৰামৰ্শৰ সৈতে ইংৰাজ চৰকাৰে ক্ৰিপচক ভাৰতলৈ পঠিয়ালে। পৰামৰ্শবোৰ হ'ল—(১) ভাৰতক ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্গত স্বৰাজ দিয়া হ'ব আৰু ভাৰতবাসী সকলে প্ৰয়োজন অনুভৱ কৰিলে বৃটিছ সাম্ৰাজ্যৰ পৰা পৃথক হ'ব

পাৰিব। (২) যুদ্ধৰ অৱ পৰাৰ পিছত সংবিধান সমিতি গঠিত হয় যিয়ে স্বতন্ত্ৰ ভাৰতৰ সংবিধান প্ৰস্তুত কৰিব। ইয়াত দেশীয় ৰাজ্য-বোৰৰ প্ৰতিনিধিও থাকিব। (৩) যি প্ৰদেশে কেন্দ্ৰীয় সংঘৰ লগত লগ হব নিবিচাৰে তেওঁলোকে নিজৰ স্বতন্ত্ৰ সংঘ গঠন কৰিব পাৰিব আৰু দেশীয় ৰাজ্যবোৰে ইয়াৰ যিকোনো সংঘত মিলিত হব পাৰিব। এইবোৰৰ ভিতৰত তৃতীয়টো পৰামৰ্শত প্ৰচ্ছন্নৰূপত দেশখনক বিভাজন কৰাৰ প্ৰস্তাৱ আছিল যিটো ইংৰাজসকলে যুঃ ৫০০৭ (১৯০৫ খৃঃ) ত পৰিকল্পনা কৰিছিল। এইবোৰ প্ৰস্তাৱ লৈ যেতিয়া ক্ৰিপচ ভাৰতলৈ আহিছিল সেইসময়ত ইউৰোপত বিশ্বযুদ্ধৰ বাবে ইংৰাজসকল পিচ হুঁহকিব লগাত পৰিছিল। এই পৰামৰ্শৱলী মহাত্মাগান্ধীয়ে 'লালবাতি জ্বলিব খোজা বেঙ্কলৈ দিয়া চেক' বুলি অভিহিত কৰিছিল।

## গান্ধীজীৰ কেৱল হিন্দুসকলৰ বলত স্বতন্ত্ৰতা লাভ কৰাৰ কাৰণে বিশ্বাস

মুছলমানসকলৰ লগত মিলি স্বাধীনতা লাভ কৰাৰ সকলো উদ্যম গান্ধীজীয়ে হেৰুৱাই পেলাইছিল। তেওঁৰ মনত এনে ধাৰণা দৃঢ় হৈছিল যে কেৱল হিন্দুসকলৰ বলত স্বাধীনতা লাভ কৰিব পৰা হব। যুঃ ৫০৪২ ( ১৯৪০ খৃ )ৰ জুন মাহৰ হৰিজনত তেওঁ লিখিছিল, "ইংৰাজে আমাৰ দাবী পূৰণ কৰাৰ নিমিত্তে সকলো দলকে একত্ৰ কৰি আগবাঢ়িব লাগিব বুলি থকা আমাৰ ধাৰণা বিভ্ৰান্তিকৰ। এটা দলেই যদি সামৰ্থবান হয়, তেনেহ'লে ইংৰাজে ভাৰতৰ দাবী পূৰণ কৰিব। আজি এইটো স্বীকাৰ কৰিব লাগিব যে কংগ্ৰেছ এতিয়া শক্তিশালী হৈ থকা নাই।" কিন্তু মনলৈ এনে ধাৰণা অহা স্বত্বেও তেওঁ এই দিশত যত্নশীল নহ'ল।

## ভাৰত ত্যাগ আন্দোলন

ইংৰাজে কংগ্ৰেছৰ আগ্ৰহ স্বীকাৰ নকৰিলে আৰু ভাৰতৰ সম্পূৰ্ণ সৈনিক আৰু আৰ্থিক শক্তি তেওঁলোকে যুদ্ধত নিয়োজিত কৰিছিল।

যুঃ ৫০৪৪ (১৯৪২ খৃঃ) ত ভেওঁলোকৰ পৰাজয়ৰ সম্ভাৱনা দেখি কংগ্রেছে সমস্ত শক্তি প্রয়োগ কৰি ইংৰাজক ভাৰতৰপৰা বিতাৰিত কৰাৰ উদ্দেশ্যে 'ভাৰত ত্যাগ' আন্দোলন প্ৰখৰ কৰিবলৈ আদেশ দিছিল। এই ঘোষণা কৰা হৈছিল যুঃ ৫০৪৪ অর্থাৎ ১৯৪২ চনৰ ৮ আগষ্টৰ দিনাখন। কিন্তু এই আন্দোলন আৰম্ভ হোৱাৰ পূর্বে ইংৰাজে কংগ্রেছৰ প্রধান নেতাসকলক আটক কৰিলে। 'এয়েই অন্তিম যুদ্ধ, মাৰা অথবা মৰা' ইত্যাদি শ্লোগানৰ কাৰণে এই স্বাধীনতা আন্দোলনত জপিয়াই পৰিবলৈ সর্বসাধাৰণৰ মাজত বেছ উৎসাহ-উদ্দীপনা দেখা গ'ল। যুদ্ধত পৰাজয় বৰণ কৰিবলৈ ওলোৱা ইংৰাজ-সকলৰ অৱস্থা দেখি এই সংগ্ৰামত ভাৰতীয়সকলৰ জয় সুনিশ্চিত বুলি ভাবি ইয়াক শেষ সংগ্রামৰূপে চলাবলৈ কংগ্রেছে আহ্বান জনাইছিল। ফলত গোটেই দেশ জুৰি এই আন্দোলন তীব্র হৈ উঠিছিল। অনেক স্থানত আন্দোলন হিংসাত্মক হৈছিল। ইয়ো আমাৰ পৰিকল্পনা মতে হোৱা বুলি জৱাহৰলাল নেহৰুৰ দৰে নেতাসকলে কৈছিল। কিন্তু নিজে পৰাজয়ৰ সন্মুখীন অৱস্থাত থাকিও অক্টোবৰ মাহৰ শেষলৈকে অর্থাৎ কেৱল আঢ়ৈ মাহতে ইংৰাজে দেশব্যাপী হোৱা এই আন্দোলন ৰোধ কৰিছিল যদিও ইয়াৰ তীব্রতা হ্রাস পোৱা নাছিল। কোনো প্রস্তুতি নকৰাকৈয়ে কংগ্রেছে এই আন্দোলন আৰম্ভ কৰিছিল। গান্ধীজীয়েও এই কথা স্বীকাৰ কৰিছিল। জয়প্ৰকাশ নাৰায়ণে কৈছিল —কোনো আঁচনি আৰু সংগঠনৰ অভাৱত এই আন্দোলন বিফল হৈছিল। বাইজৰ মাজত কেৱল জাগৰণ আহিলেই নহয়, সংগঠনৰো প্রয়োজন এই কথা সকলোৱে বুজি উঠিছিল।

## আজাদ হিন্দ সেনা : নৌসেনা বিদ্রোহ

দ্বিতীয় মহাযুদ্ধত ইংৰাজৰ পৰাজয় হোৱা দেখি ইংৰাজৰ লগত সশস্ত্র যুদ্ধ কৰাৰ নিমিত্তে ৰাজবিহাৰী বসু আৰু নেতাজী সুভাষচন্দ্র বোসৰ যত্নত পূব আৰু দক্ষিণ পূব এচিয়াত আঁচনি অনুসাৰে আজাদ

হিন্দ ফৌজৰ সংগঠন কৰিলে। জাপানৰ সহায়ত এই সেনাদলে যুদ্ধ কৰি কৰি অসমত উপস্থিত হৈছিলহি। কিন্তু যুদ্ধত আমেৰিকাৰ বোমা বৰ্ষণৰ বাবে জাপানৰ পৰাজয় হৈছিল আৰু এই সেনাৰ অভিযান বিফল হৈছিল। যুঃ ৫০৪৪ (১৯৪২ খৃঃ) ৰ 'ভাৰত ত্যাগ' আন্দোলন আৰু আজাদহিন্দ উভয়ে বিফল হৈছিল কিন্তু আঁচনি আৰু সংগঠন শক্তিৰ কাৰণে আৰম্ভণিতে আজাদ হিন্দ ফৌজে যিমান যশস্যা লভিছিল তাৰ ফলত ভাৰতীয়সকলৰ মনত এই সেনাৰ বাবে গৌৰৱবোধ জাগিছিল। এই গৌৰৱবোধৰ কাৰণে ইংৰাজে আৰম্ভণিতে আজাদ হিন্দৰ সৈনিকৰ বিৰুদ্ধে যি আইনগত ব্যৱস্থা গ্ৰহণ কৰিছিল তাক স্থগিত কৰিব লগাত পৰিল আৰু সেই সৈনিকসকলক বিনাচৰ্তে এৰি দিবলৈ বাধ্য হ'ল।

আজাদ হিন্দৰ সেনাৰপৰা প্ৰেৰণা লভি ভাৰতীয় সেনাবো ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ আত্মপ্ৰত্যয় জাগিল। যুঃ ৫০৪৭ (১৮-২-১৯৪৫ খৃঃ) ত বোম্বাইত ৩০০০ নৌসৈনিকে অনশন আৰম্ভ কৰিলে আৰু কুৰিখন যুদ্ধ নৌকা হস্তগত কৰিলে। অৱশেষত চৰ্দাৰ বল্লভভাই পেটেলৰ যত্নত যুঃ ৫০৪৭, ২৩ ফেব্ৰুৱাৰী ১৯৪৫ ৰ দিনাখন নৌ-সৈনিকসকলে নিজৰ আন্দোলন ত্যাগ কৰিলে। এই আন্দোলনৰ ফলস্বৰূপে আম্বালা, কৰাচী, মাদ্ৰাজ, কলিকতা আৰু ৰেঙ্গুনতো সৈনিকসকলে ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে। গতিকে ভৱিষ্যতলৈ নিজৰ ইচ্ছানুসাৰে ভাৰতীয় সেনাক প্ৰয়োগ কৰিবপৰা নেযাব সেই কথা ইংৰাজে বাৰুকৈয়ে বুজি পালে।

## নিজৰ দুৰ্বলতাৰ কাৰণে ইংৰাজে ভাৰত ত্যাগ কৰিলে

ভাৰতীয়সকলে স্বাধীনতা লাভ কৰিবলৈ দুই প্ৰকাৰে যত্ন কৰিছিল: যুঃ ৫০৩৩ (১৯৩১ খৃঃ) লৈ ক্ৰান্তিকাৰী আন্দোলন আৰু যুঃ ৫০৪৪ (১৯৪২ খৃঃ) লৈ অহিংস আন্দোলন। এই দুই আন্দোলনৰ বিফলতাই ভাৰতীয়সকলৰ মনত হতাশাৰ জন্ম দিছিল। ভাৰত ত্যাগ আন্দোলনৰ

পিছত ইতিহাসবিদ তাৰাচন্দই লিখাৰ দৰে, অহিংসাত্মক অসহযোগ বা অহিংস আন্দোলনে নিজৰ উদ্দেশ্য সাধন কৰিব নোৱাৰে, ভাৰতীয়-সকলৰ মনত এই ধাৰণা জন্মাত তেওঁলোকৰ বাবে গান্ধীজী পথ প্ৰদৰ্শক হৈ নাথাকিল। সুভাষ বোসৰ দৰে নেতা লাভ কৰাৰ হেঁপাহো জনতাৰ পূৰণ নহ'ল। অসুস্থতাৰ কাৰণে গান্ধীজীক খৃঃ ৫০৪৬, ৫-৫-১৯৪৪ ত জেলৰপৰা মুকলি কৰি দিয়া হ'ল। এনে অৱস্থাত গান্ধীজীয়ে যে স্বাধীনতা আন্দোলনৰ পথ-প্ৰদৰ্শক হব পাৰিব এই বিশ্বাস তেওঁৰ নিজৰ বা আন কাৰো হোৱা নাছিল। জনতাৰ মনত এনে ধাৰণা উপজিছিল যে গান্ধীজী হৈছে এজন সাধু প্ৰকৃতিৰ ব্যক্তি। স্বাধীনতা লাভ কৰাৰ বিষয়ে সেই সময়ৰ নেতাসকল আৰু জনতাৰ আগত কোনো স্পষ্টতা নাছিল।

যি ইংৰাজৰপৰা স্বাধীনতা লাভ কৰিবলগীয়া আছিল সেই ইংৰাজৰ ভাৰতক শাসন কৰিবলৈ শক্তি পৰি আহিছিল। দ্বিতীয় বিশ্বযুদ্ধৰ ফলত ইংৰাজসকলৰ নিবাস স্থান ইংলণ্ডত বিস্তৰ জনহানি আৰু বিত্তীয় হানি হৈছিল। নিজৰ দেশক চম্ভালিবলৈ তেওঁলোকক আমেৰিকা আদি দেশৰ সাহায্যৰ প্ৰয়োজন হৈছিল। এতিয়ালৈকে শাসন কৰিবলৈ প্ৰতি বছৰে যোগ্য ব্যক্তিক ইংলণ্ডৰপৰা ভাৰতলৈ পঠিওৱা হৈছিল। কিন্তু যুদ্ধত হোৱা জনহানিৰ কাৰণে ইংলণ্ডৰ সেই সামৰ্থ নোহোৱা হৈ আহিছিল। ভাৰতীয় জনতা আৰু সেনাৰ ভিতৰত ইংৰাজসকলৰ বিৰুদ্ধে তীব্ৰ বিৰোধ বৃদ্ধি হৈছিল, সেইবাবে ভাৰতৰ শাসন চলাবলৈ অনেক ইংৰাজ শাসনকৰ্তাৰ প্ৰয়োজন হৈছিল আৰু ইংলণ্ডৰ দশা শুধৰাবলৈও তিমান লোকৰ আৱশ্যক হৈছিল। কিন্তু পূৰ্বৰ দৰে ইংৰাজে শাসক পঠিয়াব নোৱাৰি ভাৰতাদি দেশক স্বতন্ত্ৰ কৰি দিবলৈ থিৰাং কৰিলে।

## ভাৰতীয়সকলক সত্তা স'পাৰ প্ৰাথমিক প্ৰস্তুতি

খৃঃ ৫০৪৭ (১৯৪৫ খৃঃ) ত ভাইচৰায় ৱেভেলে চিমলাত মুখ্য

ভাৰতীয় নেতাসকলক একত্ৰিত কৰি ভাৰতীয়সকলক সত্তা সঁপি দিয়াৰ বিষয়ে নানান আলোচনা হ'ল, কিন্তু কোনো সিদ্ধান্তত উপনীত হ'ব পৰা নগ'ল। ইয়াৰ পিছত ইংলণ্ডৰপৰা আলেকজেণ্ডাৰ, লৰেন্স আৰু ক্ৰিপছক এই উদ্দেশ্যে ভাৰতলৈ পঠিওৱা হ'ল। তেওঁলোকৰ প্ৰচেষ্টা স্বত্বেও কংগ্ৰেছ, মুছলীম লীগ আৰু দেশীয় ৰাজ্যবোৰৰ মাজত কোনো ঐক্যমত নহ'ল। কংগ্ৰেছীসকলৰ হীনমন্যতা আৰু বাঢ়িল। আনহাতে ইংলণ্ডত এটলী আদিৰ দৰে নেতাই তাৰ পৰিস্থিতিৰ বুজ লৈ অতি সোনকালে ভাৰত ত্যাগ কৰাৰ পক্ষপাতী হ'ল। ভাইচৰয় ৱেভেল ইয়াৰ বিৰুদ্ধে আছিল। তেওঁ ভাৰতৰ অৱস্থাৰ বিষয়ে অধিক চিন্তা কৰিছিল। হিন্দু আৰু মুছলমানসকলৰ পাৰস্পৰিক বিদ্বেষৰ সময়ত ইংৰাজে ভাৰত এৰিলে ইয়াত প্ৰবল ৰক্তপাত হ'ব, সেই বুলি ভাবি ইংৰাজে ইমান সোনকালে ভাৰত এৰিব নালাগে বুলি মত পোষণ কৰিছিল। অৱশেষত এই নিমিত্তে নিজৰ ত্যাগপত্ৰ দাখিল কৰিছিল। ইংলণ্ডৰ প্ৰধানমন্ত্ৰী এটলীয়ে যুঃ ৫০৪৯, ২০-২-১৯৪৭ তাৰিখে ঘোষণা কৰিলে যে যুঃ ৫০৫০ জুন ১৯৪৮ ৰ আগতে ভাৰতৰ শাসন ভাৰতীয়-সকলক গতাই দি ইংৰাজে ভাৰতৰপৰা মেলানি মাগিব। ৱেভেলৰ ঠাইত মাউণ্টবেটেন ভাৰতৰ ভাইচৰয় হ'ল।

## ভাৰত বিভাজনৰ আঁচনি কংগ্ৰেছী নেতাসকলে গ্ৰহণ কৰিলে

যুঃ ৫০৪৯, ২৪-৩-১৯৪৭ ৰ দিনাখন ভাইচৰয় হৈ লৰ্ড মাউণ্টবেটেন ভাৰতলৈ আহিল। সেই সময়ত দিল্লীত একজিকিউটিভ কাউন্সিলত বল্লভভাই পেটেল গৃহমন্ত্ৰী আছিল আৰু তেওঁৰ সন্মতিত লিয়াকত আলীক বিত্ত মন্ত্ৰীৰ পদ দিয়া হৈছিল। লিয়াকত আলীৰ প্ৰবৃত্তি এনে আছিল যে বল্লভভাইৰ সকলোবোৰ কামতে বাধাৰ সৃষ্টি কৰিছিল। বল্লভভাই ইয়াৰ বাবে আতঙ্কিত হৈ পৰিছিল আৰু মুছলীম লীগৰ লগত যে কাম কৰা সম্ভৱ নহয়, সেই সিদ্ধান্তত উপনীত হৈছিল। মাউণ্টবেটেনে ভাৰতলৈ আহিয়েই দেশ বিভজনৰ

আঁচনিৰ কথা পেটেলক জনালে আৰু কেৱল চাৰি-পাঁচ দিনৰ ভিতৰতে পেটেল আৰু নেহৰুৱে এই বিভাজনৰ প্ৰতি সমৰ্থন আগবঢ়ালে। সেই সময়ত গান্ধীজীয়ে মৌলানা আজাদক ক'লে যে তেওঁ বিভাজনৰ বিৰুদ্ধে আৰু প্ৰথমতে তেওঁৰ দেহ টুকুৰা হ'ব আৰু তাৰ পিছত দেশৰ বিভাজন ঘটিব। কিন্তু যু: ৫০৪৯, ৩০-৩-৪৭ আৰু ২-৪-৪৭ তাৰিখে দুবাৰ গান্ধীজীয়ে মাউণ্টবেটেনৰ লগত সাক্ষাৎ কৰিছিল আৰু গান্ধীজীয়ে দেশৰ বিভাজনক স্বীকৃতি প্ৰদান কৰিছিল। তেতিয়া কংগ্ৰেছীসকলকে ধৰি সকলো দেশবাসী আচৰিত হৈছিল।

মাউণ্টবেটেনে যু: ৫০৪৯, ১৯৪৭ চনৰ মে মাহত ইংলণ্ডলৈ গ'ল আৰু বিভাজনৰ বিষয়ে খৰচি মাৰি আঁচনি প্ৰস্তুত কৰি যু: ৫০৪৯, ৩০-৫-১৯৪৭ চনৰ দিনাখন ভাৰতলৈ উভতি আহিল। তেওঁ যু: ৫০৪৯, ৩-৬-১৯৪৭ ৰ দিনাখন ভাৰত, পাকিস্তান আৰু প্ৰায় ৬০০ দেশীয় ৰাজ্যৰ হিন্দুস্তানখন খণ্ড-খণ্ডকৈ ভাগ কৰাৰ কথা ঘোষণা কৰিলে। যু: ৫০৪৯, ১৪-৬-১৯৪৭ চনৰ দিনাখন কংগ্ৰেছৰ কাৰ্য-নিৰ্বাহকৰ বৈঠকত বিভাজনৰ সপক্ষে পেটেল, নেহৰু আৰু গোবিন্দবল্লভ পন্তই সকলোকে বুজাবলৈ চেষ্টা কৰিলে, কিন্তু কাৰ্যনিৰ্বাহকৰ সদস্যই এনে প্ৰস্তাৱৰ বিৰোধিতা কৰিলে। ইয়াৰ পিছত গান্ধীজীয়ে বুজাবলৈ অনেক চেষ্টা কৰিলে। ফলত ২৯ জনে বিভাজনৰ পক্ষে আৰু ১৫ জনে বিপক্ষে মতদান কৰাত কংগ্ৰেছে বিভাজনৰ হৈ সন্মতি দিলে। যু: ৫০৩১ (১৯২৯ খৃ:) ত ৰাৱী নদীৰ পাৰৰ লাহোৰত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনে সম্পূৰ্ণ স্বৰাজ্যৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল অথচ সেই ৰাৱী আৰু লাহোৰকে কংগ্ৰেছে এতিয়া পৰতন্ত্ৰ কৰিলে।

## খৰখেদা নকৰিলে বিভাজন নঘটিলহেঁতেন

ভাৰতীয়সকলক ভাৰতীয় শাসনভাৰ যু: ৫০৫০ অৰ্থাৎ জুন, ১৯৪৮ চনৰ ভিতৰত গতাই দিয়া হ'ব বুলি এটলীয়ে কৈছিল। মাউণ্টবেটেনে খৰখেদা কৰি যু: ৫০৪৯; ১৪ আৰু ১৫ আগষ্ট, ১৯৪৭

অৰ্থাৎ দহ মাহ আগেয়ে সত্তা গঁপি দিলে। ভাৰতীয় নেতাসকলক বিভাজনৰ কথাবোৰ বুজাই-বঢ়াই সম্পূৰ্ণ কৰাত চাৰে-চাৰি মাহ লাগিল। বিভাজনৰ সময়ত ৰক্তপাত হ'বলৈ নিদিয়াৰ ভুৱা আশ্বাসনো তেওঁ ভাৰতীয় নেতাসকলক দিছিল। মাউণ্টবেটেনে ইমান খৰখেদা নকৰাহেঁতেন ভাৰতৰ বিভাজন নহ'লহেঁতেন। কংগ্ৰেছৰ কাৰ্যনিৰ্বাহকৰ ওপৰত গান্ধীজীৰ কিছু প্ৰভাৱ আছিল। সেই প্ৰভাৱ খটুৱাই কাৰ্য-নিৰ্বাহকৰ সন্মতি লোৱা হ'ল, এই কথা কাৰ্যনিৰ্বাহকৰ সদস্য বাবু পুৰুষোত্তম দাস টেণ্ডনৰ ভাষণতে স্পষ্ট হৈ উঠিছে। জনমানসৰ ওপৰত গান্ধীজীৰ প্ৰভাৱ হ্ৰাস পাই আহিছিল আৰু বিভাজন তেওঁৰ নিজৰ প্ৰতিজ্ঞাৰ বিৰুদ্ধে আছিল। দেশভক্তসকলে সময় পোৱাহেঁতেন বিভাজনৰ বিৰোধ শক্তিশালী হ'লহেঁতেন আৰু বিভাজন স্বীকাৰ কৰা নেতাসকলে নিজৰ স্থান হেৰুৱাব লাগিলহেঁতেন। যু: ৫০১৩ (১৯১১ খৃ:)ত বঙ্গ বিভাজন খাৰিজ কৰিব লগাত পৰিছিল। সেইদৰে আৰু কিছু দিন অতিবাহিত হ'লে স্বাধীনতাৰ নামত বংগ আৰু পঞ্জাবৰ এনেদৰে বিভাজন নঘটিলেহেঁতেন। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ গুৰুজী গোলৱলকাৰে যু: ৫০৪৯, ১৫-৬-১৯৪৭ত কৈছিল যে আৰু ছমাহ বাট চোৱা হ'লে দেশৰ বিভাজন নহ'লহেঁতেন। কিন্তু ইংৰাজে ভাৰত এৰি যাবলৈ খৰখেদা লগাইছিল আৰু কিছু কংগ্ৰেছী নেতাৰ ছটফটনিৰ ফলত দেশৰ বিভাজন আৰু ভয়ঙ্কৰ ৰক্তপাত হ'ল।

## বিভাজনৰ পিছত

যু: ৫০৪৯, ১৪ আৰু ১৫ আগষ্ট ১৯৪৭ চনত হিন্দুস্তানৰ বিভাজন ঘটি ভাৰত আৰু পাকিস্তান নামৰ দুখন ৰাষ্ট্ৰৰ নিৰ্মাণ হ'ল। দেশীয় ৰাজ্যবোৰে নিজৰ ইচ্ছানুযায়ী ভাৰত বা পাকিস্তানৰ লগত লগ লাগিবলৈ স্বতন্ত্ৰ আছিল। বল্লভভাই পেটেলৰ যত্নত ভাৰতৰ এলেকাত অহা দেশীয় ৰাজ্যবোৰ ভাৰতৰ লগ লাগিল। হায়দৰাবাদৰ জনতাই ভাৰতৰ লগত লগ লাগিবলৈ বিচাৰিছিল কিন্তু তাৰ ৰজা নিজামে

সেইটো বিচৰা নাছিল। গত্তিকে পুলিচৰ দ্বাৰা আক্ৰমণ কৰাই সেই ৰাজ্য ভাৰতৰ লগত চামিল কৰা হৈছিল। কাশ্মীৰৰ ৰজা হৰিসিংহৰ লগত কথা-বতৰা পাতিবলৈ ভাৰত চৰকাৰে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ গুৰুজী গোলৱকাৰক পঠিয়ালে। ১৭ আৰু ১৮ অক্টোবৰৰ দিনাখন গোলৱলকাৰে হৰিসিংহক লগ পালে। হৰিসিংহে ভাৰতৰ লগত লগ লাগিবলৈ সম্মতি জনালে। পাকিস্তানে কাশ্মীৰ হস্তগত কৰাৰ উদ্দেশ্যে আকবৰ খানৰ নেতৃত্বত মুজাহিদৰ নামত সেনা পঠিয়ালে। ঝেলম নদীৰ পূৰে কাশ্মীৰৰ এগৰাকী সেনাপতি কৰ্ণেল নাৰায়ণ সিংহ আছিল। তেওঁৰ নিজৰ মুছলমান সেনাবাহিনীৰ ওপৰত ভৰসা আছিল, কিন্তু এই সেনাই পাকিস্তানৰ লগত লগ হৈ নাৰায়ণ সিংহক হত্যা কৰিলে। পাকিস্তানী সেনা আগবাঢ়িল। ৰজা হৰি-সিংহে বিলয়কৰণক মান্যতা দিছিল কিন্তু শেখ আব্দুলাই জনমত সংগ্ৰহ কৰাৰ বাবে আগবঢোৱা প্ৰস্তাৱ নেহৰুৱে মানি লোৱাত ভাৰতীয় সেনাই কাশ্মীৰ পোৱাত তিনি দিন পলম হ'ল। ভাৰতীয় সেনা উৰা-জাহাজেৰে গৈছিল। তেওঁলোকৰ বাবে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘই এটা বিমান কোঠ সাজি উলিয়াইছিল। ভাৰতীয় সেনাই বিজয় লাভ কৰি আগবাঢ়িছিল কিন্তু নেহৰুৱে এই অভিজান স্থগিত ৰাখিলে আৰু পিছলৈ এই সমস্যা ইউ, এন, ও ত দাখিল কৰিলে। আজি ছকুৰি বছৰ উকলি যোৱাৰ পিছতো এই সমস্যাৰ কোনো সমাধান নোলাল। আজিও পাক অধিক্ৰান্ত কাশ্মীৰ পাকিস্তানৰ হাতত আছে।

পাকিস্তানৰ নীতি অনুসৰি তেওঁলোকৰ দেশত যাতে হিন্দু নেথাকে তাৰ প্ৰচেষ্টা চলোৱা হ'ল। অনেক হিন্দুক তেওঁলোকে লুটপাত কৰিলে আৰু হত্যা কৰিলে, আন কিছু বিতাৰিত হৈ যেনে-তেনে ভাৰতলৈ পলায়ন কৰিলে। স্বতন্ত্ৰ ভাৰতৰ সংবিধান সমিতি স্থাপিত হৈ ৰচিত হোৱা ভাৰতীয় সংবিধান যুঃ ৫০৫২, ২৬-১-১৯৫০ ৰ দিনাখন ভাৰতীয় জনতাই গ্ৰহণ কৰিলে। এংলো

শিক্ষাৰে শিক্ষিত নেতাসকলৰ কল্পনাৰ এই ধৰ্মনিৰপেক্ষ নতুন ৰাষ্ট্ৰ খণ্ডিত হৈ স্বাধীন হ'ল।

## যুঃ ৫০ আৰু ৫১ (১৯ আৰু ২০ খৃঃ) শতিকাত সন্ত-মহন্তৰ প্ৰযত্ন

যুঃ ৪৭ (১৬শ খৃঃ) শতিকাত ভাৰতলৈ অহা ইউৰোপৰ লোকসকল খৃষ্টীয় ধৰ্মাৱলম্বী আছিল। আৰম্ভণিতে অহা পর্তুগীজসকলে ইয়াৰ হিন্দুসকলক বলপূৰ্বক ভাৱে খৃষ্টান কৰিবলৈ যত্ন কৰিছিল। কিন্তু ইংৰাজে তেনে নকৰি হিন্দুসকলৰ প্ৰাচীন সংস্কৃতি আৰু সাহিত্যৰপৰা যাতে শ্ৰদ্ধা নাইকীয়া হৈ ইংৰাজৰ অন্ধ অনুকৰণকাৰী হয় তাৰবাবে প্ৰচেষ্টা চলাইছিল। তেওঁলোকৰ এই ষড়যন্ত্ৰ অনেক ভাৰতীয়ই বুজি পাইছিল আৰু ভাৰতীয় সন্ত-মহন্তসকলে নিজৰ-নিজৰ পথ আৰু সংস্কৃতিৰ ওপৰত যাতে শ্ৰদ্ধা অটুট থাকে তাৰ বাবে যত্ন কৰিছিল। ৰজা ৰামমোহন ৰায়ে যুঃ ৪৯৩০ (১৮২৮ খৃঃ) ত ব্ৰাহ্মসমাজৰ স্থাপনা কৰিছিল। যুঃ ৪৯৬৯ (১৮৬৭ খৃঃ) ত ভাণ্ডাৰকাৰ, চন্দাবৰকৰ, ৰানাডে প্ৰভৃতিয়ে প্ৰাৰ্থনা সমাজ স্থাপন কৰে। মহৰ্ষি দয়ানন্দ সৰস্বতীৰ নেতৃত্বত আৰ্য সমাজৰ স্থাপনা যুঃ ৪৯৭৭ (১৮৭৫ খৃঃ) ত বোম্বাইত আৰু যুঃ ৪৯৭৯ (১৮৭৭ খৃঃ) ত লাহোৰত স্থাপিত হ'ল। এই তিনিওখন সমাজে বেদ-উপনিষদৰ প্ৰতি হিন্দুসকলৰ বিশ্বাস দৃঢ় কৰিবলৈ যত্ন কৰিলে। ভাৰতত থিয়চফিকেল চোচাইটিৰ স্থাপনা যুঃ ৪৯৮৪ (১৮৮২ খৃঃ) ত মাদ্ৰাজৰ কাষৰ অডয়াৰত হ'ল। ই হিন্দুৰ তাত্ত্বিকজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত। স্বামী ৰামকৃষ্ণ পৰমহংসৰ জন্ম যুঃ ৪৯৩৮ ( ১৮৩৬ খৃঃ ) ত হৈছিল। গীতাৰ ভক্তি মাৰ্গক তেওঁ ব্যৱহাৰিক কৰি তুলিছিল। তেওঁৰ শিষ্য বিবেকানন্দই যুঃ ৪৯৯৫ (১৮৯৩ খৃঃ) ত শিকাগোৰ সৰ্ব ধৰ্মপৰিষদত হিন্দু সংস্কৃতিৰ শ্ৰেষ্ঠতাৰ বিষয়ে জগতক জনাইছিল। তেওঁ আৰু স্বামী ৰামতীৰ্থ, শ্ৰীঅৰবিন্দ ঘোষৰ দৰে এনে অনেক সন্ত-সাধুৰ যত্নত হিন্দুসকলৰ নিজৰ প্ৰাচীন সংস্কৃতি আৰু সাহিত্যৰ প্ৰতি

শ্ৰদ্ধা উপজিল আৰু হিন্দুসকলৰ হিন্দু সংস্কৃতি বিৰোধী, অসহিষ্ণু খৃষ্টীয় আৰু ইছলাম ধৰ্মলৈ ধৰ্মান্তৰিত হোৱাত বাধা আৰোপিত হ'ল।

## ৰাষ্ট্ৰকল্পনাৰ ভ্ৰমৰ পৰিণতি দেশ বিভাজন

মুছলিম শাসনৰ কালছোৱাত হিন্দুসকলৰ ভিন ভিন পন্থৰ সন্ত-মহন্তসকলে এইদৰে কাম কৰিছিল আৰু তেওঁলোকৰ কাৰ্যৰ প্ৰভাৱ মুছলমানসকলৰ ওপৰতো পৰিছিল। উত্তৰত গুৰুনানক আৰু দক্ষিণত ভাগৱত সম্প্ৰদায়ৰ প্ৰচাৰৰ কাৰণে ভালেমান মুছলমান সাধুৱে, সকলো পথ সমান এই ভাৰতীয় সংস্কৃতিৰ চিন্তাধাৰাক আদৰি লৈছিল। ৰাজনৈতিক নেতাসকলেও নিজৰ প্ৰাচীন সংস্কৃতিৰ ওপৰত শ্ৰদ্ধা ৰাখি কাৰ্য কৰিছিল, যাৰ ফলস্বৰূপে ভাৰতত হিন্দু আধিপত্য স্থাপিত হৈছিল। য়ুঃ ৫০ (ঊনবিংশ) শতিকাৰ উত্তৰাৰ্দ্ধৰপৰা হিন্দু মহাত্মা-সকলৰ প্ৰাচীন হিন্দু সংস্কৃতিৰ ওপৰত শ্ৰদ্ধা সুদৃঢ় কৰাৰ প্ৰযত্ন পূৰ্বৰ দৰে চলিছিল, কিন্তু ৰাজনৈতিক নেতাসকলৰ প্ৰয়াস ৰাধাগ্ৰস্ত হৈছিল। ইংৰাজসকল অহাৰ সময়ৰেপৰা ভাৰত এখন নতুন ৰাষ্ট্ৰৰূপে গঢ় লবলৈ ধৰিছে, ইংৰাজী শিক্ষাৰে শিক্ষিত লোকসকলৰ এনে বিশ্বাস উদয় হোৱাৰ লগে লগে হিন্দুৰাষ্ট্ৰৰ প্ৰাচীনতাৰ প্ৰতি থকা তেওঁ-লোকৰ শ্ৰদ্ধা হ্ৰাস পাবলৈ ধৰিলে আৰু দেশৰ স্বতন্ত্ৰতাৰ বাবে চলা সকলো প্ৰচেষ্টাৰ পৰিণতি হ'ল তেওঁলোকে মানি লোৱা দেশৰ বিভাজন।

## ডাক্টৰ হেডগেৱাৰ : ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ

কিছু ইংৰাজী শিক্ষাৰে শিক্ষিত লোকৰ, যিসকলৰ ভিতৰত ঊনবিংশ আৰু বিংশ শতিকাত দেশৰ প্ৰমুখ ৰাজনৈতিক নেতা হোৱা মুষ্টিমেয় লোকৰ নিজৰ দেশৰ প্ৰাচীনতাৰ প্ৰতি শ্ৰদ্ধা লোপ পাইছিল। এই সকলৰ বাজে অন্য ভাৰতীয় লোকৰ মনত শ্ৰদ্ধা অটুট আছিল। নিজৰ ৰাষ্ট্ৰৰ প্ৰাচীনতাৰ প্ৰতি শ্ৰদ্ধা ৰাখোঁতাসকলৰ ভিতৰত এজন

আছিল ডা° কেশৱ বলিৰাম হেডগেৱাৰ, যিজনে ক্ৰান্তিকাৰীসকলৰ আন্দোলনৰ অভিজ্ঞতা লাভ কৰিছিল আৰু কংগ্ৰেছৰ কামতো সক্ৰিয় আছিল। তেখেতৰ অধ্যয়ন অনুসৰি, ছ হেজাৰ মাইল দূৰৈৰ পৰা অহা চাৰি কোটি ইংৰাজৰ ডেড়-দুই লাখ ইংৰাজে ভাৰতলৈ আহি ত্ৰিশ কোটি জনসংখ্যাৰ এই দেশখন হস্তগত কৰাৰ কাৰণ হ'ল তেওঁ-লোকৰ গণতান্ত্ৰিক ৰাষ্ট্ৰীয় সংগঠন। কেৱল ভাৰততেই নহয় পৃথিৱীৰ আন দেশতো এই সংগঠনৰ বলত তেওঁলোকে বিজয়লাভ কৰিছিল। এয়েই হৈছে তেওঁলোকৰ শক্তিকেন্দ্ৰ আৰু ভাৰতীয়সকলৰ ইয়াৰেই অভাৱ। আন সকলো ক্ষেত্ৰত ভাৰতীয়সকল ইংৰাজতকৈ শ্ৰেষ্ঠ বা সমান। ভাৰতক ইংৰাজসকলৰ পৰা স্বতন্ত্ৰ কৰিবলৈ হিন্দুসকলৰ ৰাষ্ট্ৰীয় সংগঠন কৰাৰ পৰম আৱশ্যক আৰু কোনো ৰাষ্ট্ৰৰ সংগঠিত অৱস্থাৰ স্বাভাৱিক স্থিতিৰ কাৰণে নিজৰ ৰাষ্ট্ৰীয় সংগঠনৰ আধাৰত ভাৰতে পৰম ঐশ্বৰ্যশালী অৱস্থা লাভ কৰিব পাৰিব। এই অৱধাৰণাৰে তেখেতে যুঃ ৫০২৭ (১৯২৫ খৃঃ) ত ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ নামৰ সংগঠন স্থাপন কৰে।

## তিনিবাৰ স্বতন্ত্ৰতাৰ প্ৰচেষ্টা

মানৱ সমাজৰ জীৱন সুখী, সম্পন্ন আৰু সুদীৰ্ঘ হোৱাৰ কাৰণে উপযুক্ত তত্বজ্ঞান আৰু শক্তিশালী দণ্ডশক্তি এই দুয়োৰে যোগ্যতা উপলব্ধি কৰি অনাদি কালৰ পৰাই ভাৰতীয় মনিষীসকলে নিজৰ সমাজৰ তদনুৰূপ ব্যৱস্থা কৰাৰ যত্ন কৰিছিল। এই দণ্ডশক্তি কেতিয়াবা ৰাজতন্ত্ৰৰ ৰূপত আৰু কেতিয়াবা প্ৰজাতন্ত্ৰৰ ৰূপত আছিল। তত্বদৰ্শী বশিষ্ঠ আৰু শাসনকৰ্তা মনু উভয়ৰে আৱশ্যক। পৰতন্ত্ৰতাৰ সময়-ছোৱাত সাংস্কৃতিক পৰতন্ত্ৰতা নিবাৰণৰ বাবে বশিষ্ঠ আৰু ৰাজনৈতিক পৰতন্ত্ৰতা নিবাৰণৰ কাৰণে মনু, দুয়ো শক্তিশালী আৰু পৰস্পৰে পৰস্পৰক সহায় কৰা বিধৰ হব লাগে। যুঃ ২৬ (খৃঃ পূঃ ষষ্ঠ) শতাব্দীৰ পৰা যুঃ ৩৭ (খৃষ্টীয় ষষ্ঠ) শতাব্দীলৈকে এই কালছোৱাত

ভাৰতৰ ওপৰত হোৱা আক্ৰমণ কেৱল ৰাজনৈতিক আছিল আৰু যাৰ পৰা গুপ্ত আৰু হৰ্ষৰ সময়ত ভাৰত স্বতন্ত্ৰ হৈছিল। য়ু: ৪২ (খ্ৰীষ্টীয় একাদশ) শতিকাৰ পৰা চলা আক্ৰমণো প্ৰধানতঃ ৰাজনৈতিক আছিল আৰু য়ু: ৪৯ (খ্ৰীষ্টীয় অষ্টাদশ) শতিকাত পুনৰ হিন্দু দেশত হিন্দু বিজয়ী হৈছিল। সেই কালখণ্ডত হিন্দুৰ তত্বজ্ঞান শ্ৰেষ্ঠ হোৱা স্বত্বেও বলপূৰ্বক ভাবে অসংখ্য হিন্দুক অসহিষ্ণু মুছলিম পন্থত ধৰ্মান্তৰিত কৰা হ'ল। অষ্টাদশ শতিকাৰ হিন্দুসকলৰ বিজয় লাভ অল্পকালীন হোৱাত সমস্যাবোৰ তেনেকৈয়ে ৰৈ গৈছিল, যদিও সেই সময়ত সন্ত-মহন্তসকলৰ যত্নত অধিকাংশ হিন্দু ইছলাম ধৰ্মাৱলম্বী নহ'ল তথা তত্বজ্ঞান আৰু দণ্ডশক্তি বিষয়ক দুয়ো প্ৰকাৰৰ যত্ন পৰম্পৰৰ সহযোগত আগবাঢ়িল।

ইংৰাজে ভাৰতলৈ অহাৰ পিছত ৰাজনৈতিক দৃষ্টিৰে তেওঁলোকে সমগ্ৰ ভাৰত হস্তগত কৰিলে আৰু কিছু হিন্দুক খ্ৰীষ্টান কৰিলে। এইবোৰ কথাৰ কাৰণে ভাৰতৰ সিমান হানি নহ'ল যিমান হিন্দু-সকলৰ নিজৰ তত্বজ্ঞান আৰু ৰাষ্ট্ৰৰ প্ৰাচীনতা সম্বন্ধে শ্ৰদ্ধা শিথিল বা নষ্ট হোৱাৰ কাৰণে দেশৰ অনেক ৰাজনৈতিক নেতাই, যি ৰাজনৈতিক শক্তিৰ বাবে ইংৰাজ ভাৰতত বিজয়ী হৈছিল তেনেধৰণৰ প্ৰাচীন ৰাষ্ট্ৰৰ সংগঠিত শক্তি ভাৰতত সংগঠিত কৰাৰ কাৰণে যত্নবান নহ'ল। দ্বিতীয়তে, যদিও দয়ানন্দ, বিবেকানন্দ প্ৰভৃতি মহাত্মাসকলে ভাৰতীয় সংস্কৃতি আৰু প্ৰাচীনতাৰ ওপৰত ভাৰতৰ শ্ৰদ্ধা বাহাল থাকে, তাৰ যত্ন কৰিছিল, তথাপি সেই প্ৰচেষ্টাৰ লগত নিজৰ যত্নৰ সমন্বয় কৰাৰ কাৰণে নেতাসকলে কোনো চেষ্টা নকৰিলে। ফলত এই নেতাসকলৰ শক্তি আন দিশত নিয়োজিত হ'ল আৰু ৰাষ্ট্ৰ সংগঠিত নহ'ল। লগে লগে ৰাষ্ট্ৰৰ সুস্থিতিৰ কাৰণে ঋষি-মুনিসকলৰ চিন্তা-শক্তি আৰু ৰাজসভাৰ দণ্ডশক্তি, এই দুয়োৰে সমন্বয় সাধন কৰি অনাদিকালৰ পৰা চলি অহা ভাৰতীয় পৰম্পৰা এই নেতাসকলৰ অবিবেকপূৰ্ণ কাৰ্যৰ বাবে বিঘ্নিত হ'ল।

## সংঘৰ বিচাৰধাৰা আৰু কাৰ্যপদ্ধতি

দয়ানন্দ, বিবেকানন্দ আদি মহাত্মাসকলৰ সংস্কৃতি ৰক্ষাৰ বাবে চলোৱা প্ৰচেষ্টা নিজৰ পৰম্পৰা অনুসৰি বিচাৰধাৰাৰ লগত সাদৃশ্য থকা দণ্ডশক্তিক ৰাষ্ট্ৰীয় সংগঠনৰ ৰূপত নিৰ্মাণ কৰাই হৈছে এই সংগঠনে ইংৰাজ ৰাজসত্তাতকৈ অধিক ফলপ্ৰসূ হব পাৰিব। সংঘৰ বিচাৰ ধাৰা অনুসৰি এই বৈদিক ৰাষ্ট্ৰৰ জীৱন অনাদিকালৰ পৰা আৰু নিজৰ বিশেষৰূপে সম্পূৰ্ণ হিন্দুস্তানত অখণ্ডৰূপে চলি আহিছে আৰু সেই ৰাষ্ট্ৰৰ মই ঘটক, এনে শ্ৰদ্ধা থকাসকলে হৈছে হিন্দু। পূজা-পদ্ধতিৰ ভিন্নতাৰ লগত হিন্দুত্বৰ কোনো সম্বন্ধ নাই। হিন্দু হৈছে বৈদিক কালৰ পৰা চলমান এই ৰাষ্ট্ৰৰ নাম, কোনো পন্থৰ নহয়। আজি এই সমাজ কিছু অসংগঠিত হৈ পৰিছে। এই সমাজ সংগঠিত হ'লে ভাৰত স্বাধীন হব আৰু ঐশ্বৰ্যশালী হব। স্বয়ংসেৱকসকলৰ দৈনন্দিন একত্ৰীকৰণৰ দ্বাৰা অৱশ্যে সংগঠন নিৰ্মিত হব— এনে বিশ্বাসেৰে স্বয়ংসেৱকসকলে নিজৰ সম্পূৰ্ণ শক্তি সংগঠনৰ ক্ষেত্ৰত নিয়োজিত কৰে। তথাপি স্বাধীনতা লাভ কৰাৰ পূৰ্বে 'সত্যাগ্ৰহ', 'ভাৰত ত্যাগ' আদি আন্দোলনত ডা° হেডগেৱাৰৰ পৰা আৰম্ভ কৰি ভালেমান স্বয়ংসেৱকে ব্যক্তিগত ৰূপত সকলো দেশভক্তৰ লগত একেলগে থকাৰ দৃষ্টিৰে অংশ গ্ৰহণ কৰিছিল। দেশৰ পৰতন্ত্ৰতাৰ কাৰণে আনক দোষ দি লাভ নাই, নাইবা স্বতন্ত্ৰতাৰ কাৰণে কাৰো পৰা একো বিচৰাৰো প্ৰয়োজন নাই। সংঘই নিজৰ শক্তিৰ বলত থিয় হৈছে আৰু পথত অহা সকলো বাধা নেওচি নিৰন্তৰ আগবাঢ়ি গৈছে।

## সংঘক নষ্ট কৰাৰ ইংৰাজৰ চেষ্টা

সংঘৰ কাৰ্য নাগপুৰত আৰম্ভ হৈছিল আৰু আৰম্ভণিতে ই মধ্য প্ৰান্তত সীমিত আছিল। যু: ৫০৩২ (১৯৩০ খৃ:) ত কংগ্ৰেছৰ 'আইন-ভঙ্গ' আন্দোলনত ডা° হেডগেৱাৰ প্ৰমুখ্যে অনেক স্বয়ংসেৱকে অংশ গ্ৰহণ কৰিছিল। সংঘৰ কাৰ্যপদ্ধতিৰ কাৰণে সংঘৰ ওপৰত কোনো

প্ৰকাৰৰ আইনগত ব্যৱস্থা লোৱা অসম্ভৱ হোৱাত ইংৰাজে আন পথৰ অনুসন্ধান কৰিলে। সংঘক সাম্প্ৰদায়িক আৰু ৰাজনৈতিক সংগঠন বুলি ঘোষণা কৰি ইয়াত যাতে চৰকাৰী কৰ্মচাৰীসকলে অংশ গ্ৰহণ নকৰে তাৰ বাবে যু: ৫০৩৪, ১৫-১২-১৯৩২ ত আদেশ জাৰী কৰিলে। এই আদেশ যে ভুল এনে চৰ্চা মধ্যপ্ৰান্তৰ বিধান সভাত যু: ৫০৩৬, ৩-৩-১৯৩৪ চনত হ'ল আৰু এনে আদেশেও সংঘ কাৰ্যৰ প্ৰগতিত বাধা দিব নোৱাৰিলে। যু: ৫০৪২ (১৯৪০ খৃ:) ত সংঘৰ সংস্থাপক ডা° হেডগেৱাৰৰ দেহাৱসান হোৱাত শ্ৰীমাধৱ সদাশিৱ গোলৱলকৰ (গুৰুজী) সংঘৰ প্ৰমুখ হ'ল। দ্বিতীয় মহাযুদ্ধ আৰম্ভ হোৱাত সংঘৰ স্বয়ংসেৱকসকলৰ গণবেশ আৰু সঞ্চালনত ইংৰাজে প্ৰতিবন্ধকতা লগালে। ফলত নিজৰ গণবেশ আৰু কাৰ্যসূচীবোৰৰ প্ৰয়োজনীয় পৰিৱৰ্ত্তন কৰি সংঘই নিজৰ প্ৰগতি অব্যাহত ৰাখিলে।

## সংঘকাৰ্য বৃদ্ধিৰ কাৰণে প্ৰতিবন্ধকতা আৰু মুক্ততা

যু: ৫০৪৪ (১৯৪২ খৃ:) ত কংগ্ৰেছে শেষ যুদ্ধ বুলি 'ভাৰত ত্যাগ' আন্দোলনৰ প্ৰত্যাহ্বান দিয়া স্বত্বেও বিশেষ সফলতা লাভ কৰিব নোৱাৰাত অনেকে জনতাৰ সংগঠিত শক্তিৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলে। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সংগঠন দেখি বহুতৰে সংঘৰ শাখালৈ (দৈনন্দিন একত্ৰীকৰণ) যাবলৈ হেঁপাহ বাঢ়িল আৰু সংঘৰ শাখা বাঢ়িল। যু: ৫০৪৯ (১৯৪৭ খৃ:) ত দেশ বিভাজন হোৱাত পাকিস্তানৰ হিন্দুসকলৰ ওপৰত হোৱা অত্যাচাৰ ৰোধ কৰিবলৈ বা তাৰ হিন্দুসকলক সংৰক্ষণ দিয়াত ভাৰত চৰকাৰ অসমৰ্থ হ'ল। সংঘই এই কাৰ্য কৰাৰ কিছু প্ৰয়াস কৰিলে যাৰ ফলত ভালেসংখ্যক হিন্দু সুৰক্ষিত হৈ ভাৰতলৈ আহিবলৈ সমৰ্থ হ'ল। ইংলণ্ডৰ প্ৰধান-মন্ত্ৰী এটলীয়ে ইংৰাজৰ ভাৰতৰ পৰা গুচি যোৱাৰ সিদ্ধান্ত যু: ৫০৪৯, ২০-২-১৯৪৭ ৰ দিনাখন ঘোষণা কৰাৰে পাকিস্তানত হিন্দুসকলৰ ওপৰত অত্যাচাৰ আৰম্ভ হ'ল আৰু ভালেমান হিন্দু ভাৰতলৈ আহিল।

গতিকে যু: ৫০৪৯, ১৯৪৭ চনৰ মার্চ মাহত সংঘই পঞ্জাব ৰিলীফ কমিটি স্থাপন কৰিলে। এই সমিতিৰ সৌজন্যত ৩০০০ শিবিৰ লগোৱা হ'ল য'ত পাকিস্তানৰ পৰা অহাসকলক সাহায্য প্ৰদান কৰা হৈছিল। সেইদৰে পূব পাকিস্তানৰ পৰা হিন্দুসকলকো সাহায্য দিয়া হৈছিল।

মুছলমানসকলে পাকিস্তানতেই নহয়, দিল্লীতো হিন্দুসকলৰ ওপৰত অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিলে। দিল্লী হস্তগত কৰাই আছিল তেওঁলোকৰ উদ্দেশ্য। যু: ৫০৪৯, ১০-৯-১৯৪৭ তাৰিখে ভাৰত চৰকাৰৰ সকলো মন্ত্ৰী আৰু হিন্দু বিষয়াসকলক হত্যা কৰি লালকিল্লাত পাকিস্তানৰ পতাকা উৰোৱা তেওঁলোকৰ পৰিকল্পনা আছিল। সংঘৰ স্বয়ংসেৱকসকলে এই আঁচনিৰ সকলো আঁতিগুৰি লৈ নেহৰু আৰু পেটেলক জনাইছিল। তেতিয়া চৰকাৰে উচিত ব্যৱস্থা গ্ৰহণ কৰাত সেই আঁচনি ফলপ্ৰসূ নহ'ল। কাশীৰ ভাৰতৰত্ন ডা° ভগৱান দাসে কৈছিল যে সংঘৰ স্বয়ংসেৱকসকলে এই আঁচনিৰ কথা গম পাই যথা সময়ত চৰকাৰক নজনালে দিল্লী পাকিস্তানৰ অন্তৰ্গত হ'লহেঁতেন।

সংঘৰ শাখাবোৰৰ বৃদ্ধি তীব্ৰ গতিৰে হৈ আছিল। লগতে আৰু দিল্লীত উপৰি উল্লেখিত কাৰ্য কৰাৰ কাৰণে ভাৰতীয় জনতাৰ ওপৰত সংঘৰ বেছ প্ৰভাৱ পৰিছিল। ফলত কংগ্ৰেছৰ সত্তালোলুপ নেতাসকলৰ ঈৰ্ষা হবলৈ ধৰিলে আৰু সংঘৰ ওপৰত প্ৰতিবন্ধকতা লগাবলৈ আঁচনি পাতিবলৈ ধৰিলে। যু: ৫০৫০, ৩০-১-১৯৪৮ ৰ দিনাখন মহাত্মা গান্ধীৰ হত্যা হ'ল আৰু এই কংগ্ৰেছীসকলে এক সুবৰ্ণ সুযোগ লাভ কৰিলে। এই হত্যাৰ লগত সংঘৰ ঘনিষ্ঠমানো সম্বন্ধ নাছিল, ইয়াৰ প্ৰকৃত তথ্য জনাৰ পিছতো ভাৰত চৰকাৰে তৎকালীন ভাইচৰয় লৰ্ড মাউন্টবেটেনৰ পৰামৰ্শ মতে অসত্য অভিযোগ প্ৰচাৰ কৰি সংঘৰ ওপৰত প্ৰতিবন্ধকতা লগালে আৰু হেজাৰ হেজাৰ স্বয়ংসেৱকক আটক কৰিলে। স্বতন্ত্ৰ ভাৰতৰ নিজৰ চৰকাৰ হোৱাৰ কাৰণে নেহৰু, পেটেলক চিঠি লিখি আৰু তেওঁলোকৰ লগত

আলোচনা কৰি সমস্যাৰ সমাধান কৰিবলৈ সংঘৰ নেতাসকলে যত্ন কৰিছিল। সেয়া বিফল হোৱাত সংঘৰ স্বয়ংসেৱকসকলে সত্যাগ্ৰহ কৰি জেল ভৰাই পেলালে। সংঘৰ পৰা প্ৰতিবন্ধ আঁতৰোৱাৰ কাৰণে যথেষ্টসংখ্যক সত্যাগ্ৰহীৰে জেল ভৰি পৰাত সংঘৰ কাৰ্যকৰ্তাসকলে সত্যাগ্ৰহ স্থগিত কৰিলে। যুঃ ৫০৪৯, ১২-৭-১৯৪৯ ৰ দিনাখন ভাৰত চৰকাৰে সংঘৰ পৰা প্ৰতিবন্ধকতা উঠাই দিলে। তেতিয়া প্ৰতিবন্ধক লগোৱাসকল নিজৰ ভাই-বন্ধু হোৱা কাৰণে তেওঁলোকৰ প্ৰতি দ্বেষ ভাৱ নাৰাখি 'বয়ং পঞ্চাধিক শতং'ৰ আচৰণ কৰাৰ কাৰণে স্বয়ংসেৱকসকলৰ সংঘৰ সৰসংঘচালক শ্ৰীমাঃ সঃ গোলৱলকাৰেও ক'লে আৰু সংঘৰ কাৰ্য পূৰ্ববৎ চলিবলৈ ধৰিলে। দৰাচলতে ইংৰাজৰ ৰাজত্ব কালত সম্পূৰ্ণ ভাৰতীয় জনতাই সত্যাগ্ৰহ কৰিছিল আৰু সংঘৰ সত্যাগ্ৰহ কেৱল সংঘৰ স্বয়ংসেৱকসকলে নিজৰ চৰকাৰৰ বিৰুদ্ধে কৰিছিল, তথাপি সংঘৰ সংগঠন শক্তিশালী হোৱা কাৰণে অধিক সংখ্যক সত্যাগ্ৰহী জেললৈ গৈছিল আৰু সংঘৰ পৰা প্ৰতিবন্ধ আঁতৰোৱাত সংঘ সফল হৈছিল। সংঘৰ দৃঢ় বিশ্বাস যে যেতিয়া দেশৰ সম্পূৰ্ণ প্ৰজাই প্ৰাচীন হিন্দু ৰাষ্ট্ৰৰ প্ৰতি শ্ৰদ্ধা ৰাখি মন দি দেশৰ কাম কৰিব তেতিয়া যি কোনো প্ৰকাৰৰ চৰকাৰ আছিলেও ৰাষ্ট্ৰৰ হিতাৰ্থে কাম হব। সংঘৰ স্বয়ংসেৱকসকলৰ বিশ্বাস যে তেওঁলোকে নিজৰ উদ্দেশ্যত অৱশ্যে সফল হব।

ভাৰতীয়সকলে স্বাধীনতাৰ পিছত নিজৰ বাবে গণতন্ত্ৰ পদ্ধতি চয়ন কৰিছিল। নিৰ্ব্বাচিত হৈ অহা চৰকাৰ সম্পূৰ্ণ ভাৰতৰ নিজৰ চৰকাৰ। ভাৰতীয় নেতাসকলে ৰচনা কৰা সংবিধান গ্ৰহণ কৰি ভাৰতত ২৬ জানুৱাৰী, ১৯৫০ চনৰ দিনাখন গণতন্ত্ৰ দিবস পালন কৰা হৈছিল। ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ সকলো শাখাই ৰাজ্যধ্বজৰ ছত্ৰছায়াত সেই দিনটো উদ্‌যাপন কৰিলে। সেই দিনাৰ পৰা ভাৰতৰ সকলো কাম-কাজ সংবিধান অনুসৰি চলিবলৈ ধৰিলে।

শ্ৰীবাবাসাহেব আপ্তে স্মাৰক সমিতিয়ে, কিশোৰ, যুৱকসকলৰ

কাৰণে আমাৰ ৰাষ্ট্ৰৰ সকলো বিষয় সামৰি অনাদিকালৰ পৰা যু: ৫০৫২ (১৯৫০ খৃ:) লৈ ইতিহাস লিখাৰ আঁচনি গ্ৰহণ কৰিছে। এই আঁচনি অনুসৰি ৰাজনৈতিক শাখাৰ 'ৰজা আৰু ৰাজ্য' (ভাৰতীয় ইতিহাসত এভূমুকি) খণ্ডটিত সীমিত পৰিসৰৰ কাৰণে সংক্ষেপে ঘটনাৰাজি দাঙি ধৰা হৈছে। সন্দৰ্ভ আদিওইয়াত দিয়া হোৱা নাই। গৱেষকসকলক দৃষ্টিত ৰাখি লিখিবলগীয়া গ্ৰন্থবোৰত সেইবোৰ দিয়া হব।

দেশত একেসময়তে অনেক ৰজা থাকিলেও 'জনহিতায়'ৰ আদৰ্শেৰে ৰাজধৰ্ম পালন কৰাৰ আগ্ৰহ সদায়েই এইখন ৰাষ্ট্ৰই কৰি আহিছে। এই এটি ৰাজধৰ্মই এইখন ৰাষ্ট্ৰৰ বিশেষত্ব। এইদৰে নিজৰ সকলো বিশেষত্ব অটুট ৰাখি ঘোৰ দুৰ্যোগ আৰু সমৃদ্ধিশালী দিনবোৰত এই ৰাষ্ট্ৰই কিদৰে সফলতা লাভ কৰিছিল সেই বিষয়ে সকলো তথ্য আৰু অনুসন্ধানৰ সামগ্ৰী সামৰি ভাৰতীয় ইতিহাস মালা ৰচনা কৰাই এই সমিতিৰ উদ্দেশ্য। এই উদ্দেশ্য সাৰোগত কৰি এই গ্ৰন্থখনি ৰচনা কৰা হৈছে।



# পৰিশিষ্ট

[ শ্ৰীশ্ৰীৰাম সাঠে ৰচিত 'Kings and Kingdoms' নামেৰে ১৯৮৬ খৃঃত প্ৰকাশিত পুথিখনৰ অসমীয়া অনুবাদ ১৯৯৬ খৃঃত প্ৰকাশিত হ'ল। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰা প্ৰায় অৰ্দ্ধ শতাব্দী অতিবাহিত হোৱাৰ পৰিপ্ৰেক্ষিতত স্বাধীন ভাৰতৰ কিছু মুখ্য ঘটনা সন্নিবিষ্ট কৰাৰ উদ্দেশ্যে এই পৰিশিষ্ট যুগুতোৱা হৈছে। ইয়াত ১৯৪৭ খৃঃৰ পৰা ১৯৭৭ খৃঃ লৈ প্ৰায় ৩০ বছৰ কালৰ ঘটনাৱলী সামৰি লোৱাৰ চেষ্টা কৰা হৈছে। —অনুবাদক ]

পঞ্চম অধ্যায়ৰ শেষ ভাগত যুঃ ৫০৪৯ ( ১৯৪৭ খৃঃ ) ভাৰত বিভাজিত হৈ স্বাধীন হোৱা, পাকিস্তানৰ কাশ্মীৰৰ ওপৰত আক্ৰমণ কৰি তাৰ একাংশ দখল কৰা, ভাৰতৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৰ অদুৰদৰ্শিতাৰ ফলত ভাৰতীয় সেনাই শত্ৰুক খেদি পঠিয়াবলৈ সাজু হওঁতেই কৰা যুদ্ধ বিৰতিৰ ঘোষণাৰ কথা কোৱা হৈছে। দেশত হিন্দুত্বৰ আধাৰত সংগঠিত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ কাৰ্য্যকৰ্তাসকলে কৰা বলিদানৰ কথাও চমুকৈ উন্মুকিওৱা হৈছে। যুঃ ৫০৫২ ( ১৯৫০ খৃঃ ) ত গৃহীত ভাৰতৰ গণতান্ত্ৰিক সংবিধানৰ উল্লেখেৰে অধ্যায়ৰ মোখনি মৰা হৈছে।

## চৰ্দাৰ পেটেলৰ দুৰদৰ্শিতা

স্বাধীন ভাৰতৰ ইতিহাসৰ ওপৰত দৃষ্টিপাত কৰিলে সেই সময়ৰ পৰা দুটা চিন্তাধাৰাৰ প্ৰভাৱ স্পষ্ট হয়। প্ৰথম, বিশাল হিন্দুত্বৰ আধাৰত ভাৰতীয় পৰম্পৰা অব্যাহত ৰাখি দেশৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক জীৱনক গঢ় দিয়া আৰু দ্বিতীয়, মুছলীম তোষণকাৰী নীতি গ্ৰহণ কৰি নিজৰ স্বাৰ্থৰ হকে কৰা কংগ্ৰেছী, সাম্যবাদী, সমাজবাদী দলবোৰৰ চিন্তাধাৰা। ইংৰাজসকলে যি কংগ্ৰেছৰ হাতত শাসনৰ বাঘজৰী ন্যস্ত কৰি গ'ল সেই দলত এই

দুয়োবিধ চিন্তাধাৰাৰ গোট বিদ্যমান আছিল। হিন্দুত্বৰ চিন্তাধাৰাৰ গোটৰ সমৰ্থক আছিল চৰ্দাৰ বল্লভ ভাই পেটেল আৰু মুছলীম তোষণকাৰী নীতি ধাৰাৰ সমৰ্থক পণ্ডিত নেহৰু আছিল। যুঃ ৫০৫২ (১৫ ডিচেম্বৰ, ১৯৫০ খৃঃ)ত চৰ্দাৰ পেটেলৰ মৃত্যু হোৱা পৰ্যন্ত কংগ্ৰেছত তেওঁৰ প্ৰভাৱ আছিল। গতিকে সেই সময়ত চৰকাৰে হিন্দুত্বৰ আধাৰত কৰা কেইটামান দেশ হিতকৰ কথাৰ প্ৰতি আঙুলিয়াব পাৰি। স্বাধীনতাৰ সময়ত ভাৰত আৰু পাকিস্তানৰ বিভাজনৰ উপৰি বৃটিছ চৰকাৰে প্ৰায় ৭০০ দেশীয় ৰাজ্যক স্বতন্ত্ৰ কৰিছিল। চৰ্দাৰ পেটেলৰ দূৰদৰ্শিতাৰ কাৰণে দুবছৰৰ ভিতৰত সেই দেশীয় ৰাজ্যবোৰ ভাৰতৰ লগত বিলীন হ'ল। হায়দৰাবাদৰ নিজামে ভাৰতৰ লগত চামিল হ'ব নোখোজাত আৰক্ষী অধিগ্ৰহণৰ দ্বাৰা হায়দৰাবাদক মুক্ত কৰি দেশৰ লগত চামিল কৰা হ'ল আৰু ৰাজ্য পুনৰ্গঠনৰ সময়ত ভাষা অনুসৰি মহাৰাষ্ট্ৰ, অন্ধ্ৰ আৰু কৰ্ণাটকত বিলীন কৰা হ'ল। মহম্মদ গজনবীয়ে ধ্বংস কৰা গুজৰাটৰ সোমনাথৰ মন্দিৰ বাইজৰ দান-বৰঙণিৰে তিনি শতিকাৰ পিছত পুনৰ্নিৰ্মাণ কৰা হ'ল। অযোধ্যাত থকা ৰাম জন্মভূমিত আৱিৰ্ভূত 'ৰামললা'ৰ বিগ্ৰহৰ পূজা-অৰ্চনাৰ হিন্দুসকলৰ অধিকাৰ স্বীকাৰ কৰা হ'ল। বাটে-পথে থকা ইংৰাজ শাসকসকলৰ প্ৰতিমাবোৰ আঁতৰোৱা হ'ল। এনেবোৰ ঘটনাই কংগ্ৰেছৰ মাজত থকা হিন্দুত্ব সমৰ্থক গোটৰ প্ৰভাৱ বাৰুকৈয়ে উপলব্ধি কৰায়।

## কংগ্ৰেছৰ তোষণকাৰী নীতি

যুঃ ৫০৫২ (১৯৫০ খৃঃ)ত চৰ্দাৰ পেটেলৰ মৃত্যু হোৱাত কংগ্ৰেছৰ হিন্দু চিন্তাধাৰাৰ সমৰ্থকসকল দুৰ্বল হৈ পৰিল আৰু নিৰ্বাচনৰ পৰা মুছলীম তোষণকাৰীৰ প্ৰতিনিধিত্ব কৰা নেহৰু গোটে কংগ্ৰেছ দখল কৰিলে। ফলত বহুমতৰ দ্বাৰা নিৰ্বাচিত হিন্দুত্বনিষ্ঠ গোটৰ শ্ৰীপুৰুষোত্তম দাস টেণ্ডনক কংগ্ৰেছৰ সভাপতিৰ পদৰ পৰা পদত্যাগ কৰিবলৈ বাধ্য

কৰি প্ৰধান মন্ত্ৰী পদ আৰু কংগ্ৰেছৰ সভাপতি দুয়োটা পদ পণ্ডিত নেহৰুৱে দখল কৰিলে। এই প্ৰথা ইন্দিৰা গান্ধীয়ে পৰম্পৰাত পৰিণত কৰিলে। ফলত কংগ্ৰেছৰ সভাপতিৰ গুৰুত্ব ক্ৰমে হ্ৰাস হৈ এটা পৰিয়ালৰ অপ্ৰত্যক্ষ একাধিনায়কত্বত পৰিণত হ'ল। শাসক-দলৰ নেতাই সৰ্বেসৰ্বা হ'ল।

যুঃ ৫০৫২ (১৯৫০ খৃঃ)ত নিৰ্মাণ কৰা সংবিধান ব্যৱস্থাপক সমিতিতো (Constituent Assembly) এই দুই চিন্তাধাৰাৰ প্ৰভাৱ দেখা যায়। এহাতে সংবিধানৰ মাৰ্গদৰ্শক তত্ত্বত গো-হত্যা পূৰ্ণতঃ নিষেধ কৰা, দেশৰ সকলো নাগৰিকৰ উমৈহতীয়া নাগৰিক সংহিতা, কেন্দ্ৰীয় শাসনৰ হাতত সুৰক্ষা, যাতায়াত আৰু ধনৰ অধিকাৰ ৰক্ষা কৰা, প্ৰয়োজন সাপেক্ষে ৰাজ্যৰ শাসিত মন্ত্ৰীসভা ভঙ্গ কৰি ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰা, পোন্ধৰ বছৰৰ ভিতৰত হিন্দীক ভাৰতৰ একমাত্ৰ ৰাষ্ট্ৰভাষা ৰূপে প্ৰতিষ্ঠিত কৰা, দেশত 'জৰুৰীকালীন অৱস্থা' ঘোষণা কৰি সকলো অধিকাৰ নিজৰ হাতত লোৱাৰ ক্ষমতা আদি সন্নিবিষ্ট কৰা হৈছে; আনহাতে সংবিধানৰ ধাৰা ২৫ৰ পৰা ৩০ৰ ভিতৰত সংখ্যালঘুৰ অনিৰ্বন্ধ অধিকাৰো স্বীকাৰ কৰা হ'ল। পিছলৈ কাশ্মীৰৰ মুছলীমসকলৰ তোষণৰ হেতু ৩৭০ ধাৰা সন্নিবিষ্ট কৰা হ'ল।

## ভাৰতীয় জনসংঘৰ স্থাপনা

যুঃ ৫০৫২ (১৯৫০ খৃঃ)ত চৰ্দাৰ পেটেলৰ মৃত্যু হোৱাৰ আগৰে পৰা দেশৰ তথাকথিত ধৰ্ম নিৰপেক্ষ দলবোৰৰ প্ৰভাৱ লাহে লাহে বিস্তাৰিত হব ধৰিছিল। যদিও কাশ্মীৰৰ মহাৰজাই আন আন শাসক বৃন্দৰ দৰে ভাৰতত 'চামিলীকৰণ পত্ৰ'ত চহী কৰি আইনগত ভাবে কাশ্মীৰক ভাৰতৰ অঙ্গীভূত কৰিছিল, তথাপি পণ্ডিত নেহৰুৱে নিজে উপযাচি 'যেতিয়ালৈকে কাশ্মীৰৰ জনতাই গণভোটত এই বিলয়ী-কৰণ সমৰ্থন নকৰে তেতিয়ালৈকে ভাৰতে কাশ্মীৰক অন্তৰ্ভুক্ত কৰি

নহয়' বুলি ঘোষণা কৰিলে। ধাৰা ৩৭০ ৰ দ্বাৰা কাশ্মীৰক বিশেষ অধিকাৰ প্ৰদান কৰা হ'ল। যুঃ ৫০৪৯-৫০ (১৯৪৭-৪৮ খৃঃ) ত পঞ্জাব, সিন্ধু আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ হিন্দুসকলৰ ওপৰত লুটপাত, হত্যা, বলাৎকাৰ ইত্যাদিৰ দৰে জঘন্য অত্যাচাৰৰ দ্বাৰা পীড়িত কৰি তেওঁলোকক ভাৰতলৈ খেদি পঠিওৱা হ'ল। সেই অঞ্চল 'নিৰ্হিন্দু' কৰাৰ পিছত পাকিস্তানৰ ক্ৰূৰ দৃষ্টি পূৰ্ববঙ্গৰ হিন্দুৰ ওপৰত পৰিল। যুঃ ৫০৪৮ ত নোৱাখালি, চট্টগ্ৰাম, কলিকতা আদি ঠাইত নৰসংহাৰ, বলাৎকাৰ, ঘৰত জুই দিয়া, লুটপাত, বলাৎ ধৰ্মান্তকৰণ আদি অত্যাচাৰেৰে হিন্দুসকলক পীড়িত কৰা হ'ল। ইয়াৰ ফলত নিজৰ প্ৰাণৰক্ষাৰ কাৰণে হেজাৰ-বিজাৰ হিন্দুৱে পূৰ্ব-পাকিস্তানৰ পৰা শৰণাৰ্থী ৰূপে পশ্চিমবংগত আশ্ৰয় ল'লে। ক্ৰমশঃ এই সংখ্যা পঞ্চাছ হেজাৰলৈ বাঢ়িল। এই নৃশংসতা অসহ্য হোৱাত চৰ্দাৰ পেটেলে হিন্দুসকলৰ ৰক্ষাৰ্থে সেনা প্ৰয়োগৰ কথা চিন্তা কৰিবলৈ ধৰিলে। কিন্তু যুঃ ৫০৫১ ১৯৫০ খৃঃ) ৰ ফেব্ৰুৱাৰী মাহত পণ্ডিত নেহৰুৱে কাৰো লগত পৰামৰ্শ নকৰি 'নেহৰু লিয়াকত আলি চুক্তি' কৰিলে। তাত উদ্বিগ্ন হৈ কেন্দ্ৰীয় মন্ত্ৰীমণ্ডলৰ সদস্য ডাঃ শ্যামা প্ৰসাদ মুখাৰ্জীয়ে মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰি বিশাল হিন্দুত্বৰ আধাৰত 'ভাৰতীয় জনসংঘ' নামৰ ৰাজনৈতিক দল গঠন কৰিলে। যুঃ ৫০৫১ (১৯৫২ খৃঃ) ৰ নিৰ্বাচনত জনসংঘ দলৰ তিনিজন সংসদ নিৰ্বাচিত হয়।

## কাশ্মীৰ নীতিৰ বিৰোধিতা

কাশ্মীৰক ধাৰা ৩৭০ ৰ দ্বাৰা বিশেষাধিকাৰ লোৱাৰ পিছত শেখ আব্দুল্লাই নিজৰ স্বৰূপ দেখুৱাবলৈ আৰম্ভ কৰিলে। কাশ্মীৰৰ সংবিধান বেলেগ, পতাকা বেলেগ, প্ৰধান মন্ত্ৰী বেলেগ—এনে ধৰণৰ 'ভাৰত গণতন্ত্ৰ'ৰ ভিতৰতে বেলেগ ৰাষ্ট্ৰবাদৰ প্ৰচাৰ আৰম্ভ হ'ল। যুঃ ৫০৫৫ (১৯৫৩ খৃঃ) ত ছেগ চাই আব্দুল্লাই 'স্বাধীন কাশ্মীৰ'ৰ

কথা কবলৈ ধৰিলে। ইয়াৰ প্ৰতিকাৰৰ নিমিত্তে হিন্দু শক্তিৰ আধাৰত কাশ্মীৰত 'প্ৰজা পৰিষদ'ৰ নেতৃত্বত সত্যাগ্ৰহ আৰম্ভ হ'ল। 'একেখন দেশত দুজন প্ৰধান মন্ত্ৰী, দুটা নিচান, দুখন সংবিধান নচলিব নচলিব' বুলি শ্লোগান দিয়া হ'ল। 'প্ৰজা পৰিষদ'ৰ সত্যাগ্ৰহৰ সহযোগী ৰূপে জনসংঘই দিল্লীত সত্যাগ্ৰহ আৰম্ভ কৰিলে। কাশ্মীৰত প্ৰৱৰ্তিত পাৰপত্ৰ ব্যৱস্থাৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰি ডাঃ শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে কাশ্মীৰ প্ৰৱেশ কৰাত তেওঁক কাৰাৰুদ্ধ কৰা হ'ল। কাৰাগাৰত তেওঁৰ সন্দেহজনক পৰিস্থিতিত মৃত্যু হ'ল। তেওঁক হত্যা কৰা হৈছিল বুলি বহুতে ভাবে।

ডাঃ মুখাৰ্জীৰ মৃত্যুত বিক্ষুব্ধ ভাৰতীয় জনগণৰ ক্ৰোধ দেখি পণ্ডিত নেহৰুৱে সাৰ পালে। শেখ আব্দুল্লাক বন্দী কৰা হ'ল। তাৰ পিছত ভাৰতীয় সংবিধানৰ কেবাটাও ধাৰা ক্ৰমশঃ কাশ্মীৰত প্ৰযোজ্য হ'ল। কিন্তু ধাৰা ৩৭০ ৰদ নকৰাত পণ্ডিত নেহৰুৰ দুৰাগ্ৰহৰ ফলত আজিও কাশ্মীৰৰ সমস্যা পূৰ্বৰ দৰেই থাকিল।

## নেহৰুৰ ৰাজনৈতিক অদূৰদৰ্শিতা

যুঃ ৫০৫৩ (১৯৫২ খৃঃ)ৰ নিৰ্বাচনত কংগ্ৰেছে পোৱা ভোটৰ সংখ্যা আছিল ৪৪% কিন্তু তেওঁলোকে ৭৪% আসনত জয়ী হৈ চৰকাৰ-গঠন কৰিলে। ইয়াৰ পিছত দহ বছৰলৈ ধৰ্ম নিৰপেক্ষতা-বাদীসকল প্ৰবল হৈ উঠিল আৰু বিশাল হিন্দুত্বৰ আধাৰত কাম কৰা দলবোৰৰ গতি স্তিমিত হ'ল। অকল জনসংঘ বাঢ়ি থাকিল যদিও যুঃ ৫০৫৮ (১৯৫৭ খৃঃ)ত জনসংঘৰ সভাপতি ৺শ্ৰীদীনদয়াল উপাধ্যায়ক অজ্ঞাত হত্যাকাৰীয়ে ৰেলত হত্যা কৰি মোগলচৰাই ষ্টেশনত পেলাই থৈ গ'ল। চাৰি বছৰৰ ভিতৰত দুজন সভাপতি হেৰুৱাই জনসংঘই নিজকে চম্ভালি লোৱাত কিছু সময় লাগিল। যুঃ ৫০৫৪ (১৯৫২ খৃঃ)ৰ পৰা ৫০৬৪ (১৯৬২ খৃঃ)লৈ একালে

হিন্দু শক্তিয়ে হিন্দুত্বৰ ভাব জাগৰণৰ কাৰণে গো-হত্যা নিৰোধ অভিযান আৰম্ভ কৰি এমাহত গো-হত্যা নিবাৰণৰ দাবীত প্ৰায় দুই কোটি চহী গোটাই ৰাষ্ট্ৰপতিক অৰ্পণ কৰিছিল, যুঃ ৫০৫৯ (১৯৫৭ খৃঃ)ত এই প্ৰসঙ্গক লৈ জনজাগৰণ সৃষ্টি কৰাৰ কাৰণে ভাৰতবৰ্ষৰ গাঁৱে-ভূঞে পঞ্চাছ হেজাৰৰ অধিক জনসভা কৰিলে; আনকালে মুছলীম তোষণকাৰী দলবোৰে নিৰ্ঘাত বহুমতৰ বলত সকলো দাবী আওকাণ কৰিলে।

বৃটিছ শাসনকালৰ সময়ত মাদ্ৰাজ প্ৰদেশত তামিল আৰু তেলেগুভাষী লোকসকল একত্ৰে আছিল। কিন্তু স্বাধীন ভাৰতত তেলেগু ভাষীসকলে অন্ধ্ৰ প্ৰদেশৰ দাবী তুলিলে। ইয়াৰ বাবে হোৱা শ্ৰীপোটি ৰামলু নামৰ নেতাজনে আমৰণ অনশন কৰি মৃত্যু বৰণ কৰাত বিক্ষুব্ধ জনতাই হিংসাৰ পথ ল'লে। অৱশেষত পণ্ডিত নেহৰুৱে বাধ্য হৈ অন্ধ্ৰ প্ৰদেশ নামৰ স্বকীয়া ৰাজ্য স্থাপন কৰিলে।

যুঃ ৫০৪৯ (১৯৪৭ খৃঃ)ত ভাৰত স্বাধীন হোৱাৰ পিছতো গোৱা আৰু ডিউৰ্ক দমন তথা দাদৰা নাগৰ হাৱেলীত পৰ্তুগীজৰ শাসন চলিছিল। যুঃ ৫০৫৪ (১৯৫২ খৃঃ)ত সংঘৰ স্বয়ং সেৱকসকলৰ নেতৃত্বত দেশৰ ডেকা চামে 'গোৱা বিমোচন সমিতি'ৰ নাম লৈ দাদৰা নাগৰ হাৱেলী অঞ্চল স্বাধীন কৰে। যুঃ ৫০৫৭ (১৯৫৫ খৃঃ)ত সৰ্বদলীয় গোমান্তক বিমোচন সমিতিৰ নেতৃত্বত ৫০০০ নাগৰিকে গোৱাৰ সীমাত সোমাই অহিংস সত্যাগ্ৰহ কৰে। পৰ্তুগীজসকলৰ ঘৃণনীয় গুলিচালনাত শ্ৰীৰাজাভাউ মহাঙ্কালকে ধৰি শতাধিক লোকৰ মৃত্যু হ'ল আৰু হেজাৰজন আহত হ'ল। বাইজৰ আশা আছিল যে পণ্ডিত নেহৰুৱে হস্তক্ষেপ কৰিব কিন্তু দলীয় স্বাৰ্থত অন্ধ হৈ তেওঁ একো নকৰিলে। অথচ তেওঁৰ সাম্যবাদী ভাৱাপন্ন সতীৰ্থ শ্ৰীকৃষ্ণ মেনন ৰক্ষামন্ত্ৰী হৈ থাকোতে যুঃ ৫০৬৪ (১৯৬২ খৃঃ)ত হুবলগীয়া নিৰ্বাচনত তেওঁক জিকাবলৈ নেহেৰুৱে সেনা প্ৰয়োগ কৰি গোৱা দখল কৰি ভাৰতত মিলাই লয়।

কংগ্রেছে সাম্যবাদী ৰাচিয়াৰ প্ৰভাৱত গান্ধীজীৰ 'ৰামৰাজ্য'ৰ আদৰ্শৰ পৰা আঁতৰি আহিল। যুঃ ৫০৫২ ( ১৯৫০ খৃঃ ) ত লোক-কল্যাণকাৰী ৰাজ্য ( Welfare State ), যুঃ ৫০৫৫ (১৯৫৩ খৃঃ)ত সমাজবাদৰ আৰ্হিত গঢ়া ৰাজ্য (Socialistic pattern of Society) আৰু যুঃ ৫০৫৯ ( ১৯৫৭ খৃঃ ) ত সমাজবাদী সমাজ ৰচনাৰ প্ৰস্তাৱ (Socialistic State ) কংগ্রেছে গ্ৰহণ কৰিলে। তদুপৰি দেশৰ আৰ্থিক ৰচনাৰ গাঠনিত গুৰু উদ্যোগক ( Heavy Industries ) প্ৰাধান্য দিয়া হ'ল। ইংৰাজে দেশ এৰি যোৱাৰ সময়ত এৰি থৈ যোৱা ১৫০০ কোটি পাউণ্ড টকাৰ বিদেশী বিনিময় মুদ্ৰাকোষৰ ধন ৫ বছৰত শেষ কৰি যুঃ ৫০৫৮ ( ১৯৫৬ খৃঃ ) ৰ পৰা বিদেশৰ পৰা ভাৰতে ঋণ লবলৈ ধৰিলে। ইয়াৰ ফলত যি ধাৰৰ বোজা বাঢ়িছে তাৰ পৰা মুক্তি পাবলৈ উপায়হীন হৈ বিশ্ব বেঙ্ক, International Monetary Fund আদিয়ে জাপি দিয়া দেশ হিতৰ পৰিপন্থী চৰ্তবোৰ মানিবলৈ আজি চৰকাৰ বাধ্য হৈছে।

অহিংসাৰ ভুল ব্যাখ্যা কৰি যি শত্ৰু তোষণৰ দুৰ্বল নীতি কংগ্রেছ চৰকাৰে গ্ৰহণ কৰিলে তাৰ ফলত তিনি ভাগৰ এভাগ কাশ্মীৰ হেৰুৱালে। যুঃ ৫০৫৫ ( ১৯৫৩ খৃঃ )ত চীনে যেতিয়া তিব্বত দখল কৰি নিজৰ সাৰ্বভৌমত্বৰ অন্তৰ্গত বুলি দাবী কৰিলে, তেতিয়া তিব্বত ৰক্ষাৰ স্বাভাৱিক দায়িত্বৰ পৰা গা এৰা দি নেহৰুৱে চীনৰ প্ৰধান মন্ত্ৰী চৌ-এন-লাইৰ লগত চুক্তি কৰি তিব্বতৰ ওপৰত চীনৰ অধিকাৰ মানি ল'লে। পাকিস্তানক বেৰুবাৰী আৰু কচ্ছৰ মৰুভূমিৰ দহ ভাগৰ ন ভাগ এৰি দিলে। কিন্তু 'হিন্দী চীনী ভাই ভাই'ৰ নীতি অসাৰ্থক হ'ল। যুঃ ৫০৬১ ( ১৯৫৯ খৃঃ ) ত নেহৰুৰ জন্ম দিৱসৰ দিনাখন ১৪ জন ভাৰতীয় সেনাক হত্যা কৰি তেওঁলোকৰ মৃতদেহ চীনাই নেহৰুলৈ উপহাৰস্বৰূপে পঠিয়ালে। পুনৰ যুঃ ৫০৬৩ ( ১৯৬২ খৃঃ ) ত চীনে এক পক্ষীয় ভাবে ভাৰত আক্ৰমণ কৰি ভাৰতীয় সেনাক বেয়াকৈ পৰাস্ত কৰি অৰুণাচলৰ একাংশ, লাদাখৰ

একাংশ বলপূর্বকভাবে দখল কৰিলে। দ্বিতীয় মহাযুদ্ধত জাৰ্মানীৰ সুসজ্জিত সেনাক পৰাজিত কৰা ভাৰতীয় সেনাৰ বিশ্বব্যাপী বদনাম হ'ল।

পৰাধীনতাৰ কালছোৱাত কংগ্ৰেছে বৃটিছৰ বিৰুদ্ধে অসন্তোষ জগাবলৈ ভাষানুসৰি প্ৰদেশ নিৰ্মাণৰ দাবী তুলিছিল। ১৯৫৫ চনত প্ৰদেশে প্ৰদেশে আন্দোলন হবলৈ ধৰিলে। অৱশেষত নেহেৰুৱে ৰাজ্য পুনৰ্গঠন সমিতি পাতিলে। ইয়াৰ ফলত ভাষাৰ আধাৰত ৰাজ্যবোৰ গঠিত হ'ল আৰু আজিও বিদেশীৰ প্ৰৰোচনাত ৰাজ্যবোৰক পুনৰ খণ্ড-বিখণ্ড কৰাৰ দাবী সজোৰে উত্থাপিত হৈ দেশৰ সমুখত ভয়াবহ সমস্যাৰ সৃষ্টি কৰিছে।

যি চীনক পণ্ডিত নেহৰুৱে বুকুৰ কুটুম বুলি ভাবিছিল সেই চীনৰ পৰা এনে শত্ৰুৰালি ব্যৱহাৰ পাই নিজৰ আত্মবিশ্বাস হেৰুৱালে। যুঃ ৫০৬৫ (১৯৬৩ খৃঃ) ত কংগ্ৰেছৰ ভুবনেশ্বৰ অধিবেশনৰ সময়ত তেওঁ পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ যুঃ ৫০৬৬ (১৯৬৪ খৃঃ) ৰ ২৭ মে তাৰিখে ইহলীলা সম্বৰণ কৰিলে।

## জয় জৱান জয় কিসান

যুঃ ৫০৬৫ (১৯৬৩ খৃঃ) ত শ্ৰীলালবাহাদুৰ শাস্ত্ৰী প্ৰধান মন্ত্ৰী হ'ল। কেৱল ১৪ মাহৰ শাসন কালৰ ভিতৰত তেওঁ কেবাটাও দেশ হিতকৰ কাম কৰি থৈ গ'ল। তেওঁ 'জয় জৱান জয় কিসান' ঘোষণাৰে সেনা দল আৰু কৃষকসকলৰ মাজত নতুন প্ৰেৰণাৰ সঞ্চাৰ কৰিলে। তেওঁ ভাৰতীয় সেনা বাহিনীক পুনৰ সংগঠন কৰিলে। কৃষি উৎপাদন বৃদ্ধি কৰি ভিক্ষা ৰূপে পাই থকা PL 480 চুক্তিৰ ঘেঁহু আয়াত বন্ধ কৰিলে। তেওঁ 'সপ্তাহত এসাজ লৈখাই থাকিয়ো আমি সসম্মানে জীৱন যাপন কৰিম' ভাব সমাজত প্ৰচাৰ কৰিলে। ফলত যুঃ ৫০৬৭ (৫ আগষ্ট, ১৯৬৫ খৃঃ) ত কাশ্মীৰ দখলৰ উদ্দেশ্যে

পাকিস্তানৰ ৰাষ্ট্ৰপতি আয়ুব খাঁই ভাৰতৰ ওপৰত চলোৱা আক্ৰমণৰ যোগ্য প্ৰত্যুত্তৰ দিলে। ভাৰতীয় সেনাই হেৰোৱা গৌৰৱ ঘূৰাই পালে। আত্মৰক্ষাৰ কাৰণে ভাৰতীয় সেনাই পাকিস্তানৰ সীমা চেৰাই লাহোৰৰ আকাশত নিজৰ প্ৰভুত্ব স্থাপন কৰিলে। খেম-কৰণৰ যুদ্ধত আমেৰিকান পেটন টেঙ্কেৰে সজ্জিত পাক বাহিনীক ধ্বংস কৰিলে। শেষত আন্তৰ্জাতিক হেঁচাত পৰি যুঃ ৫০৬৭ (২৩ চেপ্তেম্বৰ, ১৯৬৫ খৃঃ)ত ভাৰতে যুদ্ধ বন্ধ কৰিবলগীয়া হ'ল। যুদ্ধ বিৰতিৰ পিছত শান্তি চুক্তিৰ বাবে শ্ৰীলালবাহাদুৰ শাস্ত্ৰী তাছকন্দলৈ গ'ল, কিন্তু যুঃ ৫০৬৭ (১০ জানুৱাৰী, ১৯৬৬ খৃঃ)ত চুক্তি সম্পাদিত হোৱাৰ দিনাখনেই ৰাতি ৰহস্যজনকভাবে তেওঁ মৃত্যুবৰণ কৰিবলগীয়া হ'ল। দেশৰ স্বাভিমানৰ প্ৰতীক স্বৰূপ শাস্ত্ৰী ডাঙৰীয়াৰ মৃত্যুৰ পিছত শ্ৰীমতী ইন্দিৰা গান্ধী ২৪ ফেব্ৰুৱাৰীৰ (১৯৬৬ খৃঃ) দিনাখন প্ৰধানমন্ত্ৰী হ'ল।

## বিশ্ব হিন্দু পৰিষদ

পাকিস্তানৰ ওপৰত লাভ কৰা বিজয়ৰ উল্লাসৰ বাতাবৰণত বিশ্বৰ হিন্দুসকলৰ সমস্যাবোৰ চিন্তা কৰিবলৈ সংগঠিত বিশ্ব হিন্দু পৰিষদৰ যুঃ ৫০৬৭ (১৯৬৬ খৃঃ)ৰ কুম্ভ মেলাৰ সময়ত প্ৰয়াগত প্ৰথম মহা অধিবেশন হয়। আদি শঙ্কৰাচাৰ্যৰ প্ৰায় দুহেজাৰ বছৰৰ পিছত প্ৰথমবাৰৰ বাবে ভাৰতৰ প্ৰমুখ চাৰিটা শাঙ্কৰপীঠৰ শঙ্কৰাচাৰ্যই একে মঞ্চত উপস্থিত হৈ হিন্দু সমাজৰ সমস্যাৰাজিৰ বিষয়ে চিন্তা কৰিলে। হিন্দু ধৰ্মান্তৰ্গত মধ্বাচাৰ্য, ৰামানুজাচাৰ্য, জৈন, বুদ্ধ, শিখ, কবীৰ পন্থী আদি বিভিন্ন সম্প্ৰদায়ৰ নেতাসকলে যোগদান কৰিলে। নিজৰ আত্মবিস্মৃতি ত্যাগ কৰি হিন্দু সমাজ চেতনা-লব্ধ হোৱাৰ সময় যেন উপস্থিত হ'ল।

যুঃ ৫০৬৮ (১৯৬৭ খৃঃ)ৰ অক্টোবৰ মাহত গোৰক্ষা মহাভিযান সমিতিৰ দ্বাৰা সমগ্ৰ দেশত আন্দোলন হ'ল। সাধু-সন্ন্যাসীসকলে

আমৰণ অনশন কৰিলে। সন্ত প্ৰভুদত্ত ব্ৰহ্মচাৰীয়ে ৮৪ দিন আৰু পুৰীৰ শংকৰাচাৰ্যই ৮৬ দিন অনশন কৰিছিল। অৱশেষত চৰকাৰে বাধ্য হৈ 'গো-ৰক্ষা আইন' প্ৰস্তুত কৰিবৰ কাৰণে এটা সমিতি গঠন কৰি দিলে। কিন্তু সেই সমিতি চাৰি বছৰ একো নকৰাকৈ ভঙ্গ হৈ গ'ল।

## ইন্দিৰা শাসন : বাংলাদেশৰ জন্ম

শ্ৰীমতী ইন্দিৰা গান্ধীৰ নেতৃত্বত চলা কংগ্ৰেছে পূৰ্বৰ তোষণ নীতি চলাই থাকিল। ইয়াৰ ফলত যুঃ ৫০৬৮ ( ১৯৬৭ খৃঃ ) ৰ নিৰ্বাচনত বিপক্ষৰ দলবোৰে কংগ্ৰেছৰ বিৰুদ্ধে মাৰ বান্ধি কেবাখনো প্ৰদেশত "অকংগ্ৰেছী শাসন প্ৰতিষ্ঠা কৰাত সফল হ'ল। কেন্দ্ৰত কথমপিহে কংগ্ৰেছে নিজৰ অধিকাৰ ৰক্ষা কৰিব পাৰিলে।

নিজৰ একচেটিয়া প্ৰভাৱ অক্ষুণ্ণ ৰক্ষাৰ উদ্দেশ্যে যুঃ ৫০৭১ ( ১৯৬৯ খৃঃ ) ত ইন্দিৰা গান্ধীয়ে কংগ্ৰেছ দুভাগ কৰিলে। যুঃ ৫০৭২ ( ১৯৭০ খৃঃ ) ত সাম্যবাদী দলৰ পেঙ লৈ ইন্দিৰাৰ কংগ্ৰেছ শাসন চলিল। দলগত স্বাৰ্থৰ কাৰণে হাৰিয়াণা, হিমাচল প্ৰদেশ, মেঘালয়, মিজোৰাম, নাগাৰাজ্য, অৰুণাচল আদি আৰ্থিক দৃষ্টিৰে কেন্দ্ৰাবলম্বী ৰাজ্য ইন্দিৰাই নিৰ্মাণ কৰিলে। যুঃ ৫০৭২ ( ১৯৭১ খৃঃ ) ৰ নিৰ্বাচনত 'গৰিবী হটাও'ৰ শ্লোগান দি ইন্দিৰাই বহুমতত জিকি নিজৰ একচেটিয়া শাসন সুদৃঢ় কৰিলে।

পাকিস্তানৰ অংগ পূৰ্ব - পাকিস্তানত ভাষা আৰু আৰ্থিক বৈষম্যৰ কাৰণে ব্যাপ্ত অসন্তোষৰ সুযোগ লৈ মুজিবুৰ ৰহমানে স্বাধীন বাংলাৰ আন্দোলন কৰিলে। পাক-চৰকাৰে ক্ৰূৰতাৰে সেই আন্দোলন মষিমূৰ কৰিবলৈ চেষ্টা কৰিলে। সেই অত্যাচাৰত পীড়িত প্ৰায় এক কোটি শৰণাৰ্থী ভাৰত সোমাল। এই শৰণাৰ্থীসকলৰ ১০% ভাগ আছিল মুছলমান আৰু আন ৯০% হিন্দু ভগনীয়া আছিল।

বাংলা দেশত 'মুক্তি বাহিনী' গঠিত হ'ল। সেই বছৰৰে ৩ ডিচেম্বৰৰ দিনাখন ভাৰতৰ কেবাখনো নগৰত বোমা বৰ্ষণ কৰি পাক - ৰাষ্ট্ৰপতি য়াহিয়া খানে ভাৰতৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। ফলত ভাৰতে প্ৰতিকাৰ কৰিবলৈ বাধ্য হ'ল। ভাৰতীয় সেনা সাজু আছিল আৰু কেৱল চৈধ্য দিনৰ ভিতৰতে পূৱ - পাকিস্তানত থকা ৯৩ হেজাৰ সৈন্যৰ সৈতে জেনেৰেল নিয়াজীয়ে আত্মসমৰ্পন কৰিবলৈ বাধ্য হ'ল। মুজিবুৰ ৰহমানৰ নেতৃত্বত 'স্বাধীন বাংলা দেশ' নিৰ্মাণ হ'ল। এই বিজয়ৰ লাভ লৈ ইন্দিৰা গান্ধীয়ে যুঃ ৫০৭৩ ( ১৯৭২ খ্ৰীঃ ) ত হোৱা ৰাজ্যবোৰৰ নিৰ্বাচনত সহজে জয় লাভ কৰিলে। যুঃ ৫০৭৫-৭৬ ( ১৯৭৩-৭৪ খ্ৰীঃ ) আছিল কংগ্ৰেছৰ কাৰণে জয়জয় ময়ময়।

## জৰুৰীকালীন অৱস্থাৰ পৰা জনতাৰ শাসনলৈ

যুঃ ৫০৭৫ ( ১৯৭৩ খ্ৰীঃ ) ত কংগ্ৰেছৰ স্বৈৰতন্ত্ৰতাৰ বিৰুদ্ধে গুজৰাট আৰু বিহাৰত ছাত্ৰ আন্দোলন হৈছিল। বিহাৰ আন্দোলনৰ নেতৃত্ব দিবলৈ বৃদ্ধ নেতা জয়প্ৰকাশ নাৰায়ণ আৰু গুজৰাটত শ্ৰীমোৰাৰজী দেশাই আগবাঢ়ি আহিল।

যুঃ ৫০৭৭ ( ১৯৭৫ খ্ৰীঃ ) ৰ মে মাহত ভাৰতৰ ৰাষ্ট্ৰজীৱনত সুদূৰ প্ৰসাৰী প্ৰভাৱ পেলাব পৰা দুটা ঘটনা ঘটিল। শ্ৰীমোৰাৰজী দেশায়ে কৰা আমৰণ অনশনৰ ফলত গুজৰাটৰ ভ্ৰষ্ট চৰকাৰ ভঙ্গ কৰি হোৱা নিৰ্বাচনত কংগ্ৰেছৰ ভীষণ পৰাজয় হ'ল। সেইসময়তে যুঃ ৫০৭২ ত হোৱা প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ বিৰুদ্ধে তোলা শ্ৰীৰাজনাৰায়ণৰ নিৰ্বাচনী গোচৰত প্ৰয়াগ উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ শ্ৰীজগমোহনে ইন্দিৰা গান্ধীক দোষী সাব্যস্ত কৰি তেওঁৰ নিৰ্বাচন বাতিল কৰি ছবছৰলৈ নিৰ্বাচনত ভাগ লব নোৱাৰে বুলি ৰায় দিলে। নিজৰ ৰাজপাট এৰিবলৈ অনিচ্ছুক শ্ৰীমতী ইন্দিৰাই ২৬

জুনৰ দিনা গোটেই দেশতে জৰুৰীকালীন অৱস্থা ঘোষণা কৰিলে। পুলিচৰ হাতলৈ অমর্যাদিত অধিকাৰ আহিল। দেশৰ বিৰোধী দলৰ নেতাসকলক কাৰাৰুদ্ধ কৰা হ'ল। পত্ৰ-পত্ৰিকাৰ ওপৰত চেন্সৰশ্বিপ জাপি দি গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভৰ স্বাধীনতা খৰ্ব কৰা হ'ল। ৰাইজে বাক্-স্বাধীনতা হেৰুৱালে। বিপক্ষবিহীন লোকসভাত ইন্দিৰাই নিজৰ বিৰুদ্ধে যোৱা উচ্চ ন্যায়ালয়ৰ ৰায় উচ্চতম ন্যায়ালয়ৰ দ্বাৰা খাৰিজ কৰালে। জৰুৰীকালীন অৱস্থাৰ নামত প্ৰায় ১৯ মাহ পুলিচৰ তাণ্ডৱ-লীলা চলিল। ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘক নিষিদ্ধ সংগঠন ঘোষণা কৰি প্ৰতিবন্ধ লগোৱা হ'ল। অকল সংঘৰে ২৫ হেজাৰৰো অধিক কাৰ্যকৰ্তাক 'মিছা' আইনৰ অধীনত বন্দী কৰা হ'ল। দেশত ইন্দিৰা বিৰোধীৰ মাত বন্ধ হ'ল। সৰ্বত্ৰ ইন্দিৰা কংগ্ৰেছৰ জয়জয় ময়ময় অৱস্থা।

দেশৰ এই দুৰ্যোগ আৰু অন্ধকাৰময় পৰিস্থিতিত সংঘৰ কাৰ্য-কৰ্তাসকলে সকলো বিৰোধী দলক সংগঠিত কৰি 'লোক সংঘৰ্ষ সমিতি'ৰ পতাকাৰ তলত সংগঠিত কৰিলে। যুঃ ৫০৭৭ ( ১৯৭৫ খৃঃ ) ৰ ১৪ নৱেম্বৰৰ পৰা লোক-সংঘৰ্ষ সমিতিৰ নেতৃত্বত আৰম্ভ কৰা সত্যাগ্ৰহত ১ লাখ ১০ হেজাৰতকৈ অধিক সত্যাগ্ৰহীয়ে ভাগ লয়। কাৰা-গাৰত সত্যাগ্ৰহীসকলৰ ওপৰত ক্ৰূৰ অত্যাচাৰ চলিছিল। কিন্তু দেশৰ বৃহৎ সংখ্যক জনতাই এই সত্যাগ্ৰহৰ প্ৰতি সহাৰি জনালে। লাখে লাখে গুপ্ত পত্ৰকবোৰ ছপা হৈ ৰাইজক প্ৰকৃত ঘটনাৰ সম্ভেদ দি থাকিল। ইন্দিৰা গান্ধী একনায়ক বুলি বিদেশত নিন্দা হবলৈ ধৰিলে। বিৰোধৰ সুৰ ক্ৰমশঃ মাৰ যোৱাত জৰুৰীকালীন অৱস্থাৰ স্থিতি শিথিল হবলৈ ধৰিলে আৰু এই সুযোগতে দেশত নিৰ্বাচন অনুষ্ঠিত হ'ল। ইন্দিৰাই ভাবিছিল ছেদেলি-ভেদেলি হৈ থকা বিপক্ষ দলবোৰে তেওঁৰ বিৰুদ্ধে মাৰ বান্ধি থিয় হব নোৱাৰিব।

কাৰাগাৰত থকা বিৰোধী দলৰ নেতাসকলে ইন্দিৰাৰ স্বৈৰ-তন্ত্ৰৰ লগত যুঁজিবলৈ জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত নিজ নিজ দলৰ বিলয় সাধন কৰি 'জনতা পাৰ্টি' গঠন কৰিলে। জৰুৰীকালীন অৱস্থাত কংগ্ৰেছৰ বাহিৰে অন্য দলে সভা পতা নিষিদ্ধ আছিল। নিৰ্বাচন ঘোষণা হোৱাৰ লগে লগে কংগ্ৰেছৰ বিৰোধত ঠায়ে ঠায়ে বিৰাট বাজহুৱা সভাবোৰ অনুষ্ঠিত হবলৈ ধৰিলে। কংগ্ৰেছৰ বিৰুদ্ধে থকা ৰাইজৰ ক্ষোভ প্ৰচণ্ড বিদ্ৰোহত পৰিণত হ'ল। শ্ৰীজগজীৱন ৰাম প্ৰমুখ্যে একাংশ নেতাই কংগ্ৰেছ এৰি জনতা পাৰ্টিত যোগ দিলে। নিৰ্বাচনৰ ফল কংগ্ৰেছৰ হিতৰ বিপৰীত হ'ল। উত্তৰ ভাৰতত কংগ্ৰেছৰ শোচনীয় পৰাজয় হ'ল। স্বয়ং ইন্দিৰা গান্ধী আৰু তেওঁৰ পুত্ৰ সঞ্জয় গান্ধী নিজ নিজ সমষ্টিত পৰাজিত হ'ল। জনতা পাৰ্টিয়ে ৩০০ বো অধিক আসন জয় কৰিলে। পূৰ্বৰ জন-সংঘই লোকসভাত ৯০ খন আসন দখল কৰিলে।

পৰাজয় বৰণ কৰি ইন্দিৰা গান্ধীয়ে পদত্যাগ কৰাৰ আগতে জৰুৰীকালীন অৱস্থা উঠাই ল'লে আৰু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ প্ৰতিবন্ধকতাও আঁতৰ কৰা হ'ল। শ্ৰীমোৰাৰজী দেশাইৰ প্ৰধান মন্ত্ৰীত্বত শ্ৰীঅটল বিহাৰী বাজপেয়ী (বৈদেশিক), শ্ৰীচৰণ সিংহ (গৃহ), শ্ৰীজগজীৱন ৰাম (প্ৰতিৰক্ষা), শ্ৰীলালকৃষ্ণ আডৱানি (সূচনা আৰু জন-তথ্য) আদিক লৈ নতুন মন্ত্ৰীসভা গঠিত হ'ল। একনায়কত্বৰ লৌহ-শৃংখলৰ পৰা মুক্তি পাই ভাৰতবাসীয়ে গণতন্ত্ৰৰ পুনৰ প্ৰতিষ্ঠা কৰিলে। ভৱিষ্যতৰ উজ্জ্বল আশাৰে ভাৰতবাসীয়ে বাট চাই থাকিল।

—•—